# পাৰ্ব্বতিপ্ৰসাদ বৰুৱাৰ কৃতি আৰু কৃতিত্ব

সম্পাদনা

ড° কবৰী ডেকা হাজৰিকা



অসম সাহিত্য সভা

পাৰ্বতিপ্ৰসাদ বৰুৱা জন্ম-শতবাৰ্ষিকী উৎসৱ
উদ্‌যাপন সমিতি

**PARVATI PRASAD BARUAR KRITI ARU KRITITTA**– A collection of articles on various aspects of Parvati Prasad Baruah, edited by Dr. Karabi Deka Hazarika, published by Dr. Jagadish Patgiri, General Secretary, Asam Sahitya Sabha and General Secretary, Parvati Prasad Baruah Janma-Satavārsiki Udjapan Samiti, Bhagawati Prasad Baruah Bhavan, Ghy-1, Assam. August 19th 2004.
Price : Rs. 80.00

---

প্ৰকাশক ঃ ড° জগদীশ পাটগিৰী
প্ৰধান সম্পাদক, অসম সাহিত্য সভা
আৰু
সাধাৰণ সম্পাদক
পাৰ্বতিপ্ৰসাদ বৰুৱা জন্ম-শতবাৰ্ষিকী উৎসৱ উদ্‌যাপন সমিতি
ভগৱতী প্ৰসাদ বৰুৱা ভৱন, গুৱাহাটী- ৭৮১০০১

প্ৰথম প্ৰকাশ ঃ ১৯ আগষ্ট ২০০৪ খ্ৰীষ্টাব্দ

মূল্য ঃ আশী টকা মাত্ৰ

প্ৰচ্ছদ ঃ চন্দন চুতীয়া

মুদ্ৰক ঃ কৌস্তুভ প্ৰিণ্টাৰ্ছ
মিলন নগৰ
ডিব্ৰুগড়-৭৮৬ ০০৩, অসম



জন্ম : ১৯ আগস্ট, ১৯০৪ দেহাবসান : ৭ জুন, ১৯৬৪

# প্ৰধান সম্পাদকৰ নিবেদন

অসমৰ গীতি-সাহিত্যৰ জগতত পাৰ্বতিপ্ৰসাদ এটি সঘনাই উচ্চাৰিত নাম। অসমত সম্ভৱতঃ এনে কোনো ব্যক্তি নাই, যিজনে পাৰ্বতিপ্ৰসাদৰ গীতৰ কলি এটি আওৰাই পোৱা নাই। অসমৰ মাটিৰ কৃষ্টিক বুটলি আনি থলুৱা লোকগীত, বনগীত, টোকাৰী গীত, বিহুনাম, বিয়ানাম, আইনামৰ সুৰেৰে অসমীয়া আধুনিক গীতক সজাই অসমীয়া কৃষ্টিক নতুন ৰূপেৰে সজাই অভিনৱ মাত্ৰা প্ৰদান কৰি এইগৰাকী ব্যক্তি অসমীয়া গীতি-সাহিত্যৰ জগতত স্মৰণীয় হৈ ৰ'ল। পাৰ্বতিপ্ৰসাদৰ সময়ত অসমত বঙালী সুৰৰ বঙালীৰ পৰা তৰ্জমা কৰা গীতহে চলিছিল। পাৰ্বতিপ্ৰসাদে নিজেও এঠাইত কৈছিল, "আধুনিক সংগীতৰ 'কাদেৰ ফুলেৰ বৌ'ৰ ঠাইত 'কাৰনো বোৱাৰী' বুলি বঙলা সুৰত কথাৰ ভাঙনিৰ পাছত 'পতিতোদ্ধাৰিণী গঙ্গে'ৰ বঙলা সুৰত চেনেহী জননী বন্দে' বুলি অসমীয়া কথাৰে গান ৰচাৰ পৰা গৈ সোণ বৰণীয়া কেতেকী ধুনীয়া বা হেৰ' বলিয়া নয়ন ভৰি ভৰি চা'ৰ নিভাঁজ অসমীয়া সুৰ আহিল।" সেই নিভাঁজ সুৰ প্ৰথমতে আনিছিল পাৰ্বতিপ্ৰসাদে নিজেই। পাৰ্বতিপ্ৰসাদ নিজেও বিশ্বকবিৰ দ্বাৰা অনুপ্ৰাণিত হৈছিল, কিন্তু ৰবীন্দ্ৰনাথৰ গীতৰ সুৰ অসমীয়া সংগীতত ব্যৱহাৰ কৰাৰ পৰিবৰ্তে অসমীয়া থলুৱা গীতৰ সুৰেৰেহে তেওঁ গীতসমূহ সজাই তুলিছিল। পাৰ্বতিপ্ৰসাদৰ গীতত সমুদ্ৰৰ গৰ্জন নাই, বিদেশী বাদ্যৰ ঝংকাৰ নাই, আছে অসমৰ হাবি-বননি, চৰাই-চিৰিকতি, শৰতৰ পৰশত জীপাল হৈ উঠা প্ৰাকৃতিক সৌন্দৰ্য আৰু অসমৰ বুকুৰ নৈ-নিজৰা-জুৰি-জানৰ চিত্ৰ। পাৰ্বতিপ্ৰসাদৰ গীতৰ কথাত সদায়ে দেখা গছজোপাও নতুন ৰূপত আহি আমাৰ চকুত ধৰা দিয়ে।

পাৰ্বতিপ্ৰসাদৰ গীতত শৰতৰ চিত্ৰই বেছি। সেয়ে তেওঁ শৰতৰ কবি। শৰতৰ কঁহুৱা, নীলা আকাশত ওপঙি ফুৰা শুকুলা ডাৱৰ, দুবৰি বনত জিলিকি থকা নিয়ৰৰ টোপাল আৰু স্নিগ্ধ জোনাকে কবিক ব্যাকুল কৰিছিল। কবিৰ বৰ্ণনাত শৰত ঋতুকোঁৱৰৰ সাজেৰে সাজি উঠিছে। ১৯২৯ চনত শাৰদী পূৰ্ণিমা ৰাতিত বাগিচাৰ বঙলাতে তেওঁ জোনাকী মেলৰ পাতনি মেলিছিল। পাৰ্বতিপ্ৰসাদৰ শব্দচয়ন অনুপম। অসমীয়া ভাষাক বহু নতুন শব্দৰে পাৰ্বতিপ্ৰসাদে সমৃদ্ধ কৰিছে।

পাৰ্বতিপ্ৰসাদৰ সৈতে অসম সাহিত্য সভাৰ সম্পৰ্ক আছিল নিবিড়। ১৯১৭ চনত শিৱসাগৰত পদ্মনাথ গোহাঞিবৰুৱাৰ সভাপতিত্বত বহা অসম সাহিত্য সভাৰ প্ৰথম

অধিৱেশনত আদৰণী গীত গাই সভাপতি বৰণ কৰিবলৈ আহ্বান জনাইছিল পাৰ্বতিপ্ৰসাদে। তাৰ ৪৪ বছৰৰ মূৰত গোৱালপাৰাত বহা সভাৰ উনত্ৰিংশ সন্মিলনৰ সংগীত অধিৱেশনৰ সভাপতিৰ আসন অলংকৃত কৰিছিল পাৰ্বতিপ্ৰসাদে। ১৯৩৩ চনত জ্যেষ্ঠ ভাতৃ ভগৱতীপ্ৰসাদ বৰুৱাৰ পৰিয়ালটি এক শোকাবহ দুৰ্ঘটনাত চকুৰ সন্মুখত দিচাং নৈৰ বুকুত জাহ যোৱাত পাৰ্বতিপ্ৰসাদ শোকস্তব্ধ হৈ পৰে আৰু ভগৱতীপ্ৰসাদ বৰুৱাৰ স্মৃতি যুগমীয়া কৰি ৰাখিবলৈ গুৱাহাটীত ভগৱতী প্ৰসাদ বৰুৱা ভৱন নিৰ্মাণৰ বাবে অসম সাহিত্য সভাক পঞ্চাশ হেজাৰ টকাৰ দান দিয়ে।

গীতিকবি গৰাকীৰ জন্ম শতবৰ্ষ পূৰ্তিত শ্ৰদ্ধাৰ্ঘ নিবেদন কৰিবলৈ অসম সাহিত্য সভাই যোৱা ২০০৩ খ্ৰীষ্টাব্দৰ ১৯ আগষ্টৰ পৰা 'গীতিকবি পাৰ্বতিপ্ৰসাদ বৰুৱা জন্ম-শতবাৰ্ষিকী উৎসৱ' উদ্‌যাপন সমিতি গঠন কৰি বিভিন্ন আঁচনি ৰূপায়ণ কৰি আহিছে। সভাই ১৯ আগষ্ট, ২০০৩ খ্ৰীষ্টাব্দত ভগৱতী প্ৰসাদ বৰুৱা ভৱন আৰু কটন কলেজ ছাত্ৰ একতা সভা তথা কটন কলেজ সাহিত্য সভাৰ সহযোগত কটন কলেজৰ বিষ্ণুপ্ৰসাদ ৰাভা প্ৰেক্ষাগৃহত শতবৰ্ষ উৎসৱৰ উদ্বোধনী অনুষ্ঠান অনুষ্ঠিত কৰে। সভাই পাৰ্বতিপ্ৰসাদ বৰুৱাৰ অমৰ সৃষ্টি জোনাকী মেল ফাঁছী বজাৰৰ ৰজাদুৱাৰ ঘাটত চান্দৰডিঙা জাহাজৰ বুকুত যোৱা ১১ ডিচেম্বৰ, ২০০৩ খ্ৰীষ্টাব্দ তাৰিখে অনুষ্ঠিত কৰে।

সভাই কেবাবছৰো আগতে গীতিকবি পাৰ্বতিপ্ৰসাদ বৰুৱাৰ জীৱনৰ বিভিন্ন দিশ সামৰি এখন গ্ৰন্থ সম্পাদনা কৰি প্ৰকাশ কৰাৰ কথা বিবেচনা কৰিছিল। ডক্টৰ কৰবী ডেকা হাজৰিকাই সেই মৰ্মে গ্ৰন্থখন সম্পাদনা কৰি সভাক জমা দিয়ে। তদানীন্তন প্ৰধান সম্পাদকে গ্ৰন্থখন ছপা কৰিবলৈ ডিব্ৰুগড়ৰ কৌস্তুভ প্ৰকাশনক জমা দিছিল যদিও গ্ৰন্থখনে প্ৰকাশৰ মুখ দেখা নাছিল। আমি প্ৰধান সম্পাদক হিচাপে কাৰ্যভাৰ লোৱাৰ পিছত ডক্টৰ হাজৰিকাই গ্ৰন্থখন প্ৰকাশত বিলম্ব হোৱা বাবে বাতৰি কাকতযোগে নিজৰ ক্ষোভ প্ৰকাশ কৰে। যোৱা ১৯ আগষ্ট, ২০০৩ খ্ৰীষ্টাব্দৰ পৰা আৰম্ভ হোৱা গীতিকবি পাৰ্বতিপ্ৰসাদ বৰুৱাৰ জন্ম-শতবাৰ্ষিকী উৎসৱৰ প্ৰকাশন আঁচনিৰ ভিতৰত এই গ্ৰন্থখন অন্তৰ্ভুক্ত হোৱা নাছিল যদিও গীতিকবি গৰাকীৰ জন্ম শতবৰ্ষৰ প্ৰতি শ্ৰদ্ধা নিবেদনৰ বাবেই সভাৰ অৰ্থৰ নাটনি স্বত্বেও গ্ৰন্থখন প্ৰকাশৰ বাবে আমি ব্যৱস্থা গ্ৰহণ কৰোঁ। গ্ৰন্থখন ছপা কৰাৰ বাবে পূৰ্বতে কৌস্তুভ প্ৰকাশনক দিয়া হৈছিল বাবেই বাকীখিনি কাম সম্পন্ন কৰাৰ বাবেও উক্ত প্ৰতিষ্ঠানটিকে দায়িত্ব দিয়া হয়। সেইমৰ্মে প্ৰতিষ্ঠানটিয়ে নিৰ্ধাৰিত সময়ৰ ভিতৰত গ্ৰন্থখন ছপা কৰি সভাক জমা দিয়ে। প্ৰতিষ্ঠানটিলৈ এই ছেগতে আমি শলাগ জ্ঞাপন কৰিলোঁ।

গ্ৰন্থখন প্ৰকাশৰ ক্ষেত্ৰত সভাৰ মাননীয় সভাপতি ড° বীৰেন্দ্ৰনাথ দত্তই বিভিন্ন দিহা-পৰামৰ্শৰে আমাক উৎসাহিত কৰে। গ্ৰন্থখন প্ৰকাশৰ ক্ষেত্ৰত বিভিন্ন দিশত সহায়

কৰা বাবে গীতিকবি পাৰ্বতিপ্ৰসাদ বৰুৱা জন্ম শতবাৰ্ষিকী উৎসৱ উদ্‌যাপন সমিতিৰ কৰ্মকৰ্তাসকল বিশেষকৈ পাৰ্বতিপ্ৰসাদৰ সুযোগ্য পুত্ৰ শ্ৰীমানৱিৰাম বৰুৱা, শ্ৰীপ্ৰণৱিৰাম বৰুৱা, শ্ৰীভাৰৱিৰাম বৰুৱা আৰু জীয়ৰী শ্ৰীমতী সান্ত্বনা বৰুৱা, গুৱাহাটী কাৰ্যালয়ৰ সহকাৰী সম্পাদক তথা উদ্‌যাপন সমিতিৰ সহকাৰী সম্পাদক শ্ৰীকমল কলিতা, শ্ৰীগীতা দেৱী গগৈ, ডাঃ ছাইদুল ইছলাম, শ্ৰীফণী কলিতা, শ্ৰীগোপাল কাকতী, শ্ৰীসোণাৰাম সাউদ, শ্ৰীৰণ্‌জিত বৰ্মন, শ্ৰীভৱেশ দাসৰ শলাগ ল'লোঁ। গ্ৰন্থখনিৰ সম্পাদনা কৰাৰ উপৰিও আৰ্হি কাকত নিজে চাই দিয়া বাবে ডক্টৰ হাজৰিকাৰ শলাগ ল'লোঁ। গ্ৰন্থখনৰ প্ৰচ্ছদ আৰু ভিতৰৰ পাৰ্বতিপ্ৰসাদৰ চিত্ৰখন আঁকি দিয়া বাবে চন্দন চুতীয়াও আমাৰ শলাগৰ পাত্ৰ। আশা ৰাখিছোঁ পাৰ্বতিপ্ৰসাদৰ কৃতি আৰু কৃতিত্বক সামৰি প্ৰস্তুত কৰা গৱেষণালব্ধ এই গ্ৰন্থখনিয়ে আমাৰ তৰুণ প্ৰজন্মক বিশেষভাৱে আকৰ্ষিত কৰিব আৰু আমাৰ বৌদ্ধিক সমাজখনেও পাৰ্বতিপ্ৰসাদক নতুন ৰূপত আৱিষ্কাৰ কৰাত ইন্ধন যোগাব।

ভৱদীয়

**ডক্টৰ জগদীশ পাটগিৰী**
প্ৰধান সম্পাদক, অসম সাহিত্য সভা আৰু
সাধাৰণ সম্পাদক, পাৰ্বতিপ্ৰসাদ
বৰুৱা জন্ম শতবাৰ্ষিকী উৎসৱ
উদ্‌যাপন সমিতি

চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট- ১
ভগৱতীপ্ৰসাদ বৰুৱা ভৱন, গুৱাহাটী- ১
১৯ আগষ্ট, ২০০৪ খ্ৰীষ্টাব্দ

# গ্ৰন্থ-সম্পাদকৰ একলম

## এক

**ব্যক্তিগত :**

যেতিয়া শীতল জোনাকেৰে আকাশ ভৰি পৰে, তেতিয়া পাৰ্বতিপ্ৰসাদলৈ মনত পৰে। যেতিয়া কঁহুৱা বনৰ সাগৰত বতাহে ঢৌ তোলে, তেতিয়াও মনত পৰে পাৰ্বতিপ্ৰসাদলৈ। দিখৌৰ বুকুত উথলি উঠা বানপানীৰ ঢল দেখিলেও মনলৈ আহে পাৰ্বতিপ্ৰসাদৰ কবিতা। লুইতৰ বুকুত নাও বাই যোৱা নাৱৰীয়া দেখিলেও ভাব হয়— তেওঁলোকে বাৰু বালিত ভাঁত ৰান্ধি খাবনে! তাতো সেই একেজন পাৰ্বতিপ্ৰসাদ।

সচেতনে অনুভৱ নকৰাকৈ পাৰ্বতিপ্ৰসাদক বুকুত লৈ ফুৰিছিলোঁ কিশোৰী কালৰ পৰা। মই দিখৌ পাৰৰ জীয়ৰী। সেয়েহে হ'বলা দিখৌৰ পাৰত 'ৰতোৱাল' নামৰ ঘৰ সজা এই কবিজনলৈ এক বিস্ময়ভৰা শ্ৰদ্ধাৰ ভাব সদায় অনুভৱ কৰি আহিছিলোঁ। এতিয়া অধ্যয়ন আৰু অভিজ্ঞতাই হৃদয়ৰ কোমলতা আৰু সৰসতা বহু পৰিমাণে কমাই পেলোৱাৰ পিছতো পাৰ্বতিপ্ৰসাদৰ ছাঁ জুইৰ পোহৰ খেদা আৰু সোণৰ হৰিণা বিচৰা অন্তৰৰ ৰূপ-তৃষ্ণাই মোহিত কৰে।

২০০১ চনত অসম সাহিত্য সভাই গীতিকবি পাৰ্বতিপ্ৰসাদ বৰুৱাৰ ব্যক্তিত্ব আৰু প্ৰতিভাৰ মূল্যায়ন হোৱাকৈ এখনি গ্ৰন্থ সম্পাদনা কৰাৰ দায়িত্ব দিয়াত সেয়েহে আনন্দৰে মান্তি হৈছিলোঁ। কামটো অৱশ্যে সহজ নাছিল। বহু ধৰণৰ কষ্ট আৰু পৰিশ্ৰমৰ অন্তত ২০০২ চনৰ ফেব্ৰুৱাৰী মাহৰ নিৰ্দিষ্ট সময়ত পাণ্ডুলিপি জমা দিছিলোঁ।

তাৰ পিছত দিখৌৰ বুকুৰে বহুত ঢল বাগৰি গ'ল।

লুইতৰ বুকুৰে বাগৰি গ'ল বহুত ঢউ।

অৱশেষত গ্ৰন্থখনি আজি প্ৰকাশৰ পথত। ভাল লাগিছে। অসম সাহিত্য সভাই এটি প্ৰয়োজনীয় কাম সম্পাদন কৰিলে।

গ্ৰন্থখনি যুগুতাই উলিওৱা কাৰ্যত নানাজনে নানা ধৰণে সহায় কৰিছে। ড° নগেন শইকীয়াদেৱৰ পৰামৰ্শ অবিহনে বাট বিচাৰি পোৱা কঠিন হ'লহেঁতেন। সম্পাদনাৰ সময়ত মোৰ দুৰ্ঘটনাজনিত অসুস্থতাৰ বাবে ড° পল্লৱী ডেকা বুজৰবৰুৱাই মোৰ ছাঁ হৈ প্ৰতিটো কাম আগবঢ়োৱাত সহায় কৰিছিল। তেওঁলৈ চেনেহ থাকিল।

যিসকল সহৃদয় লেখকে ব্যস্ততাৰ মাজতে সময় উলিয়াই প্ৰবন্ধৰ যোগান ধৰিলে তেখেতসকলৰ ওচৰত মই পৰম কৃতজ্ঞ। পাৰ্বতিপ্ৰসাদৰ বিষয়ে প্ৰথমখন গৱেষণা-গ্ৰন্থ দাখিল কৰা মোৰ অন্য এগৰাকী ছাত্ৰী ড° বিভা দত্ত নেওগে কিছুমান তথ্য-পাতি আৰু পুৰণি স্মৃতিগ্ৰন্থৰ যোগান ধৰি যি সহায় কৰিলে তাৰ বাবে তেওঁৰ শলাগ ল'লোঁ। শলাগ থাকিল কৌস্তুভ প্ৰিণ্টাৰ্ছৰ বীৰেন বৰুৱা আৰু গায়ত্ৰীলৈ। গ্ৰন্থখনি সম্পাদনা কৰাৰ ক্ষেত্ৰত বীৰেনে যোগোৱা উৎসাহো মোৰ বাবে মূল্যবান আছিল।

পবনাথ শৰ্মাই সম্পাদনা কৰা স্মৃতিগ্ৰন্থখনি মোৰ এই সম্পাদিত গ্ৰন্থৰ ঘাই প্ৰেৰণা, সেই কথা জনাবলৈ পাই আনন্দ পাইছোঁ।

এইখনি গ্ৰন্থ হয়তো আৰু সুন্দৰ আৰু তথ্যপূৰ্ণ কৰিব পৰা গ'লহেঁতেন। সম্পাদনা কৰাৰ সময়খিনিত খৰধৰ কৰিব লগা হৈছিল, নিৰ্দিষ্ট দিনত জমা দিবৰ বাবে। সেয়েহে ক'ৰবাত যদি ত্ৰুটি-বিচ্যুতি বৈ গৈছে, তাৰ দোষ স্বীকাৰ কৰিছোঁ আৰু বিনম্ৰভাৱে ক্ষমা প্ৰাৰ্থনা কৰিছোঁ।

গীতিকবিৰ শতবৰ্ষত এইদৰেই যাঁচিছোঁ মোৰ শ্ৰদ্ধাৰ অঞ্জলি।

## দুই

### পাৰ্বতিপ্ৰসাদৰ ৰচনাৰ বিষয়ে :

পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাৰ মাজত যি কোমল শব্দ-সম্ভাৰ, ব্যঞ্জনাসমৃদ্ধ ভাষা আৰু প্ৰসাদ গুণ বিৰাজমান, সেইবোৰেই তেওঁৰ ৰচনাৰ ঘাই বৈশিষ্ট্য আৰু ঘাই আকৰ্ষণ। তেওঁৰ ৰচনাসমূহৰ ভাবৰ গভীৰতা অথবা বিষয়-সাৰৰ নান্দনিকতা নিঃসন্দেহে বিশ্লেষণৰ যোগ্য হ'লেও সৰ্বসাধাৰণক মোহিত কৰে তেওঁৰ আলফুলীয়া গীতে আৰু সুকোমল প্ৰকাশভঙ্গীয়ে। ঢউ তোলা সুৰেৰে তেওঁৰ গীতসমূহ যথাৰ্থতে বিশিষ্ট। সেইবাবেই তেওঁৰ গীতে অসমীয়া সংগীতত এটি সুকীয়া ধাৰা ৰূপে গা কৰি উঠিব পাৰিছে।

গীত, কবিতা আৰু গদ্যত তেওঁৰ হাত সমানে নিপুণ। ঘাইকৈ তেওঁ কবি। তেওঁৰ গীততো কবিতা থাকে, কবিতাতো গীত থাকে। সেয়েহে পাৰ্বতিপ্ৰসাদক সাৰ্থকভাৱেই গীতিকবি আখ্যা দিয়া হৈছে। তেওঁৰ ৰচনাৰ দিশকেইটি হ'ল -

**গীত :** লুইতী আৰু গুণগুণনি

**গীতি-কাব্য :** শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল

**গীতি-নাটিকা :** সোণৰ সোলেং আৰু লখিমী

**কবিতা :** ভঙা টোকাৰীৰ সুৰ, খেল ভঙা খেল, ময়াপী, মৌ টোকাৰী

**অনুবাদ ঃ** ভঙা কবিতা

**গদ্য ৰচনা ঃ** অসম সাহিত্য সভাৰ ঊনত্ৰিংশ অধিবেশনৰ সংগীত সন্মিলনৰ সভাপতিৰ অভিভাষণ।

**অন্যান্য ৰচনা ঃ** যেনে সমিধান, ৰূপকোঁৱৰৰ কথা, শিল্প সম্বন্ধে একাষাৰ, বিদায় সভাৰ প্ৰত্যুত্তৰ আৰু জোনাকী মেল।

পাৰ্বতিপ্ৰসাদৰ সাহিত্যিক জীৱনৰ গঠন, বিকাশ আৰু নিয়ন্ত্ৰণত কেইবাটাও উপাদানে ভূমিকা গ্ৰহণ কৰিছে। তাৰ ভিতৰত এটা হ'ল পৰিয়ালৰ ভূমিকা। তেওঁ এটা সম্ভ্ৰান্ত, শিক্ষিত, সংস্কৃতিসম্পন্ন আৰু সুৰুচিযুক্ত পৰিয়ালত জন্ম গ্ৰহণ কৰিছিল। সেযেহে পিতৃ-পিতামহৰ পৰা লাভ কৰা সংস্কৃতিসম্পন্ন মনে তেওঁৰ চিন্তা আৰু আদৰ্শত যথেষ্ট প্ৰভাৱ পেলাইছিল। তেওঁৰ পূৰ্বপুৰুষৰ মাজত নিহিত হৈ থকা সাহিত্য-চৰ্চাৰ বীজ অংকুৰিত হৈছিল পাৰ্বতিপ্ৰসাদৰ মাজত। মাতৃ হিমলাদেৱী বৰুৱানী আছিল সুলেখিকা আৰু সুৰুচিসম্পন্না গুণী মহিলা। আইদেউতাক ললিতী বৰুৱানী আৰু মাতৃ হিমলা বৰুৱানীৰ গুৱলা কণ্ঠৰ গীত-মাত, আখ্যান-কথন আৰু বোৱা-কটাৰ মাজত প্ৰকাশ পোৱা সৌন্দৰ্যবোধৰ প্ৰতিফলনে পাৰ্বতিপ্ৰসাদৰ সৌন্দৰ্যপ্ৰীতি নিশ্চয়কৈ বৃদ্ধি কৰিছিল। তদুপৰি তেওঁৰ চাৰিওফালে আছিল লোক-সাহিত্য আৰু লোক-সংস্কৃতিৰ প্ৰতিফলন। ঘৰুৱা পৰিবেশ আৰু সামাজিক বাতাবৰণত বিৰিঙি উঠা লোকসংস্কৃতিৰ বিবিধ দিশে পাৰ্বতিপ্ৰসাদৰ মনত ঔৎসুক্য আৰু শ্ৰদ্ধাৰ জন্ম দিছিল। তেওঁৰ আছিল সজাগ শ্ৰৱণ আৰু উন্মুখ ইচ্ছুক হৃদয়। সেয়েহে লোকগীত, লোক-কবিতা অৰ্থপূৰ্ণ মনোৰম শব্দ আৰু সুৰ তেওঁ আগ্ৰহেৰে গ্ৰহণ কৰিব পাৰিছিল। এক বৈষ্ণৱ পৰম্পৰা তেওঁৰ ওচৰৰ সমাজখনত বিয়পি আছিল। পাৰ্বতিপ্ৰসাদৰ মনত বৰগীত আদি ভক্তিগীতৰ প্ৰভাৱো পৰিছিল আৰু সিবোৰৰ পৰা শব্দ আৰু চিন্তা বুটলি আনি তেওঁ নিজস্ব চিন্তাধাৰাত খাজি লৈছিল।

দিখৌপৰীয়া কবিজনৰ সমুখত উন্মোচিত হৈছিল প্ৰকৃতিৰ ৰূপৰ এখন বিনন্দীয়া জগত। সৰুৰে পৰা তেওঁৰ চকুত পৰিছিল লুইত আৰু দিখৌৰ বাৰিষাৰ তাণ্ডৱ আৰু খৰালিৰ স্নিগ্ধতা। নদীৰ বুকুৰে অহা-যোৱা কৰা ৰনাও— বালিত ভাত ৰান্ধি খোৱা নাৱৰীয়া, পানীত উটি অহা লেকুলৌ পৰুৱাৰ জাক। বিভিন্ন ঋতুত বৰণীয়া হৈ উঠা অসমৰ প্ৰকৃতিৰ ফুল, চৰাই, নিযঁৰ আৰু কুঁৱলীয়ে তেওঁৰ মনত ঢৌ তুলিছিল। জোনাকৰ ৰাগীয়ে তেওঁৰ মন কেনেবা কৰি তুলিছিল। তেওঁৰ গীত আৰু কবিতা কোমলাই থৈছে প্ৰকৃতিৰ মোহময় অনুভৱে।

অসম ছাত্ৰ সন্মিলনৰ মুখপত্ৰ 'মিলন'ৰ জৰিয়তে পাৰ্বতিপ্ৰসাদে সাহিত্য জগতত আত্মপ্ৰকাশ কৰিছিল। 'মিলন'ৰ সমুখত আছিল 'জোনাকী'ৰ পাতৰ আত্মচেতনাৰ আদৰ্শ আৰু ভাষা-সাহিত্যক সমৃদ্ধ কৰাৰ প্ৰতিশ্ৰুতি। 'জোনাকী'ৰ পিছত 'বিজুলী', 'বাঁহী',

'উষা' আদি আলোচনীৰ পাতত অসমীয়া সাহিত্য দিনে দিনে বিকশিত হৈছিল। 'মিলন'ৰ বুকুত আত্মপ্ৰকাশ কৰা পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাত পূৰ্বসূৰীৰ ৰচনাৰ ঘাই আদৰ্শসমূহ, যেনে- অসমীয়া ভাষাৰ স্বকীয়তা প্ৰতিপাদনৰ প্ৰচেষ্টা, অসমীয়া ভাষাৰ সুৰদী গুণসমূহৰ উদ্ধাৰ আৰু প্ৰয়োগ, অসমীয়া সংস্কৃতিৰ মূল্যবান দিশসমূহৰ উপলব্ধি আৰু ঐতিহ্য প্ৰীতি প্ৰতিভাত হৈছিল। তাৰ লগতে পাৰ্বতিপ্ৰসাদৰ নিজাকৈ আছিল এটি আধুনিক মন। সেয়েহে প্ৰাচীন পৰম্পৰা আৰু আধুনিকতাক তেওঁ নিমজভাৱে মিলাই পেলাব পাৰিছিল। তেওঁৰ গীতৰ মাজত নতুন চিন্তাক পুৰণি ঠাঁচত আৰু পুৰণি চিন্তাক নতুন সাজত উপস্থাপন কৰা এক মনোৰম কৌশল পৰিলক্ষিত হয়।

শংকৰদেৱ আৰু মাধৱদেৱৰ প্ৰতিভা আৰু ব্যক্তিত্বৰ প্ৰতি অপৰিসীম শ্ৰদ্ধা আছিল পাৰ্বতিপ্ৰসাদৰ চৰিত্ৰৰ অন্যতম বৈশিষ্ট্য। এই শ্ৰদ্ধা নিগৰি ওলাইছিল তেওঁৰ ৰচনাসমূহত ব্যৱহাৰ কৰা মহাপুৰুষ দুজনাৰ গীত-মাতৰ শব্দ, সুৰ আৰু অলংকাৰ প্ৰয়োগৰ মাজত।

বেজবৰুৱা আৰু জ্যোতিপ্ৰসাদ আছিল পাৰ্বতিপ্ৰসাদৰ প্ৰেৰণাৰ অন্যতম আকৰ। ঘৰুৱা অথচ শক্তিশালী প্ৰাঞ্জল গদ্যৰীতিৰ লেখক বেজবৰুৱা আৰু গীতৰ জগতলৈ কথা আৰু সুৰৰ নতুনত্ব অনা জ্যোতিপ্ৰসাদে পাৰ্বতিপ্ৰসাদৰ আদৰ্শ আৰু প্ৰতিভাত শক্তিৰ যোগান ধৰিছিল।

পাৰ্বতিপ্ৰসাদৰ গীতৰ আঁৰত থকা এক প্ৰভাৱশালী ব্যক্তিত্ব আছিল ৰবীন্দ্ৰনাথ। ৰবীন্দ্ৰনাথৰ দীপ্তিত আচ্ছন্ন অজস্ৰ তৰুণৰ দৰে পাৰ্বতিপ্ৰসাদ আৰু অগ্ৰজ ভগৱতীপ্ৰসাদেও ৰবীন্দ্ৰনাথৰ প্ৰতি অনুভৱ কৰিছিল অনন্য আকৰ্ষণ। তেওঁলোকে ৰবীন্দ্ৰনাথৰ হাতৰ আখৰ অনুকৰণ কৰিছিল আৰু সুৰ-চানেকি চাই ৰবীন্দ্ৰনাথৰ গীতসমূহ গাবলৈ অভ্যাস কৰিছিল। ৰবীন্দ্ৰ-দৰ্শনৰ দ্বাৰা প্ৰভাৱিত পাৰ্বতিপ্ৰসাদৰ গীতৰ মাজত সেই দৰ্শন সোমাই পৰিছিল সম্পূৰ্ণ নিজা ধৰণেৰে। ৰবীন্দ্ৰনাথৰ আধ্যাত্মিক চেতনা উদ্ভাসি উঠিছিল পাৰ্বতিপ্ৰসাদৰ নিজা অনুভৱৰ আলোকত।

পাৰ্বতিপ্ৰসাদৰ শৈশৱ আৰু যৌৱনৰ গঠন আৰু বিকাশত তেওঁৰ পৰিয়ালত পৰম্পৰাগতভাৱে প্ৰবাহিত হৈ থকা অসমীয়া সংস্কৃতিৰ সুন্দৰ দিশসমূহে অৰিহণা যোগাইছিল যদিও তেওঁৰ চকুৰ আগৰ অসমীয়া সমাজখন বঙলুৱা সংস্কৃতিয়ে গ্ৰাস কৰাৰ দৰে মৰ্মন্তুদ অভিজ্ঞতাও তেওঁ অৰ্জন কৰিবলগা হৈছিল। বাংলা গীতৰ জনপ্ৰিয়তাই অসমীয়া গীত-মাতক প্ৰায় এলাগী কৰি তোলাৰ কথা বেজবৰুৱাই তেওঁৰ আত্মজীৱনীত উল্লেখ কৰি গৈছে। পাৰ্বতিপ্ৰসাদৰ সময়ত বাংলা গীতৰ বিকৃত অনুকৰণৰ দ্বাৰা অসমৰ গীতৰ জগতখন ম্লান আৰু বৈশিষ্ট্যহীন হৈ পৰিছিল। বৰগীত, নামঘোষা, লোকগীত আৰু ৰবীন্দ্ৰ সংগীতত সমানে দক্ষ পাৰ্বতিপ্ৰসাদে ন-পুৰণি সুৰৰ সংমিশ্ৰণত যিবোৰ গীতৰ জন্ম দিছিল, সেইবোৰৰ আঁৰত আছিল তেওঁৰ ব্যক্তিগত অনুভূতিৰ নিষ্কাৰণৰ তাগিদা আৰু অসমীয়া গীতৰ পুনঃপ্ৰতিষ্ঠাৰ এক দায়বদ্ধ উদ্যম। তেওঁৰ গীতৰ কথা

অংশৰ কোমলতা, ভাবৰ গভীৰতা আৰু সুৰৰ বিশিষ্টতাই সহজেই শ্ৰোতাৰ মন জয় কৰি ল'লে। অসমীয়া সংগীতৰ জগতত পাৰ্বতিপ্ৰসাদৰ গীত সুকীয়া পৰিচয়েৰে জিলিকি উঠিল।

ব্যক্তিগত বেদনাক সাহিত্যলৈ ৰূপান্তৰিত কৰাৰ উদাহৰণ বিশ্ব-সাহিত্যত নগণ্য নহয়। পাৰ্বতিপ্ৰসাদৰ গীত-কবিতাৰ মাজেৰেও নিগৰি ওলোৱা দেখা যায় ব্যক্তিগত কাৰুণ্যৰ শীতল চকুপানী। তেওঁৰ চেনেহৰ বাইদেৱেক কমলা বৰুৱা আৰু চেনেহৰ ককায়েক ভগৱতীপ্ৰসাদৰ অকাল মৃত্যুৱে পাৰ্বতিপ্ৰসাদক দিছিল অপৰিসীম দুখৰ বোজা। তদুপৰি পিতৃ আৰু মাতৃৰ বিয়োগেও তেওঁৰ বেদনাৰ পৰিমাণ বৃদ্ধি কৰিছিল।

এই আটাইবোৰ দুখ বেদনাৰ দহনৰ পৰা মুক্তি বিচাৰি পাৰ্বতিপ্ৰসাদে কৈ উঠিছিল - 'জীৱনজোৰা দুখৰ বোজা আনন্দেৰে বওঁ, তোমাৰ চৰণ চিন্তি প্ৰভু থিৰেৰে মই ৰওঁ', এক স্থিতপ্ৰজ্ঞৰ অনুভৱেৰে ভগৱানৰ চৰণত নিজকে অৰ্পণ কৰি দুখৰ পৰা আঁতৰত থাকিব বিচৰা কবিয়ে কেতিয়াবা কোনোবা মুহূৰ্তত জোনাক দেখিও চকুপানী টোকে, অন্তৰ উদাস কৰা অনুভৱেৰে কেনেবা কৰা মনৰ বোজাও বহন কৰে।

ৰহস্যবাদ পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাৰ অন্যতম ঘাই লক্ষণ। তেওঁক গীতিকবি আখ্যা দি তেওঁৰ কবিতাত থকা ৰহস্যবাদী চিন্তাধাৰালৈ আজিও বিশেষ মনোযোগ দিয়া হোৱা নাই। অথচ তেওঁৰ ৰচনাৰ মাজত ৰহস্যবাদী চিন্তাৰ উন্মেষ, বিকাশ আৰু পৰিণতি পৰিষ্কাৰভাৱে অনুভূত হয়।

এক পৰম্পৰাবাদী আৰু ঐতিহ্যপ্ৰিয় চিন্তাধাৰাৰ গৰাকী পাৰ্বতিপ্ৰসাদে সময়ৰ লগত খোজ মিলাই তেওঁৰ গীত-কবিতাৰ মাজলৈ আধুনিকতাক আদৰি আনিছিল। ভাববস্তু আৰু শৈলী দুয়োটাকে তেওঁ পিছলৈ নতুন ৰূপত সজাই তুলিছিল। এই নতুন ৰূপত সমাজৰ ভণ্ডামি, শঠতা, ছলনা আৰু মানুহৰ মাজত থকা শ্ৰেণী-বৈষম্যৰ বিষয়েও তেওঁ দৃষ্টিপাত কৰিছে। আধুনিক কবিতাৰ কিছুমান লক্ষণৰ বেঙণি তেওঁৰ শেষৰ ফালৰ কিছুমান কবিতাত দেখা যায়।

পাৰ্বতিপ্ৰসাদৰ অনুবাদ কবিতাৰ উদাহৰণ হ'ল তেওঁৰ ভঙা কবিতা। অসমীয়া সাহিত্যলৈও এইবোৰ মূল্যবান সংযোজন।

পাৰ্বতিপ্ৰসাদৰ গদ্য ৰচনাৰ সংখ্যা কম। দুই এটি চমু প্ৰবন্ধ আৰু অভিভাষণৰ মাজত প্ৰকাশ পোৱা তেওঁৰ গদ্যৰীতি কোমল, অলংকাৰপূৰ্ণ আৰু বিনয়ভাবযুক্ত যেন বোধ হয়। তেওঁৰ যুক্তিক মাজে মাজে আৱেগে নিয়ন্ত্ৰণ কৰে আৰু সকলো গদ্য ৰচনাৰ মাজতে গীতিকবি পাৰ্বতিপ্ৰসাদে স্বভাৱজাত অনুভূতিপ্ৰৱণতাৰ সৈতে আত্মপ্ৰকাশ কৰে।

পাৰ্বতিপ্ৰসাদৰ ৰচনাৱলীৰ এটি চমু পৰিচয়, আভাস মাথোন, এইদৰে দাঙি ধৰিব পাৰি—

লুইতী (১৯৫১) : লুইতী হ'ল তেইশটি বনগীত সুৰীয়া গীতৰ সমষ্টি। প্ৰকৃতি

মুগ্ধ কবিৰ অন্তৰত ধৰা দিয়া লুইতৰ সীমাহীন গম্ভীৰ সৌন্দৰ্য, প্ৰকৃতিৰ মনোৰম ৰূপৰ মাজত থকা আনন্দ, প্ৰেৰণা. সান্ত্বনা আৰু অতীত স্মৃতি প্ৰকৃতিৰ লগত মানুহ আৰু অন্য প্ৰাণীৰ নিবিড় সম্পৰ্কৰ চিত্ৰ গীতবোৰত ফুটি উঠিছে।

**গুণগুণনি** (১৯৫৩) ঃ গুণগুণনিৰ গীতি-কবিতাৰ মাজত কেইবাটাও দিশৰ মিশ্ৰণ দেখা যায়। প্ৰকৃতিৰ ৰূপমুগ্ধ কবিয়ে প্ৰকৃতিৰ চিত্ৰৰ পৰা ইয়াতো আঁতৰি থকা নাই যদিও দেশপ্ৰেম, স্বদেশৰ উন্নতি কামনা আৰু এক ৰহস্যবাদী চিন্তাৰো প্ৰকাশ ঘটাইছে। দুপৰৰ বাঁহীৰ মাতে মন উস্মনা কৰা কবিয়ে কোনোবা বীণ বৰাগীৰ বীণৰ ধ্বনিতো ৰহস্যলোকৰ সন্ধান পাইছে আৰু কাৰোবাৰ অদৃশ্য চৰণৰ খোজৰ শব্দত বাৰে বাৰে ঘুমটি ভাঙি এক বিস্ময়ৰ অনুভূতিৰে অন্তৰ ভৰাইছে। গীতবোৰত ৰবীন্দ্ৰ প্ৰভাৱ দেখা যায়।

**শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল** (১৯৬৩) ঃ এইখনি গীতিকাব্যৰ মাজত কবিয়ে শৰত ঋতুৰ স্নিগ্ধ শুকুলা শোভা দেখি মতলীয়া হোৱা চিত্তৰে শৰতৰ বন্দনা কৰিছে আৰু কেতিয়াবা লখিমী আই, কেতিয়াবা এটি ফুল তোলা ল'ৰা ৰূপেৰে শৰতক কল্পনা কৰিছে। লুইতৰ লহৰ, কঁহুৱা বন, সৰি পৰা নিয়ৰ, কোমল জোনাক আদি প্ৰাকৃতিক সৌন্দৰ্যৰ আলমত এক পৰমসুন্দৰক তেওঁ অনুভৱ কৰিছে আৰু তেওঁৰ মনে যেন ৰাজহংসৰ দৰে গতি কৰিছে সৌন্দৰ্যৰ সৰোবৰ অভিমুখে। সমগ্ৰ কবিতাখিনিত এটি প্ৰসন্নভাৱ বিৰাজমান। চিত্ৰকল্পৰ সুপ্ৰয়োগ আৰু ঘৰুৱা শব্দৰ প্ৰয়োগে গীতি কবিতাপুথিখনিক বিশিষ্টতা প্ৰদান কৰিছে।

**লখিমী** (১৯৩১) ঃ এইখনি গীতি-নাটিকাত শৰত কুঁৱৰী, কঁহুৱা, ডাৱৰ, শেৱালি আদি চৰিত্ৰৰ মাজত মানৱত্ব আৰোপ কৰা হৈছে। শৰতৰ বিদায় আৰু হেমন্তৰ আগমন, এই সকু পৰিৱৰ্তনটোত প্ৰকৃতি জগতত ঘটা ৰূপান্তৰৰ প্ৰস্তুতিক গীত আৰু কথাৰে ফুটাই তোলা হৈছে।

**সোণৰ সোলেং** (১৯৫৫) ঃ পাৰ্বতিপ্ৰসাদে 'সোণৰ সোলেঙ'ক সুৰীয়া নাট আখ্যা দিছে। ৰূপকধৰ্মী এই নাটখনত বীণ-ব'ৰাগী, ল'ৰাৰ দল, বুঢ়ী আই, ৰাজহংসৰ জাক আদি প্ৰতীকৰ সমাবেশত মানুহৰ সৌন্দৰ্য সন্ধানৰ ইংগিত দিয়া হৈছে। বিহুৱা কোঁৱৰ আনন্দ আৰু পূৰ্ণতাৰ প্ৰতীক। নাটখনে ৰবীন্দ্ৰনাথৰ 'ৰাজা'লৈ মনত পেলায়।

**ভঙা টোকাৰীৰ সুৰ** (১৯৫৯)ঃ এইখনি পুথিৰ কবিতাকেইটিৰ মাজত পাৰ্বতিপ্ৰসাদৰ আপোনজনক হেৰুওৱা বেদনা প্ৰকট হৈ আছে। ব্যক্তিগত বিষাদ, নিঃসংগতা আৰু নিষ্ঠুৰ জীৱন-দেৱতাৰ প্ৰতি এক অভিমানৰ মনোভাৱ কবিতাখিনিত ফুটি উঠিছে।

**খেল ভঙা খেল** (১৯৬৯) ঃ পাৰ্বতিপ্ৰসাদৰ চিন্তা আৰু শৈলীলৈ প্ৰবেশ কৰা এক আধুনিকতাৰ ভাব ইয়াৰ কবিতাখিনিত ফুটি উঠিছে। তেওঁৰ অন্যান্য পুথিতকৈ ইয়াৰ

ভাব-ভাষা পৃথক। ৰোমাণ্টিক কোমলতাৰ ঠাই লৈছে সমাজ-সচেতনতাই, আধ্যাত্মিক ৰহস্যবাদৰ ঠাই লৈছে সংশয় আৰু কৌতুহলে। ছন্দৰীতি আৰু শব্দ প্ৰয়োগো আধুনিক শৈলীৰ ওচৰ চপা।

**ময়াপী :** এমুঠি কোমল গীতৰ সংকলন। গীতবোৰৰ মাজত আছে গীতিকাৰৰ শব্দ-চয়নৰ সহজ দক্ষতাৰ প্ৰকাশ। এক ছয়াময়া অতীন্দ্ৰিয় অনুভৱ আৰু সৌন্দৰ্যতৃষ্ণাৰ প্ৰকাশ গীতবোৰৰ অন্যতম বৈশিষ্ট্য।

**মৌ টোকাৰী (১৮৪৮ শক):** গীতৰ সংকলন। ঘৰুৱা শব্দ আৰু গ্ৰাম্য প্ৰকৃতিৰ চিত্ৰৰে সমৃদ্ধ। দেশৰ মাটিৰ প্ৰতি মমতা, চিৰসুন্দৰক জনাৰ আকাংক্ষা আৰু সহজ ভগৱৎ-প্ৰীতিৰ প্ৰকাশ ঘটিছে।

**ভঙা কবিতা :** শ্যেলী, বায়ৰণ আৰু হাফিজৰ কবিতা ইংৰাজীৰ পৰা অসমীয়ালৈ অনুবাদ কৰি পাৰ্বতিপ্ৰসাদে ভঙা কবিতা নাম দিছে। ভঙা কবিতাৰ সংখ্যা কুৰিটা। নিজস্ব ঠাঁচত পেলাই ভাবানুবাদ কৰা বাবে কবিতাবোৰ মৌলিক কবিতাৰ দৰেই সুখপাঠ্য হৈছে।

সংখ্যাত কম হ'লেও পাৰ্বতিপ্ৰসাদৰ গদ্য ৰচনাসমূহে তেওঁৰ বিশিষ্ট শৈলীৰ স্বাক্ষৰ বহন কৰে। অসমীয়া সংস্কৃতিৰ বিষয়ে থকা তেওঁৰ গভীৰ জ্ঞান, অসমৰ নদী-বন-পৰ্বতৰ প্ৰতি থকা আকৰ্ষণ, মানুহৰ মংগল কামনা আৰু নিজা ব্যক্তিত্বৰে নিগৰি ওলোৱা এক সুৰুচিসম্পন্ন মনোভাৱ ৰচনাসমূহৰ মাজত বিৰাজমান। শব্দৰ কাৰিকৰ পাৰ্বতিপ্ৰসাদৰ স্ব-সৃষ্ট বহুতো শব্দ আৰু আবেগ-নিয়ন্ত্ৰিত ভাষা ৰচনাসমূহৰ এক অন্যতম বিশেষত্ব।

মিলন নগৰ
ডিব্ৰুগড়
৬.৮.০৪

**কৰবী ডেকা হাজৰিকা**

# বিষয়-সূচী

# পাৰ্বতিপ্ৰসাদৰ চমু জীৱন-কথা

## পবনাথ শৰ্মা

অসমৰ কলা-সংস্কৃতি জগতত গীতি-কবি পাৰ্বতিপ্ৰসাদ বৰুৱা এটি স্বনামধন্য নাম। তেওঁ আছিল একেধাৰে গীতিকাৰ, সুৰসাধক গায়ক, নৃত্যশিল্পী, সু-অভিনেতা আৰু সকলোতকৈ অসমীয়া সংস্কৃতিৰ একনিষ্ঠ পূজাৰী। তেওঁ যিটো পৰিয়ালত জন্ম গ্ৰহণ কৰিছিল, সাহিত্য-সংস্কৃতিৰ সাধনা সেই পৰিয়ালটিৰ লগবীয়া বস্তু আছিল। পাৰ্বতিপ্ৰসাদৰ পূৰ্ব-পুৰুষ কৃষ্ণদাস উত্তৰ পাৰে থকা বৰ বাৰভূঞাৰ লহকৰ ভূঞাৰ সন্ততি, সৰ্বস্বান্ত হৈ যোৰহাট নগৰলৈ আহি স্বৰ্গদেউ চন্দ্ৰকান্ত সিংহৰ আশ্ৰয় লয়। তেওঁ চন্দ্ৰকান্ত সিংহৰ সমবয়সীয়া আছিল আৰু তেওঁৰ দিনতেই ভঁড়ালী বৰুৱা বিষয়বাব পায়। চন্দ্ৰকান্ত সিংহৰ দিনতে তেওঁৰ পুতেক যাদুৰাম বৰুৱাই 'বৰ ভাণ্ডাৰ বৰুৱা' বিষয় পোৱাত যাদুৰামক 'ডেকা বৰুৱা'ও বোলা হৈছিল। তেওঁৰ গাটো লাহি আছিল কাৰণে 'লেৰেলি ডেকা বৰুৱা'ও বুলিছিল। বৃটিছৰ আমোলত যাদুৰাম ডেকা বৰুৱাই প্ৰথম অসমীয়া অভিধান লিখি ১৮৩৯ চনত জেনকিন্স চাহাবক দিয়ে। ইয়াৰ আলমতে বেপটিষ্ট মিছনৰ ব্ৰন্সন্ চাহাবে প্ৰথম অভিধান ছপাই উলিয়ায়। তেওঁ বঙালী কাকত 'সমাচাৰ চন্দ্ৰিকা' আৰু 'সমাচাৰ দৰ্পন'ত প্ৰবন্ধ লিখিছিল। সেই সময়ত অসমীয়া ভাষা প্ৰতিষ্ঠাৰ বাবে তেওঁ বৃটিছ চৰকাৰৰ বিৰুদ্ধে, আনন্দৰাম ঢেকিয়াল ফুকনৰ লগত একেলগে যুদ্ধ কৰিছিল। ঢেকিয়াল ফুকনে লেখা 'অসমীয়া ল'ৰাৰ মিত্ৰ' কিতাপখন ছপাবলৈ যাদুৰাম বৰুৱাই অৰ্থ-সাহায্য দিছিল। যাদুৰামৰ পুত্ৰ দুজন, কৃষ্ণপ্ৰসাদ আৰু দুৰ্গাপ্ৰসাদে শিৱসাগৰ মহকুমাৰ দক্ষিণ-পূবলৈ থকা বৃহৎ অভয়পুৰ মৌজা (বৰহাটৰ বৰবাচালি, সাপেখাতী আৰু সোণাৰিৰ অভয়পুৰ- এই তিনিটা মৌজা একেলগে আছিল) লৈ শিৱসাগৰত নিগাজীকৈ থাকিবলৈ লয়। দুৰ্গাপ্ৰসাদৰ তিনিজন পুত্ৰ স্বৰ্গীয় ৰাধিকাপ্ৰসাদ, স্বৰ্গীয় ভৱানীপ্ৰসাদ আৰু স্বৰ্গীয় তাৰিণীপ্ৰসাদ। স্বৰ্গীয় ৰাধিকাপ্ৰসাদৰ চাৰিজন পুত্ৰ- স্বৰ্গীয় ভগৱতীপ্ৰসাদ, স্বৰ্গীয় পাৰ্বতিপ্ৰসাদ, কামাখ্যাপ্ৰসাদ আৰু স্বৰ্গীয় মোক্ষদাপ্ৰসাদ। ৰাধিকাপ্ৰসাদ অসম কাউন্সিলৰ মেম্বাৰ আছিল, তেওঁ 'ৰায় চাহেব' খিতাপো পাইছিল। তেওঁ আছিল নীৰৱ সাহিত্যিক। তেওঁ 'পদ্য জামলা', 'ভিকটোৰিয়া চৰিত্ৰ' আৰু 'ভূগোল পাঠ' লেখিছিল। ৰাধিকাপ্ৰসাদে যোৰহাটৰ বিখ্যাত চাহ-খেতিয়ক, ৰায় বাহাদুৰ বিষ্ণুৰাম বৰুৱাৰ কন্যা হিমলা দেৱীক

বিয়া কৰায়। হিমলা দেৱীয়ে বৰ পুত্ৰ ভগৱতীপ্ৰসাদৰ শোকত 'বিননি' নামৰ কবিতা পুথি ছপাই উলিয়াইছিল। তেওঁলোকৰ শিৱসাগৰৰ বাহিৰেও সোণাৰিতো এখন ঘৰ আছিল।

পাৰ্বতিপ্ৰসাদৰ কাব্য আৰু জীৱন একে সুৰতে বন্ধা। তেওঁৰ জীৱনৰ কাহিনী অধ্যয়ন নকৰাকৈ তেওঁৰ গীত, সাহিত্য, কাব্য আৰু সাংস্কৃতিক অৱদানবোৰৰ সঠিক মূল্যাংকন কৰাটো টান। ১৯০৪ চনৰ ১৯ আগষ্টৰ দিনা শিৱসাগৰৰ পুণ্যতোৱা দিখৌ নদীৰ পাৰতেই পাৰ্বতিপ্ৰসাদৰ জন্ম। পৰিয়ালটি যেনে আঢ্যৱন্ত আৰু সুৰুচি-সম্পন্ন, তেনেকৈ কাব্য-সাহিত্য-সংগীত চৰ্চা আৰু অসমীয়া সংস্কৃতিৰ প্ৰতি বিশেষ শ্ৰদ্ধা সেই পৰিয়ালটিৰ লগৰীয়া বস্তু আছিল। এনে পৰিৱেশত ডাঙৰ-দীঘল হ'বলৈ পাই পাৰ্বতিপ্ৰসাদ আৰু ককাইদেৱেক ভগৱতীপ্ৰসাদৰ মন সৰুৰেপৰাই কাব্য-সাহিত্য-সংগীতৰ প্ৰতি ঢাল খাইছিল। দুয়োজন ককাই-ভাই আছিল যেন অভেদ আত্মা। ৰূপে-গুণে প্ৰায় একে সাঁচত গঢ়া। দুয়ো সৰুতে যেতিয়া ৰাজ আলিয়েদি ৰাধিকা শৰ্মাই স্থাপন কৰা শিৱসাগৰৰ ফুলেশ্বৰী স্কুললৈ পঢ়িবলৈ যায়, বাটৰ মানুহে 'এই দুটি গনেশ-কাৰ্তিক গৈছে' বুলি কোৱাকুই কৰিছিল। পাৰ্বতিপ্ৰসাদে গধূলি জোনাকী পৰুৱা ধৰে, বননিত জিএগ-পখিলাৰ পিছে পিছে জঁপিয়াই ফুৰে, পুৱা দিখৌৰ বালি দ'ল সাজি, সাঁতুৰি-নাদুৰি আনন্দ লাভ কৰে; পিছত লৰা-লৰিকৈ ভাত-পানী খাই স্কুললৈ যায়। ল'ৰা আৰু ছোৱালীৰ কাৰণে একে ঠাইতে দুখন বেলেগ স্কুল আছিল যদিও সদায় দুয়োখন স্কুলৰ ছাত্ৰ-ছাত্ৰী ছোৱালী স্কুলতে লগ লাগি প্ৰথমতে এই প্ৰাৰ্থনা-সংগীত গায়- 'ঢালা কৃপাধাৰা প্ৰভু ঢালাহে, বোওঁৱা শান্তি নিজৰাহে।' মাতটো ভাল আৰু গাব জানিছিল কাৰণে পাৰ্বতিপ্ৰসাদেই স্বৰ্গীয় পদ্মধৰ চলিহা ৰচিত সেই গীতটি ধৰে, ল'ৰা-ছোৱালীবোৰে সুৰ লগাই গায়। প্ৰাৰ্থনা গীতটো শুনি ফুলেশ্বৰী বিদ্যালয়ৰ প্ৰতিষ্ঠাতা প্ৰধান শিক্ষক স্বৰ্গীয় ৰাধিকা শৰ্মাৰ দুচকুৰে পানী বৈ যায়। ছোৱালীবোৰৰ মাজত তেওঁৰ ভনীয়েক, এসময়ৰ প্ৰসিদ্ধ মহিলা লেখিকা সুধালতা বৰুৱাও আছিল। প্ৰবীণ শিল্পী আৰু নাট্যাচাৰ্য স্বৰ্গীয় ইন্দ্ৰেশ্বৰ বৰঠাকুৰে স্কুলত চিত্ৰাংকন শিকায়। পাৰ্বতিপ্ৰসাদে সকলো ল'ৰাৰ ভিতৰত সুন্দৰকৈ চিত্ৰ আঁকি শিক্ষকক দেখুৱাই প্ৰশংসা লাভ কৰিব পাৰিছিল। বন্ধৰ দিনত হাবি-বনলৈ গৈ ধুনীয়া ধুনীয়া পখিলা ধৰি আনি নানা বৰণীয়া পাখিৰে সৈতে এলবামত যতনে সজাই থয়। সুন্দৰ লতা আৰু টেঁকীয়াপাতৰো এলবাম সজায়। ব্ৰজমণিৰ ডাঙৰ কাঁইট বিচাৰি আনি সমানকৈ লৈ তাত নিজৰ আৰু ককাইদেৱেকৰ নামবোৰ কাটি ৰবৰৰ ষ্টাম্পৰ নিচিনাকৈ ছাপ মাৰি লয়। সেই স্কুলত সু-সাহিত্যিক প্ৰসিদ্ধ গীতিকাৰ পদ্মধৰ চলিহাও কিছুদিনৰ কাৰণে শিক্ষক আছিল। তেৰোঁ পাৰ্বতিপ্ৰসাদক গীত শিকায়। কোনো অনুষ্ঠান বা সভা-সমিতিত গীত গাবলৈ বা কবিতা আবৃত্তি কৰিবলৈ হ'লে পাৰ্বতিপ্ৰসাদক

আগবঢ়াই দিয়ে। চলিহাক সোণটি ককাইদেউ বুলিছিল। বাধিকা শৰ্মাৰ উদ্যোগতে জয়সাগৰ পুখুৰী পাৰত ধুমধামেৰে জয়মতী উৎসৱৰ পাতনি মেলা হয় ফুলেশ্বৰী স্কুলৰ ছাত্ৰ-ছাত্ৰী সকলক লৈ। জয়মতী নাটক অভিনয় কৰিবৰ নিমিত্তে স্কুলত মাহ দিন আখৰা চলে। পাৰ্বতিপ্ৰসাদে কেইবাবছৰো গদাপাণিৰ ভাও লৈছিল ৯-১০ বছৰ বয়সৰ পৰাই। জয়মতী হৈছিল ৰাষ্ট্ৰীয় পুৰস্কাৰপ্ৰাপ্ত স্বৰ্গীয় মিনি এমজু। অভিনয়ত তেওঁ কৃতিত্ব দেখুৱাৰ কথা তেওঁৰ বন্ধু-বান্ধৱসকলৰ মুখত শুনা যায়। তেওঁ আবৃত্তিও বৰ সুন্দৰকৈ কৰি পুৰস্কাৰ পাইছিল। তেওঁৰ 'পেট' নামৰ আবৃত্তিত মুগ্ধ হৈ শিৱসাগৰৰ বিখ্যাত উকীল অক্ষয় বাবুৱে তেওঁক এটি ৰূপৰ ঘড়ী উপহাৰ দিছিল।

পাৰ্বতিপ্ৰসাদৰ মাত শুৱলা আছিল- ঘৰলৈ অহা আলহী-অতিথিয়ে গধূলি তেওঁৰ পৰা গান শুনিবলৈ বিচাৰে। যোৰহাটৰ ঠেঙালৰ ককাদেউতাকৰ ঘৰলৈ গ'লেও গান গাব লাগে। সেই সময়ত পাৰ্বতিপ্ৰসাদে ৰবীন্দ্ৰ সংগীত গাইছিল, অসমীয়া গীতৰ ভিতৰত লক্ষ্মীৰাম বৰুৱা আৰু পদ্মধৰ চলিহা ৰচিত গীত প্ৰায়েই গাইছিল। স্কুলত পঢ়ি থকা অৱস্থাত তেওঁ ঘৰত এটা সৰু অফিচ পাতি লৈ 'থুপিতৰা' নামেৰে এখনি মাহেকীয়া হাতেলিখা আলোচনী উলিয়াইছিল। তাত তেওঁ 'ভগুনা' নামৰ কবিতা আৰু 'নকও' নামৰ এটা প্ৰবন্ধ লেখিছিল। অফিচটো আছিল সৰু চাংঘৰ- কেউফালে ৰঙা কচু আৰু ফুল কই লৈছিল। ছাত্ৰ-ছাত্ৰীৰ মাজত সাহিত্যালোচনা আদি কৰিবলৈ সেই সময়ত ৰংপুৰত বিমলালয়া সভা এখন আছিল। তাত ভগৱতীপ্ৰসাদ আৰু পাৰ্বতিপ্ৰসাদেও নিয়মীয়াকৈ যোগদান কৰিছিল। 'থুপিতৰা' বন্ধ হ'লত ঘৰৰ পৰা আন এখনি হাতে লিখা আলোচনী উলিওৱা হয়। ইয়াৰ নাম আছিল 'ঘৰ-জেউতি' আৰু সম্পাদক আছিল সৰু ভায়েক মোক্ষদাপ্ৰসাদ। ইয়াত পাৰ্বতিপ্ৰসাদে নিয়মীয়াকৈ কবিতা-প্ৰবন্ধাদি লিখিছিল। উল্লেখযোগ্য, এই নামৰ মহিলাসকলৰ এখন ছপা আলোচনী কেইবছৰমানৰ পিছত শিৱসাগৰৰ পৰা প্ৰকাশ পায়।

১৯২১ চনত স্কুলীয়া জীৱন শেষ কৰি পাৰ্বতিপ্ৰসাদে কটন কলেজত নাম লগায়। গীত লেখা আৰু কাব্য চৰ্চাৰ কাৰণে তেওঁ এখন বহল ক্ষেত্ৰ পালে। লগ আছিল স্বৰ্গীয় সুৰেন্দ্ৰনাথ বুঢ়াগোহাঁই (শেষত কেন্দ্ৰীয় মন্ত্ৰী), মাধৱ ভট্টাচাৰ্য, ফণিধৰ দত্ত (উপাচাৰ্য), শশী বৰবৰুৱা, ধ্বনি-কবি বিনন্দ বৰুৱা। বন্ধৰ দিনত লগৰীয়া সকলৰ লগত উমানন্দলৈ গৈ উত্তৰ পাৰৰ অকলশৰীয়া ঠাইত তাণ্ডৱ নৃত্য আৰু নিজৰী নৃত্য আখৰা কৰে- লগৰীয়া সকলে তাল বাখি গীত গাব লাগে। গীত লেখা আৰু ৰবীন্দ্ৰ সংগীত চৰ্চাত মন দি পঢ়াশুনালৈ পিঠি দিয়াৰ নিচিনা হ'ল। ছাত্ৰাবাসত নিশা গান গোৱাটো বন্ধ কৰিবলৈ অধ্যাপক হৰ্ষ সেনে কাঢ়া হুকুম শুনালে। তথাপি তেওঁৰ মুখত গান শুনি প্ৰশ্ন কৰাত তেওঁ ক'লে, 'ছাৰ, গাওঁ বুলি নেগাওঁ, হঠাৎ এনেয়ে ওলাই যায়।' পাৰ্বতিপ্ৰসাদে সেই

সময়ত এটি গীত লেখিলে- 'যায় সংকেত ভাগি-মোৰ কণ্ঠত লাগি গীতৰ বাণী... বেলাৰ নাই আহৰি, পুথিৰ পঢ়া পাহৰি, ফুৰোঁ বিহৰি।' (গুণগুণনি)। সকলোৰেপৰা বৈজ্ঞানিক হ'ম বুলি যি আশা কৰি কলেজত বিজ্ঞান শাখাত নাম লগাইছিল- তেওঁৰ সেই আশা পূৰ্ণ নহ'ল। পঢ়াত মনোযোগ দিব নোৱাৰাত বাছনি পৰীক্ষাত ৰ'ল আৰু পাছৰ দুই বছৰমানৰ পাছতহে আই, এছ, চি, পাছ কৰিবলৈ সমৰ্থ হয়। কিন্তু সেই সময়ত তেওঁৰ সাহিত্য-সংগীত চৰ্চা পূৰ্ণোদ্যমে চলি থাকিল। অসম ছাত্ৰ সন্মিলনৰ কামত আগ ভাগ লোৱা হ'ল, মুখপত্ৰ 'মিলন'ৰ সম্পাদকীয় সমিতিৰ সদস্য হৈ শুধ অসমীয়া ৰীতি ৰক্ষা কৰাত জোৰ দিলে। কেইবাখনো বাৰ্ষিক সন্মিলনত নিজে লিখা অসমীয়া সুৰৰ গীত গাই সকলোৰে পৰা সমাদৰ লাভ কৰে।

১৯২৫ চনত পাৰ্বতিপ্ৰসাদে কলিকতালৈ গৈ স্কটিচ চাৰ্চ কলেজত কলা শাখাত স্নাতক মহলাত নাম লগায়। তাত তেওঁ প্ৰথমতে ধ্বনিকবি বিনন্দ বৰুৱাৰ লগত কিছুদিন মেছত থকাৰ পাছত কলেজৰ ছাত্ৰাবাসলৈ গ'লেও প্ৰায়ে দুয়ো লগ হৈ কাব্যচৰ্চা কৰে, থিয়েটাৰ চায়, সাংস্কৃতিক অনুষ্ঠানলৈ যায়। কবি যতীন্দ্ৰনাথ দুৱৰাৰ ওচৰলৈও যায়। দুৱৰাৰ ওচৰলৈ গ'লে পাৰ্বতিপ্ৰসাদে সদায় অসমীয়া গীত শুনাব লাগে। তাত বহুতো বঙালী ছাত্ৰও থাকে। তেওঁলোকে পাৰ্বতিপ্ৰসাদৰ 'হেৰ' বলিয়া, নয়ন ভৰি ভৰি চা' নামৰ গীতটো ভাল পাই লিখি লৈ নিজেও গাবলৈ শিকিছিল। পাৰ্বতিপ্ৰসাদে বিনন্দ বৰুৱাক কবিতা লেখাত উদ্‌গনি যোগায়। তেওঁৰ তাগিদাত পৰি বিনন্দ বৰুৱাই এক ৰাতিৰ ভিতৰতে তেওঁৰ বিখ্যাত 'গড়গাওঁ' কবিতাটি লিখি দিব লগা হৈছিল। এ, এছ, এল, ক্লাবৰ বাৰ্ষিক সভাত পিছদিনা পাৰ্বতিপ্ৰসাদে কবিতাটো আবৃত্তি কৰি শুনায়। এলবাৰ্ট হলত কেতিয়াবা বিশ্ব কবিয়ে বক্তৃতা দিবলৈ আহে। তাত বক্তৃতা শুনিবলৈ পাৰ্বতিপ্ৰসাদে দুয়োৰে কাৰণে টিকট লৈ থয়। জোৰাসাঁকোত কোনদিনা কেতিয়া নাটক বা গীতি-নাট্যাভিনয় হ'ব, তেওঁ তাৰো খবৰ লৈ দুয়োৰে কাৰণে আগতীয়াকৈ টিকট লৈ আহে। ৰবীন্দ্ৰনাথৰ নৃত্য-গীত চাই আৰু বিশেষকৈ তেওঁৰ নটৰাজৰ নৃত্য দেখি পাৰ্বতীপ্ৰসাদ মুগ্ধ হৈছিল। এইছোৱা সময়তে তেওঁ গীত লিখিছিল। ৰবীন্দ্ৰ সংগীতৰ সুৰ চানেকিৰে তেওঁ দুহাজাৰ মান গীত গাব পৰা হৈছিলগৈ। এই সময়ত বিনন্দ বৰুৱাৰ কবিতা পুথি 'শঙ্খ ধ্বনি' খন পাৰ্বতিপ্ৰসাদৰ উদ্‌গনিতে প্ৰকাশ কৰা হয়। পুথিৰ নামকৰণ আৰু বেটুপাতৰ শঙ্খৰ ছবিটো পাৰ্বতিপ্ৰসাদে আঁকি দিয়া।

কটন কলেজত পঢ়ি থকা সময়ত অতি মৰমৰ বাইদেৱেক কমলা বৰুৱাক বিয়া দি উলিয়াই দিয়া কিছুদিনৰ পাছতেই মৃত্যু হোৱাত পাৰ্বতিপ্ৰসাদে প্ৰথম বজ্ৰাঘাত পাই এই গীতটো লিখিলে - 'জোনাক, জোনাক শীতল জোনাক চাই মোৰ চকুলো সৰে।' ডিম্বেশ্বৰ নেওগৰ দ্বাৰা সম্পাদিত ছাত্ৰ সন্মিলনৰ মুখপত্ৰ 'মিলন'ত নিজৰ নাম গুপুতে ৰাখি

'ম ৰণ নিৰ্মালী' আৰু 'মৰণ-মাধুৰী' নামৰ দুটা শোক ৰ কবিতা (ode) প্ৰকাশ কৰিলে। কলিকতাত পঢ়ি থকা সময়ৰ পৰা পাৰ্বতিপ্ৰসাদে শিৱসাগৰ নাট্যমঞ্চত সংগীত পৰিবেশন কৰিছিল, নৃত্যাভিনয় আদিত যোগদান কৰিবলৈ লৈছিল। 'শোণিত কুঁৱৰী' নাটকত তেওঁ চিত্ৰলেখা হৈ নিজা পৰিকল্পনাৰে নিজৰী নৃত্য, লাস্য নৃত্য দেখুৱাই সকলোৰে প্ৰশংসা লাভ কৰে। নাটকৰ অন্যান্য অভিনয়তো তেওঁ সমানে কৃতিত্ব দেখুৱাব পাৰিছিল। 'চক্ৰধ্বজ সিংহ' নাটকত তেওঁ মহাবীৰ লাচিতৰ অভিনয় সুখ্যাতিৰে কৰি শ্ৰোতা-দৰ্শকক মুগ্ধ কৰিব পাৰিছিল। তেওঁৰ সুদৰ্শন চেহেৰা, গুৰু গম্ভীৰ বচন ভংগী আছিল মঞ্চোপযোগী। অভিনয় প্ৰতিভাও আছিল সৰ্বজনবিদিত।

বি. এ. পাছ কৰি অহাৰ কিছুদিনৰ পাছত পাৰ্বতিপ্ৰসাদে মোমাইদেৱেকৰ বাগিচা সৰুচৰাইত কাম শিকিবলৈ লয় ১৯২৯ চনত। তাত থাকোঁতেই তেওঁ 'সোণৰ সোলেং' আৰু 'লখিমী'খন লিখে। সেই বছৰৰ শা ৰদী পূৰ্ণিমা ৰাতি বাগিচাৰ বঙলাতে 'জোনাকী মেল'ৰ পাতনি মেলে। মেল ৰ প্ৰথম আৰু প্ৰধান নিয়মটো আছিল - ইয়াৰ কোনো নিয়ম নাই; মেলুৱৈ সকলৰ ভিতৰত আছিল তেওঁৰ অন্তৰংগ বন্ধু স্বৰ্গীয় সুৰেন্দ্ৰনাথ বুঢ়াগোহাঁই (কেন্দ্ৰীয় মন্ত্ৰী), শশী বৰুৱা (গীতি কবিৰ পাৰ্টনাৰ), স্বৰ্গীয় যোগকান্ত বৰুৱা, স্বৰ্গীয় স ৰ্বেশ্বৰ বৰচেতিয়া আদি। সেই মেলত গাবলৈ তেওঁ এই গীতটো লেখিলে - 'শাৰদী সন্ধিয়াৰ জোনাকী মেল, নিৰলা জীৱনৰ ক্ষণিক খেল।' গীতিকবিয়ে পাছৰ জীৱন কালত সোণাৰিৰ সোণালী পামত আৰু পাছত শ্বিলং-গুৱাহাটী আদি ঠাইত কেইবাখনো 'জোনাকী মেল'ৰ আয়োজন কৰিছিল। সৰু চৰাইত কাম শিকাৰ পাচত তেওঁ শিৱসাগৰৰ কাষৰ ৰজাবাৰী বাগিচাৰ মেনেজাৰ হৈ আহিল। ইয়াত থাকোঁতেই ১৯৩৩ চনৰ ১৪ অক্টোবৰ তাৰিখে নিশা মৰমৰ ককাইদেৱেকৰ পৰিয়ালটি লৈ নিজে মটৰ গাড়ীখন চলাই শিৱসাগৰ নাট্যমঞ্চত 'কনৌজ কুঁৱৰী' নাটৰ অভিনয় চাবলৈ বুলি ওলাই আহিল। সৰু ভায়েক বিখ্যাত মঞ্চ শিল্পী মোক্ষদাপ্ৰসাদে সকলোৰে কাৰণে আগতীয়াকৈ টিকট কিনি শিৱসাগৰত তেওঁলোকলৈ অধীৰ আগ্ৰহেৰে বাট চাই আছিল। তেতিয়া দিচাং নদীত নাৱনাও আছিল, পকী দলং হোৱা নাছিল। নাৱনাওখনৰ সমুখৰ ডাং ডাল লগোৱা নহ'ল। মটৰ গাড়ীখন দুৰ্ভাগ্যক্ৰমে নাৱৰ পৰা পিছল খাই নৈৰ মাজত পৰিলগৈ আৰু লগে লগেই ভগৱতী প্ৰসাদৰ পৰিয়ালটি পানীত জাহ গ'ল। ভগৱতীৰ লগত আছিল তেওঁৰ পত্নী সত্যৱতী, ডেৰ বছৰীয়া একেটি পুত্ৰ দীপ, সৰু ভনীয়েক প্ৰতিমা আৰু লিগিৰী সৰুদৈ। পাৰ্বতিপ্ৰসাদে পানীৰ মাজৰ পৰা এন্ধাৰত ককবকাই সাঁতুৰি কোনো প্ৰকাৰে পাৰত উঠিল যদিও বাকী কোনো প্ৰাণী ৰক্ষা নপৰিল। শিৱসাগৰত মাজনিশা এই কাল-বাতৰি ক্ষণিকতে বিয়পি পৰিল, অভিনয় বন্ধ হ'ল, সকলো দিচাং ঘাটৰ ফালে ঢাপলি মেলিলে। সংস্কৃতিপ্ৰেমী মাত্ৰেই সাহিত্য-সংস্কৃতিৰ

সাধক, বন্ধু মহলৰ মাজত অসমৰ 'শ্যেলী' বুলি খ্যাত ভগৱতী প্ৰসাদৰ মৃত্যুত চকুপানী টুকিলে। পাৰ্বতিপ্ৰসাদে যিটো হিয়াকড়ি ভেদি যোৱা শোক-যন্ত্ৰণা পালে তাক ভাষাৰে বৰ্ণনা কৰিব নোৱাৰি। সদাহাস্য মানুহজনৰ জীৱনৰ সুঁতিয়েই বদলি হৈ গ'ল। হতাশাই তেওঁৰ মন আৱৰি ধৰিলে, দুবছৰমান নীৰৱে সোমাই থাকিল। ইয়াৰ পাছত তেওঁ দুই-এটা গীত লিখিছিল যদিও সেই বোৰে সৰহভাগ করুণ ৰসৰ - নিয়তিৰ ওচৰত আক্ষেপ কৰি লিখা গীত। সেই সময়ত তেওঁৰ ভাগি পৰা মনৰ অৱস্থা দেখি ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদে তেওঁক 'জয়মতী' কথাছবিত ভূমিকা ল'বলৈ তেজপুৰলৈ মাতি পঠালে ১৯৩৪ চনত। জ্যোতিপ্ৰসাদে ভাবিছিল তেওঁৰ কাষলৈ আহিলে পাৰ্বতিপ্ৰসাদৰ মনৰ দুখ পাতলিব। কিন্তু পাৰ্বতিপ্ৰসাদে নিজৰ স্বাভাৱিক শোকটো অস্বাভাৱিক উপায়ে আঁতৰাবলৈ ইচ্ছা নকৰি সেই আহ্বান প্ৰত্যাখ্যান কৰিলে। কিছুদিন নিতাল মাৰি থকাৰ পাছত পাৰ্বতিপ্ৰসাদে নিয়তিৰ লগত যুঁজ দিবলৈকে দুগুণ উছাহে কৰ্মক্ষেত্ৰত লাগিল আৰু শেষত সোণাৰি বাগিচাখন কিনি নিজৰ কৰিলে। ভগৱতীপ্ৰসাদৰ লেখা আৰু বন্ধু-বান্ধৱলৈ দিয়া পাণ্ডিত্যপূৰ্ণ চিঠিবোৰ সংগ্ৰহ কৰি সেইবোৰ পুথিৰ আকাৰত উলিয়াম বুলি চেষ্টা কৰিলে। পিছে ইয়াত তেওঁ ফলৱতী নহ'ল।

পাৰ্বতিপ্ৰসাদে ১৯৪০ চনত ধাৰ-ঋণ কৰি চতুৰ্থখন অসমীয়া বোলছবি 'ৰূপহী' নিৰ্মাণ কৰিবলৈ ল'লে। কাহিনীটো আছিল কবি কমলেশ্বৰ চলিহাৰ। যুদ্ধৰ দিন; কলিকতালৈ অহা-যোৱা কৰাৰো অসুবিধা। সকলো বাধা নেওচি তেওঁ আগবাঢ়িল। কলিকতাৰ পৰা কেমেৰামেন আনি দলে-বলে মাজুলী পালেগৈ। তাত দক্ষিণপাট সত্ৰৰ ৰাস নৃত্য আৰু ব্ৰহ্মপুত্ৰৰ গড়াখহনীয়াৰ কিছুমান দৃশ্য লোৱা হ'ল। অন্যান্য ঠাইত বহিৰ্দৃশ্যও গ্ৰহণ কৰাৰ শেষত ৪০ জনীয়া দলটো লৈ কলিকতা পালেগৈ। বোলছবিখনৰ অন্যতম সহযোগী, সৰু ভায়েক মোক্ষদাপ্ৰসাদে এই বিষয়ে এঠাইত লিখিছে। কলিকতাত গৈ দেখিলে কেমেৰামেনৰ দোষত অসমত তোলা ছবি এখনো নুঠিল। লগৰসকলক জানিবলৈ নিদিয়াকৈ পাৰ্বতিপ্ৰসাদে ব্ৰড্‌ৱে হোটেলৰ কোঠা এটা ভাড়া লৈ তাতে ভায়েক মোক্ষদাপ্ৰসাদৰ সহায়ত গোটেই গল্পটো নতুনকৈ সজাই লৈ ষ্টুডিঅ'তে সকলো দৃশ্য তৈয়াৰ কৰি ছবিখন উলিয়ালে যদিও তেওঁৰ সুন্দৰ ছবি কৰাৰ আশা পূৰ্ণ নহ'ল। এইখন ছবিত পাৰ্বতিপ্ৰসাদে আনন্দ মহন্তৰ ভাওত অৱতীৰ্ণ হৈ যোৱা আৰু গীত গাইছে। তেওঁৰ সাৱলীল অভিনয় ছবিখনৰ অন্যতম আকৰ্ষণ আছিল।

সংসাৰৰ বোজা বাঢ়ি অহাত দিনে-ৰাতিয়ে খাটিবলগীয়া হোৱাৰ কাৰণে ১৯৫৩ চনৰ নৱেম্বৰ মাহত তেওঁ ৰক্তচাপত আক্ৰান্ত হৈ শয্যাশায়ী হয়। অসুখ হোৱাৰ আগদিনা তেওঁৰ অন্তৰংগ বন্ধু, সেইসময়ৰ কেন্দ্ৰীয় চৰকাৰৰ উপমন্ত্ৰী সুৰেন্দ্ৰনাথ বুঢ়াগোহাঁইৰ মৃত্যুৰ বাতৰিয়ে তেওঁৰ মনত ডাঙৰ আঘাত দিলে। চিকিৎসা চলিল যদিও দুবছৰমানৰ

পাছত তেওঁৰ আকৌ অসুখ হয়; এইবাৰ তেওঁৰ বাওঁহাত, বাওঁভৰি অৱশ হোৱাৰ বাহিৰেও কথাবোৰো অলপ অস্পষ্ট হ'ল। এনে অৱস্থাতো তেওঁৰ গতিবিধি আৰু কৰ্মশক্তিয়ে তেওঁৰ অসুখীয়া গাৰ কথা সকলোকে পাহৰাই ৰাখিছিল। ঘৰৰ বাৰাণ্ডাত বহি দুই-এটা গীত লিখে, নতুন ধৰণৰ কবিতা লিখি 'ৰামধেনু' আদি আলোচনীলৈ পঠায়, সাংস্কৃতিক সন্মিলনলৈ যায় আৰু নিজৰ পুথিবিলাক প্ৰকাশ কৰিবলৈ লয়। এই সময়ছোৱাতে তেওঁৰ গীতৰ পুথি 'গুণগুণনি' (১৯৫৩), 'লুইতী' (১৯৫৯), কবিতাৰ পুথি - 'ভঙা-টোকাৰীৰ সুৰ' (১৯৫৯), গীতিকাব্য - 'শুকুলা ডাৱৰ ঐ কইনা ফুল' (১৯৬৩) প্ৰকাশ পায়। শেহতীয়া কবিতাসমূহৰ সংকলন 'খেল ভঙা খেল' গীতিকবিজনাৰ মৃত্যুৰ বহু বছৰৰ পাছত প্ৰকাশ পাইছে।

অসমৰ সাংস্কৃতিক ক্ষেত্ৰলৈ তেওঁৰ যি বহুমূলীয়া বৰঙণি দিলে, পলমকৈ হ'লেও তেওঁলৈ জনোৱা স্বীকৃতি স্বৰূপে ১৯৬১ চনত গোৱালপাৰাত বহা অসম সাহিত্য সভাৰ সংগীত সন্মিলনৰ তেওঁক সভাপতি নিৰ্বাচন কৰা হয়। কণ্ম দেহাৰেই তেওঁ মঞ্চত দেখা দিয়াত সমবেত জনতাই বিপুল সম্বৰ্দ্ধনা জনালে। তেওঁৰ ভাষণখনি (কলা-সংস্কৃতি) পাঠ কৰি দিয়া হয়। এই সময়ছোৱাতেই গীতি কবিজনাক শ্বিলং আৰু গুৱাহাটীৰ বহুত কলা-সংস্কৃতিৰ অনুষ্ঠানে অভিনন্দন জনায়। দুয়ো ঠাইতে 'জোনাকী মেল'ৰো আয়োজন কৰা হয়। পাৰ্বতিপ্ৰসাদে সভা-সমিতিলৈ গ'লে অসমীয়া ডাঙৰীয়া সকলৰ আৰ্হিৰে পাটৰ চেলেং চাদৰ, ধুতি পিন্ধি যায়। মূৰত মুগাৰ বন কৰাই লোৱা এড়িয়া কাপোৰৰ এটি টুপী নিজা আৰ্হিত তৈয়াৰ কৰি পিন্ধি সমাজত বহি থাকিলে জাকতজিলিকা হৈ থাকে। ঘৰত এটি নামঘৰ সজাই লৈছিল। তিথিয়ে-পৰ্বই তেওঁ নাম প্ৰসংগও কৰিছিল।

পাৰ্বতিপ্ৰসাদৰ শেষ জীৱনৰ দুটামান কথা থাওকতে উল্লেখ কৰিব খুজিছোঁ। ১৯৬২ চনৰ চীন দেশৰ আক্ৰমণৰ সময়ত প্ৰতিৰক্ষাৰ কাৰ্যসূচী হিচাপে জনগণৰ মনত উৎসাহ-উদ্দীপনা জগাই তুলিবলৈ সু-গায়ক গীতিকাৰ ডক্টৰ ভূপেন হাজৰিকাই ট্ৰাক এখনত উঠি শিল্পীসকলক লৈ গুৱাহাটী মহানগৰীৰ বাট-পথত দেশাত্ম বোধক গীত পৰিৱেশন কৰি গৈছিল; পাৰ্বতিপ্ৰসাদ বৰুৱাইয়ো অসুখীয়া দেহাৰেই প্ৰথমবাৰ শেহলৈকে ট্ৰাকত উঠি লগৰসকলক অনুপ্ৰেৰণা দিছিল। ১৯৬৩ চনৰ ডিচেম্বৰ মাহত তেওঁৰ বাতবিষ বেছি হোৱাত ডাক্তৰে ডিব্ৰুগড়লৈ গৈ চিকিৎসা কৰাবলৈ পৰামৰ্শ দিলে। সাজি কাছি ডিব্ৰুগড়লৈ ওলাল। এনেতে গম পালে সেইদিনা যোৰহাটলৈ প্ৰখ্যাত চেতাৰ বাদক ৰবিশংকৰ আহিব। অসুখীয়া গাৰেই তেওঁ ৰবিশংকৰৰ চেতাৰ বাদন শুনিবলৈ গ'ল। অসুখ হ'লেও তেওঁ সাংস্কৃতিক অনুষ্ঠানত যোগদান নিদিয়াকৈ নাছিল।

মৰমৰ ককাইদেৱেকৰ স্মৃতিয়ে তেওঁৰ অন্তৰ সততে দহি পুৰি আছিল। তেওঁৰ

স্মৃতি যুগমীয়া কৰিবলৈকে অসম সাহিত্য সভাক গুৱাহাটীত ভগৱতী প্ৰসাদ বৰুৱা ভৱন নিৰ্মাণ কৰিবলৈ পঞ্চাশ হাজাৰ টকা দান দিলে। তেওঁৰ দানৰ বিনিময়ত শিৱসাগৰ নাট্যমন্দিৰত ভগৱতী প্ৰসাদ বৰুৱা ঘূৰণ ৰংগমঞ্চ নিৰ্মাণ হ'ল। সোণাৰিত ভগৱতী প্ৰসাদ বৰুৱা সোঁৱৰণী উঃমাঃ বিদ্যালয়ত ঘৰ আৰু মাটি হ'ল। শেহত কৰ্তব্যৰ আহ্বানত ককাইদেৰেকৰ নামত দান দিয়া বিদ্যালয়খনিত কুৰি দিনৰ কাৰণে বীৰ লাচিতৰ্তে নৰিয়া গাৰেই যুদ্ধক্ষেত্ৰলৈ ওলোৱাৰ দৰে অসুখীয়া দেহাৰেই প্ৰধান শিক্ষকৰ দায়িত্বও বহন কৰিবলগীয়া হয়। অসমৰ থলুৱা সংস্কৃতিৰ উৎকৰ্ষ সাধনৰ নিমিত্তে সোণাৰিত সাংস্কৃতিক অনুষ্ঠান এটা স্থাপন কৰাৰ তেওঁৰ মানস আৰু পৰিকল্পনাও আছিল। শিৱসাগৰত শেহ জীৱনত জিৰণি ল'বলৈ এটি পকীঘৰো সজাবলৈ লৈ নাম থৈছিল 'ৰতোৱাল'। সেই দুটা কাম তেওঁৰ দিনত হৈ নুঠিল।

১৯৬৪ চনত ওপৰা উপৰিকৈ দুবাৰ ৰক্তচাপজনিত আঘাতৰ ফলত ৭ জুনৰ আবেলি পৰত গীতিকবি পাৰ্বতিপ্ৰসাদৰ ঘটনাবহুল, বহুৰঙী জীৱনৰ অৱসান ঘটে জীৱনৰ প্ৰধান কৰ্মস্থলী সোণাৰিৰ সোণালী-পামত। ◻

# পাৰ্বতিপ্ৰসাদৰ সোঁৱৰণ

ডিম্বেশ্বৰ নেওগ

১৯১৪ ৰ বৰদিনত শিৱসাগৰত বৰ্তমান উচ্চ মাদ্ৰাছাৰ ঘৰত বিমলালয় সভাৰ প্ৰথম ছমহীয়া অধিবেশন বহে স্বৰ্গীয় অক্ষয় ঘোষৰ সভাপতিত্বত। তাত মোৰ কবিতা পাঠ আছিল আৰু পাৰ্বতিপ্ৰসাদে আন এজন লগৰীয়াৰ লগত গান গাইছিল। স্বৰ্গীয় ভগৱতীপ্ৰসাদ মোৰ সহপাঠী সুহৃদ আছিল আৰু তেওঁৰ ভায়েক বুলিয়ে পাৰ্বতিপ্ৰসাদক প্ৰথমৰ.পৰা শেষলৈকে আপোনৰ দৰে ভাবিছিলোঁ। তেওঁৰ তেতিয়া বয়স ন দহ বছৰ, পঢ়িছিল স্বৰ্গীয় ৰাধিকানাথ শৰ্মাই পতা ফুলেশ্বৰী ল'ৰা উচ্চ বিদ্যালয়ত। তাৰ পাছৰ ছয় সাত বছৰত তেওঁক পোৱা মনত নপৰে, কিয়নো আমি শিৱসাগৰ ৰাজ্যপালন উচ্চ বিদ্যালয়ত পঢ়া সময়ত তেওঁ ইয়াত নাম লগোৱা নাই যেন লাগে।

১৯২২ ত শিৱসাগৰৰ পৰা শ্ৰী যোগকান্ত বৰুৱাই আহি প্ৰথম বাৰ্ষিকত নাম লগাই পঞ্চম ক্ৰমাঙ্কৰ ছাত্ৰাবাসত থাকে। এওঁলোক দুয়ো সুগায়ক আৰু সাহিত্যানুৰাগী ছাত্ৰ; মোৰ পঞ্চম বাৰ্ষিক শ্ৰেণী মানলৈকে এওঁলোক মোৰ নেৰা-নেপেৰা সহপাঠী আছিল। মই গান বা কবিতা ৰচোঁ, তেওঁলোকে গায় বা পঢ়ে। মই তেতিয়া গুৱাহাটী অসমীয়া ছাত্ৰ সংঘ বা অসম ছাত্ৰ সন্মিলন বা 'মিলন'ৰ সম্পাদক, তেওঁ তাৰ কাৰ্যনিৰ্বাহক বা সম্পাদনা সমিতিৰ সদস্য। এনে অনুক্ৰমে আমি নলে-গলে লগা আছিলো তিনিও।

শ্ৰীমান যোগকান্তৰ প্ৰথম কবিতা ওলায় সম্ভৱ ১৯২৩ ৰ 'চেতনা'ত; এজনে তাৰ বিৰূপ সমালোচনা কৰে, মই তাৰ প্ৰতিবাদ কৰো। তাৰ পাছতো তেওঁ কবিতা লিখি আছিল। কিন্তু সংসাৰত সোমায়েই সেইবোৰলৈ একেবাৰে পিঠি দিলে।

সেই সময়তে পাৰ্বতি প্ৰসাদৰ বায়েক কমলা আইদেউ ঢুকায় আৰু সেই দুখত ম্ৰিয়মান হৈ তেওঁ কবিতা এটা লিখি আনি মোৰ হাতত দিয়ে; মোৰ সম্পাদিত 'মিলন'ত সেয়ে 'মিলন মাধুৰী' নামে প্ৰকাশিত হয়। সেয়ে তেওঁৰ প্ৰথম প্ৰকাশ; তেওঁৰ অনুৰোধ মতে তাত তেওঁৰ নাম নিদিলো। তেতিয়া ভগৱতী প্ৰসাদ কলিকতাত নে সোণাৰীত; শিৱসাগৰত মোক লগ পাই সুধিলে 'মিলন মাধুৰী' কোনে লিখা। মোৰ মনৰ লগত একেবাৰে মিলি গৈছে। তেতিয়াপাৰ্বতি প্ৰসাদৰ নাম ক'লো।

১৯১৩-১৪ ত আমাৰ জীৱনৰ প্ৰথম প্ৰভাত সাহিত্য সেৱাৰ পবিত্ৰ প্ৰত্যুষ। বিমলালয়ক কেন্দ্ৰ কৰি তেতিয়া শিৱসাগৰত যেন জ্ঞানৰ নবোন্মেষ এটি জাগি উঠিছিল। ভগৱতী প্ৰসাদ সেই মুহূৰ্তত মোৰ অন্যতম সতীৰ্থ। শ্ৰেণীত আমি ওচৰা-উচৰিকৈ বহোঁ, আৰু এযেৰা চেলু পালেই কবিতাৰ আলোচনা কৰোঁ। এইবাবে কোনো শিক্ষকে কেতিয়াবা আমাৰ দুইকো. জোৰাই নানা মন্তব্য কৰিছিল। লাহে লাহে আমি সকলো প্ৰকাৰে আঁতৰা-আঁতৰি হ'লোঁ যদিও সেই সান্নিধ্যৰ বাবেই ভায়েক পাৰ্বতি প্ৰসাদক অধিক আদৰ কৰিছিলো; আৰু যদিও দেখায়-শুনায় কথায়-বতৰায় দুইৰো পাৰ্থক্যও মনত পৰিছিল সদায়।

ভগৱতী প্ৰসাদৰ সুৰুচি আৰু সুচিন্তা ভগৱতীপ্ৰসাদৰ নিজা; তেওঁৰ বিনয় আৰু আত্মপ্ৰচাৰৰ বিতৃষ্ণাও আপুৰুগীয়া গুণ। ভাষাৰ শুদ্ধতা আৰু অসমীয়াত্ব ৰক্ষাৰ যত্ন আদিত পাৰ্বতিপ্ৰসাদ তেওঁৰ অনুগামী আছিল। চিন্তাশীলতা আৰু ভাবৰ গভীৰতাৰ যি পৰিচয় ভগৱতী প্ৰসাদে ২১/২২ বছৰ বয়সত তেওঁৰ চিঠি-পত্ৰ আৰু কথা বাৰ্তাতো দেখুৱাইছিল সি বাস্তৱতে দুৰ্লভ আৰু এই বাবেই তেওঁক আমি এই এপুৰুষেও পাহৰিব পৰা নাই। এনে কিছুমান গুণ সেই চামৰ শিৱসাগৰীয়া লেখকৰ উমৈহতীয়া আছিল।

গুৱাহাটীত থকা কালত পাৰ্বতিপ্ৰসাদে আৰু বিশেষ লিখা মনত নপৰে; কলিকতালৈ গৈ তাৰপৰা ওলোৱা 'মিলন'ত তেওঁ গীত আদি লিখিবলৈ ধৰে। মোৰ সম্পাদিত 'মিলন'ত তেতিয়া এই 'শুচি বায়ুগ্ৰস্ত' ভাবেৰে চলিছিলোঁ; আৰু সেইদৰেই এচাম লেখকৰ লিখাই গঢ় লৈছিল। খুজিলে বা নুখুজিলে, পাৰ্বতিপ্ৰসাদৰ প্ৰথম অৱস্থাৰ লিখাৰ ওপৰত মই সম্পাদক নথকা কালতো মন্তব্য দি চিঠিপত্ৰ লিখোঁ আৰু প্ৰায়ে কঠোৰ হ'লেও তেওঁ তেনে মন্তব্যবোৰ ৰংমনেৰে গ্ৰহণ কৰিছিল। অৰ্কল তেওঁলোকে নহয় বৰ্তমান নামজ্বলা জীৱিত আৰু মৃত কেইবাজনো লেখকত মোৰ কিবা স্বত্ত সাব্যস্ত কৰি তেনে কঠোৰ মন্তব্য জাপি দিছিলো আৰু তেওঁলোকেও তাক সেইদৰেই লৈছিল।

আমাৰ পিছৰ তৰপত ভাষাৰ শুদ্ধতা আদি প্ৰায় অটুট আছিল কিন্তু ভাব সেৰেকো বা ভাব-ভাষাৰ তাৰতম্য আদি আসোঁৱাহ লৈয়ে মই টান কথা কৈছিলো; পাছে এতিয়া অনুমান হৈছে সি সেই গতিৰ পাতনিত আছিল আৰু আজিও তাৰ পৰিণতি সুস্পষ্ট। ভাষা সাহিত্য নহয়, ভাবহে সাহিত্য। এইকথা আজিও নানা ভাবে কৈ আহিছো; আৰু কৈছো বাৰিষাৰ বাঢ়নী পানীৰ দৰে ফেনে-ফোটোকাৰে অহা সাহিত্যৰ পৰীক্ষাৰ বাবে শৰত কাল আছে, তেতিয়া গেদ তললৈ পেলাই নিৰ্মল পানী ওপৰলৈ উঠিবই।

পাৰ্বতিপ্ৰসাদৰ সমসাময়িক কোনো লেখকৰ ৰচনাৰ ওপৰত টপৰাই ভাল-বেয়া মন্তব্য কৰা একেবাৰেই নিৰাপদ নহয়। সময়ে লাহে লাহে তাৰ বিচাৰ কৰি থাকিব। আজি আমাৰ জিহ্বাত বা কাণত ভাল লগা বেয়া লগাৰ কথা আমি ক'ব পাৰো। আমি

এই স্বৰূপত পাৰ্বতিপ্ৰসাদৰ কেইটিমান গীত বিতোপন শব্দ বাচনি আৰু অনুপম ৰূপ-গুণত যে বাছকবনীয়া তাক নিঃসন্দেহে ক'ব পাৰোঁ। তেনে এটি গীত- 'জোনাক জোনাক শীতল জোনাক চাই মোৰ চকুলো সৰে।'

অসমীয়া গীত কাননত ৰাতি ফুলি পুৱা মৰহি যোৱা ফুলেৰে তল ভৰি থাকিব; কিন্তু চিৰানন্দৰ বস্তু কিমান তাকেহে আমাক লাগে। দুটামান বচা বচা শব্দ বা ধ্বনীয়া এটা দুটা শাৰীয়ে এটা সম্পূৰ্ণ গীত বা কবিতাই শুনোতা বা পঢ়োতাৰ মনত কেনে স্থায়ী সাঁচ বহুৱাব পাৰে সেইহে ঘাই কথা। আমি আশাকৰোঁ এনে বৈজ্ঞানিক বিশ্লেষণেৰে পাৰ্বতিপ্ৰসাদৰ গীত বোৰৰ মূল্যাঙ্কন কৰিবৰ বাবে যত্ন হ'ব। সাহিত্য সনাতন বস্তু; চকুত ফাকু মাৰি আপচুক ৰূপহ, ৰূপহক আপচু দেখুৱাবলৈ অপচেষ্টা কৰা অন্যায়। □

# পাৰ্বতিপ্ৰসাদ ঃ ব্যক্তিত্বৰ ৰেঙণি

## লক্ষ্মীনাথ ফুকন

অসমত চাকৰি কৰা বঙালী মানুহ এজনে কলিকতালৈ গৈ তাৰ মহাত্মা গান্ধী ৰোডত (তেতিয়া হেৰিছন ৰোড) অসমৰ নাম দি খোলা সৰু হোটেলটোৰ সৰু কুঠৰী এটাত আমি তিনিজনে কথাপাতি আছিলোঁহঁক। মোৰ বাহিৰে ই দুজন হ'ল শ্ৰী বেণুধৰ শৰ্মা আৰু হোটেলটোৰ সৰকাৰ উপাধিধাৰী ঘুটমুটীয়া মালিকজন। এনেতে তালৈকে সোমাই আহক তিনিওজনৰে চিনাকী অসমীয়া ডেকা দুজন। তেওঁলোকক দেখিয়েই সৰকাৰ মহোদয়ে মাত লগালে 'আহক আহক, আপোনালোক দুজনৰ চেহেৰাটো দেখিলে মোৰ বৰ ভাল লাগে'- ভাল লগা চেহেৰাই আছিল তেওঁলোকৰ এই দুজন সুদৰ্শন ডেকাৰ এজন আছিল পাৰ্বতিপ্ৰসাদ বৰুৱা, তেতিয়া স্কটিছ চাৰ্চ্চ কলেজৰ বি, এ, শ্ৰেণীৰ ছাত্ৰ।

পাৰ্বতিপ্ৰসাদৰ ককায়েক ভগৱতীপ্ৰসাদ বৰুৱাৰ চেহেৰাও আছিল কাৰ্তিকোপম'। তেওঁ আছিল কিছু চাপৰ আৰু থোলোকা বিধৰ, কিন্তু পাৰ্বতিপ্ৰসাদ আছিল দীঘল আৰু লাহী। সেই দীঘল আৰু লাহী গাৰে তেওঁ থিয়েটাৰত নাচিছিল, ভাওতো দিছিলেই। দুৰ্গাপূজা উপলক্ষে যোৰহাটৰ অসমীয়া থিয়েটাৰ হলত পতা থিয়েটাৰত তেওঁ শিৱসাগৰৰ পৰা আহি নাচিছিলহি, অন্ততঃ এবাৰ তেনেকৈ আহি নচাৰ কথা মই জানো। অৱশ্যে যোৰহাটতকৈ শিৱসাগৰৰ থিয়েটাৰৰ লগত হে তেওঁৰ সম্বন্ধ আছিল বেছি। জীৱনৰ বিয়লি বেলাত তেওঁ এদিন মোক কৈছিল কেনেকৈ এবাৰ তেওঁ দুঘণ্টামানৰ ভিতৰতে থিয়েটাৰত এক প্ৰধান চৰিত্ৰৰ ভাও দিব লগা হৈছিল। অন্যান্য ভাওৰীয়া বিলাকৰ তেওঁৰ ওপৰত ইমান আস্থা আছিল যে তেওঁলোকে বৰ আশা কৰি তেওঁলোকলৈকে বৈ আছিল। তেওঁ তেওঁবিলাকক নিৰাশ কৰিব নোৱাৰিলে। আগৰ প্ৰস্তুতি নথকাতো তেওঁ ভাল অভিনয় কৰিলে। তেওঁ যে এজন সুদক্ষ অভিনেতা সেই কথাটো আৰু ৰাজহুৱাকৈ প্ৰকাশ কৰিলে তেওঁ নিজে নিৰ্দেশ দি আৰু তদাৰক কৰি উলিওৱা 'ৰূপহী' কথাছবিখনত তেওঁ দিয়া আনন্দ মহন্তৰ ভাওৰ যোগেদি। সৰু ভাও এটাকে তেওঁ কিমান হৃদয়গ্ৰাহী কৰি তুলিলে। কথাছবিখনত পাৰ্বতিপ্ৰসাদ আৰু উকীলৰ মহৰি নে

তেনে কিবা হোৱাজনৰ ৰেহ-ৰূপ আৰু বচন-ভঙ্গীৰ বাহিৰে বাকী ভাওৰীয়াবিলাকৰ কথা মোৰ আজি তেনেকৈ মনত নপৰে। কিন্তু মোৰ আজিও বঢ়িয়াকৈ মনত আছে গলধনলৈকে পৰা ভকতীয়া চুলিয়ে তুলি ধৰা পাৰ্বতি প্ৰসাদৰ প্ৰশান্ত মুখখনি, আজিও কাণত বাজি আছে তেওঁ আথেবেথে বহি কীৰ্তন পুথিখন মেলি তাৰ পৰা গলগলীয়া মাতেৰে সুৰ লগাই গোৱা পদ কেইফাঁকিৰ সুৰদি ধ্বনি।

মই 'দৈনিক বাতৰি'ত কাম কৰোতে তেওঁ শিবসাগৰৰ ৰজাবাৰী চাহ বাগিচাৰ মেনেজাৰ আছিল। কাগজখনৰ 'বাতৰি' নামটো দিছিল ভগৱতীপ্ৰসাদ বৰুৱাই। পাৰ্বতিপ্ৰসাদৰ কাগজখনৰ প্ৰতি এটা মমতা আছিল, মোমায়েক ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱাৰ কাগজ বুলিয়েই নহয়, অসমত প্ৰথম দৈনিক অসমীয়া কাগজ এখন চলোৱাৰ এই যে প্ৰচেষ্টা তাৰ বাবেও। 'দৈনিক বাতৰি' ওলাইছিল যোৰহাটৰ পৰা আঠ মাইল দূৰৰ ঠেঙাল নামৰ গাওঁখনৰ পৰা। যিখন গাঁৱত আছিল ৰায়বাহাদুৰৰ ঘৰ আৰু কেইবা বিঘা মাটি জুৰি থকা তেওঁৰ হাউলীৰ ভিতৰতে আছিল কাগজখনৰ অফিচ আৰু ছপাশাল। মোমায়েকৰ বাগিচা ৰজাবাৰীৰ পৰা মোমায়েকৰ ঘৰলৈ আহি পাৰ্বতিপ্ৰসাদ মাজে সময়ে দুই-চাৰিদিন থাকে আৰু তেতিয়া তেওঁৰ লগত মোৰ দেখা হয়। আন কথাৰ লগতে তেওঁ কাগজখনৰ কথা উলিয়ায়। ভাষাৰ বিশুদ্ধতা ৰক্ষা কৰাৰ প্ৰয়োজনীয়তাৰ বিষয়ে কয় আৰু মোক সোধে দেশৰ বুজ-বাতৰি ছপোৱাৰ লগতে ছেগ আৰু সুবিধা বুজি কাগজখনত কবিতা, গল্প আৰু সাহিত্যৰ সোৱাদ থকা প্ৰবন্ধ উলিয়াব নোৱাৰিনে, দেওবৰীয়া চ'ৰা কাগজখনত নাছিল আৰু সপ্তাহত কাগজখন এদিন বন্ধ থাকিছিল। পাৰ্বতিপ্ৰসাদে বিচৰা ধৰণৰ প্ৰবন্ধ অন্ততঃ এটা প্ৰকাশ হৈছিল আৰু সেইটো যাৰ কাপৰ পৰা ওলাইছিল তেওঁ আছিল জ্ঞানানন্দ জগতী। যাৰ আচল নাম আছিল তুলসীপ্ৰসাদ দত্ত। কবিতা বা গল্প হ'লে এটাও ওলোৱা নাছিল। মোৰ যিমান দূৰ মনত পৰে এদিন হয়তো ওলালহেতেঁন কিন্তু কাগজখনেই যে ৰায় বাহাদুৰৰ মৃত্যুৰ কেইমাহমানৰ আগতে বন্ধ হৈ পৰিল।

এক নিৰ্মম সন্ধিয়াত উত্তাৱল দিচাঙৰ সৰ্বনশীয়া পানীয়ে ভগৱতীপ্ৰসাদ বৰুৱা, তেওঁৰ গাভৰু পত্নী, তেওঁৰ নুমলী ভনী, তেওঁৰ শিশু পুত্ৰ আৰু লিগিৰী ছোৱালীজনীক সামৰি ল'লে। যিখন মটৰ গাড়ীত উঠি তেওঁলোক ৰজাবাৰীৰ পৰা থিয়েটাৰ চাবলৈ শিবসাগৰ অভিমুখে আহিছিল সেই মটৰ গাড়ীখন চলাইছিল পাৰ্বতিপ্ৰসাদে। বাকীবিলাকৰ লগতে তেওঁৰো সলিল সমাধি প্ৰায় হ'বলগীয়া হৈছিল; কিন্তু তেওঁ যে ৰক্ষা পৰিল তাৰ বাবে ঈশ্বৰক ধন্যবাদ নিদি তেওঁ দিলে ঈশ্বৰক শাওপাত। তেওঁৰ ভাব হ'ল একেটা ঘৰতে উমলি-জামলি ইটিয়ে সিটিক ভাল পাই কেঁচুৱাৰ পৰা যি ককায়েকৰ সৈতে একেলগে ডাঙৰ হৈছিল সেই মৰমৰ ককায়েকেই যেতিয়া গ'ল তেওঁৰ থাকি আৰু কি

লাভ। তেৰেঁ। লগতে যোৱা হ'লেই যে ভাল আছিল। বুজিব নোৱাৰা, বুজাব নোৱাৰা, বৰ্ণাব নোৱাৰা এক দাৰুণ শোকে তেওঁৰ অন্তৰ দহিবলৈ ধৰিলে।

কান্দোনে নুফুটা এই হিয়াখনি মোৰ
ভাঙি চুৰমাৰ কৰি জীৱন নপৰে মানে ওৰ
দহিবলে এৰি মোক অকলই
তুমি আজি গুচি গলাগই।

দিন গ'ল, মাহ গ'ল, বছৰৰ পিছত বছৰ গ'ল, পাৰ্বতিপ্ৰসাদে পত্নী আৰু পুত্ৰকন্যাৰে নতুন সংসাৰ ৰচিলে। নিজ উদ্যোগ আৰু অধ্যৱসায়ৰ বলত দুখন চাহ বাগিচাৰ মালিক হ'ল আৰু সেই বাগিচাৰ যোগেদি তেওঁৰ আৰ্থিক অৱস্থা উজ্জ্বলৰ পৰা উজ্জ্বলতৰ কৰি তুলিলে, কিন্তু সেই শোক নেপাহৰিলে, পাহৰিব নোৱাৰিলে। সময়ে অৱশ্যে তেওঁৰ শোক কিছু পাতলালে। কিন্তু নিজৰ তেজ-মঙহেৰে গঢ়া আৰু কলিজাতকৈ মৰমৰ প্ৰাণী কেইটিক ইমান আকস্মিকভাৱে অকালতে হেৰুৱাই পাৰ্বতিপ্ৰসাদৰ মাকৰ বুকুত যি কৰুণ 'বিননি' উঠিল আৰু শোকৰ অগনি জ্বলিল সি কোনো দিনে নুনুমালে; পক্ষাঘাত ৰোগত শয্যাশায়ী হৈ থাকি তেখেত কেইবছৰমানৰ পিছত এই শোকৰ অগনিতে দাহ গ'ল। পাৰ্বতিপ্ৰসাদো এদিন সেই ৰোগত আক্ৰান্ত হ'ল। কিন্তু শৰীৰ পঙ্গু হ'লেও মন পঙ্গু হ'বলৈ দিয়া বিধৰ মানুহ নাছিল পাৰ্বতিপ্ৰসাদ। যেতিয়ালৈকে জীয়াই আছে, তেতিয়ালৈকে জীৱন্ত হৈ জীয়াই থাকিব— লাগিব এয়ে আছিল তেওঁৰ জীৱনৰ দৰ্শন। জীৱনৰ মোহন ভঙ্গীমাবোৰে তেওঁক আকুল কৰিছিল, আকুল কৰিছিল এই বিচিত্ৰ পৃথিৱীৰ বিচিত্ৰ গতি-বিধিয়ে, আকুল কৰিছিল এই সংসাৰৰ ৰূপ-ৰস-ৰাগে ভৰা মাদকতাবোৰে। জীৱনলৈ তেওঁৰ মোহ আছিল আৰু মোহ আছিল তেওঁৰ সৌন্দৰ্যলৈ। পাৰ্বতিপ্ৰসাদ আছিল সুন্দৰৰ পূজাৰী। 'সুন্দৰৰ আৰাধনা জীৱনৰ খেল' বুলি চন্দ্ৰকুমাৰ আগৰৱালাই লিখিছিল তেওঁ তাক বঢ়িয়াকৈ উপলব্ধি কৰিছিল। তেওঁৰ শিল্পী মনে সততে কৰিছিল সুন্দৰৰ সন্ধান গীতৰ সুৰত, নৃত্যৰ লয়লাসত, অভিনয়ৰ কলা-কৌশলত তেওঁ দেখিছিল সুন্দৰৰ মহিমা। কোনোবা প্ৰখ্যাত সঙ্গীতজ্ঞ বা নৃত্যশিল্পীৰ গান বা নাচ অনুষ্ঠান হৈছে বুলি শুনিলে, কোনোবা চিত্ৰকৰৰ চিত্ৰৰ প্ৰদৰ্শনী পাতিছে বুলি কোনোবাই ক'লে, ভাল কথাছবি দেখুৱাইছে বুলি গম পালে তেওঁ নোযোৱাকৈ নেথাকিছিল। গুৱাহাটীলৈ মাজে মাজে আহি ৰৱজীয়েক জোঁৱায়েকৰ লগত থাকোতে তেওঁ লগে ভাগে গৈ আনৰ গাত ভেজা দি চিনেমা ঘৰৰ ওপৰলৈ উঠি কথাছবি চাইছিল। ষ্টেডিয়াম, গেষ্ট হাউছত তেওঁৰ আহ্বানক্ৰমে সাহিত্যিক, সাহিত্যসেৱী আৰু সাহিত্যৰ চমজদাৰসকলৰ যিখন জোনাকী মেল বহিছিল তাত ময়ো উপস্থিত আছিলো। পাৰ্বতিপ্ৰসাদে কষ্টকো কষ্ট নুবুলি দুপিয়াই দুপিয়াই তিনি মহলাৰ ওপৰলৈ উঠি সেই মেলত যোগ যে দিছিলেইনে,

তাত গোৱা গানৰ তালে তালে মূৰ জোকাৰি আৰু হাতেৰে টিলিকি মাৰি কথাহীন ভাষাৰে ব্যক্ত কৰিছিল যে সঙ্গীতৰ প্ৰতি তেওঁৰ উৎসাহ কমা নাই। চিলঙলৈ গৈছিল পাৰ্বতিপ্ৰসাদ, গৈ গম পালে চিত্ৰ প্ৰদৰ্শনী এখন হৈছে। তেওঁ প্ৰদৰ্শনী নোচোৱাকৈ থাকিবনে? তেওঁ প্ৰদৰ্শনী চালেগৈ আৰু ভাল পাই ছবি দুখন কিনি আনিলে। তেওঁৰ শৰীৰৰ অবস্থা আন মানুহৰ হোৱা হ'লে অনেকে হয়তো ঘৰৰ পৰা বাহিৰলৈ ওলাবলৈকে মন নেমেলিলেহেঁতেন, কিন্তু শৰীৰৰ নহ'লেও তেওঁৰ মনৰ বল ইমান প্ৰচণ্ড আছিল যে তেওঁক লগ লোৱা হ'লে তেওঁ এভাৰেষ্ট গিৰিশৃঙ্গৰ ওপৰেদি সূৰ্যোদয়ৰ দৃশ্য 'নয়ন ভৰি ভৰি' চাবলৈ দাৰ্জিলিঙৰ টাইগাৰ হিললৈ যাবলৈকো পাছ ভৰি নকৰিলেহেঁতেন।

পাৰ্বতিপ্ৰসাদ গুৱাহাটীলৈ আহিলেই মই তেওঁক লগ পাইছিলো। তেওঁৰ ওচৰলৈকে মই বেছি গৈছিলো, কিন্তু তেওঁ মোৰ ওচৰলৈ একোবাৰ আহিছিল যিদৰে গৈছিল তেওঁ আন আত্মীয় স্বজন আৰু বন্ধু-বান্ধৱক এষাৰ মাত লগাবলৈ। দুয়োৰে মাজত অনেক আলাপ আলোচনা হৈছিল। এদিন কথাই কথাই পাৰ্বতিপ্ৰসাদে মোক কৈছিল যে সাহিত্যৰথী বেজবৰুৱাই 'অ মোৰ আপোনাৰ দেশ' গানটোৰ জতুৱা সুৰ এটা তেওঁ দিছিল আৰু সেই জতুৱা সুৰটো শুনি বেজবৰুৱাই বৰ ভাল পাইছিল, কিন্তু বৰ্তমান যিটো সুৰত গানটো গোৱা হয় সেই সহজ সুৰটো ওলালত তেওঁ দিয়া সুৰটো তল পৰি গ'ল। ইংৰাজীত যাক কয় 'হাফ্ ইন জেষ্ট এণ্ড হাফ্ ইন আৰ্নেষ্ট' অৰ্থাৎ আধা ধেমালি আৰু আধা আগ্ৰহেৰে মই তেওঁক আন এদিন সুধিছিলো 'এখনহে কথাছবি উলিয়ালে আপুনি আৰু এখন উলিয়াবলৈ মন নকৰে নে? তেওঁ মোৰ প্ৰশ্নটো ৰাই নিদি মোক ঘূৰাই প্ৰশ্ন কৰিলে 'কথাছবি উলিয়াবলৈ তিৰোতা ক'তা? দেখিবলৈকো ধুনীয়া হ'ব আৰু ভাবো দিব পাৰিব মানুহৰ মনত লগাকৈ, এনে ছোৱালী আছে?' মই উত্তৰ দিছিলো 'আছে, আপুনি বিচৰা বিধৰে ছোৱালী আছে আৰু আপোনাৰ গাতে লাগি আছে' পাৰ্বতিপ্ৰসাদে মোৰ মুখলৈ চোৱাত মই তেওঁৰ দুজনী জীয়েক, এজনী ভাগিনীয়েক আৰু এজনী ভতিজা-জীয়েকৰ নাম কৈছিলো যি চাৰিজনী ছোৱালীৰ প্ৰথম তিনিজনীয়ে তেওঁলোকৰ শিক্ষা অনুষ্ঠানত পতা থিয়েটাৰত ভাও দি যশস্যা আৰ্জিছিল আৰু চতুৰ্থজনীয়ে অসমৰ কেইবা ঠাইতো নৃত্যপ্ৰদৰ্শন কৰি সকলোকে মুগ্ধ কৰিছিল। তেওঁ মোৰ কথাত পতিয়ন গৈছিল যেন লাগিছিল কিন্তু তেওঁৰ শৰীৰ সেই অৱস্থাত আৰু সেই অৱস্থা ক্ৰমাৎ আৰু বেয়াৰ ফালে অহাত যদি সেই কথা সিমানতেই শেষ হ'ল তাৰ বাবে আচৰিত হ'বলগীয়াও নাই আক্ষেপ কৰিব লগীয়াও নাই।

মনলৈ নহা কোনোবা এটা বছৰৰ, মনলৈ নহা কোনোবা এটা দিনৰ, কোনোবা এটা ক্ষণত মই ক'ৰবাত পঢ়িলোনে শুনিলো—

হেৰ' বলিয়া

নয়ন ভৰি ভৰি চা।
সম্মুখত সৌ উঠিছে নামিছে
ৰূপহী সুতিৰে ধল;
ধলৰে বুকুত পোহৰ জলেমলাই
ঢৌৰে কৰে টলমল।
ঢৌ দেখি তোৰ হালে জালে গা
ইকৰা পাতৰ নাওখনি বা,
পখিলা পাখিৰে পাল তৰি লৈ
পাৰি দি মাজলৈ যা;
কলমৌ ঠাৰিৰে পেঁপাটি বজাই
বনগীত এফাঁকি গা।

মনটো তৃপ্তিৰে ভৰি গ'ল, ভাবিলোঁ অসমীয়া সাহিত্যৰ আকাশত নতুন তৰা এটিৰ আবিৰ্ভাৱ হৈছেহি। এই গান বা গীতিকবিতাটোৱেই পাৰ্বতিপ্ৰসাদৰ প্ৰথম ৰচনা নেকি মই ক'ব নোৱাৰো, কিন্তু পাৰ্বতিপ্ৰসাদৰ ৰচনাৰ লগত এয়ে মোৰ প্ৰথম পৰিচয়। ইয়াৰ পিছত পাৰ্বতিপ্ৰসাদে ভালেমান কবিতা লিখিলে, শৰীৰ ঘূণীয়া নথকা কালততো লিখিলেই শৰীৰ ঘুণীয়া হোৱাৰ পিছতো লিখিবলৈ এৰি নিদিলে। পাৰ্বতিপ্ৰসাদৰ কবিতাবিলাকত শৰৎকালৰ স্নিগ্ধতা এটি আছে, বিজুলীৰ চকু চাঁৎ মাৰি যোৱা চমকনি তাত নাই, আছে ৰামধেনুৰ চকু শাঁত কৰা ৰহণ। সমুদ্ৰৰ গৰ্জন তাত নাই, আছে লুইতৰ ধল আৰু দিখৌৰ কলমলনি, কেতেকীৰ উগ্ৰ গোন্ধ তাত নাই, আছে শেৱালিৰ মৃদু সুবাস। বিদেশী বেণুবাদ্যৰ ঝঙ্কাৰ তাত নাই, আছে অসমীয়া টোকাৰিৰ গুণগুণনি। পাৰ্বতিপ্ৰসাদৰ কবিতাৰ মাজেদি 'সুৰৰ ৰাগীত কঁপে পোহৰ', 'ডাৱৰে ডাৱৰে মৃদং বজায় গুৰ গুৰ গুৰ গুৰ', 'জোনাকত কিহবাৰ ৰাগী ওপঙে', 'সুৰৰ ভৰত কঁপে তৰা আকাশ ভৰা', 'কালিন্দ্ৰী ভোমোৰা জাকি মাৰি মাৰি উৰে', 'শেৱালিৰ ঢোপাকলি আপুনি উঠে ফুলি', আৰু লুইতৰ সিপাৰৰ কঁহুৱা বনত নাচনী জাগি উঠে। কেইটামান কবিতা তেওঁৰ জীৱনৰ অভিজ্ঞতাৰে কৰুণ, তাত আছে চকুপানীৰ বান, কেঁচা শোণিতৰ চেকুৰাবোৰ আৰু ভগা কলিজাৰ টুকুৰাবোৰ আৰু ৰঙা বহুটুপি। এই কৰুণ ভাবৰ কাৰণেই এই কবিতা কেইটা ইমান মনোৰম, ইমান মৰ্মস্পৰ্শী। শ্যেলীয়ে জানো কোৱা নাছিল যে অতিশয় শোকৰ ভাব যিবিলাক গানত প্ৰকাশ পায় সেইবিলাক গানেই আটাইতকৈ বেছি মধুৰ?

পাৰ্বতিপ্ৰসাদ ঢুকুৱাৰ দুবছৰমানৰ আগতে এদিন দুপৰীয়া সোণাৰিৰ সোণালী পামত ওলাইছিলোগৈ। তেওঁ ঘৰত নাই। পাৰ্বতিপ্ৰসাদ গৈছিল ডেৰমাইল দূৰৰ তেওঁৰ সোণাৰি বাগিচাখনলৈ কামৰ দিহা দিবলৈ আৰু কাম কেনে চলিছে তাৰ ভু-ভা ল'বলৈ। ঘূৰি

আহি তেওঁ তেওঁৰ নিৰ্দিষ্ট চকীখনত বহিলত মই তেওঁক সুধিছিলো 'এই অসুখীয়া গাৰে আপুনি এনেকৈ বাগিচালৈ যায় কিয় ? যি দিহা দিয়ে ঘৰত বহি দিয়েই দিব পাৰে দেখোন' তেওঁ এটা মিচিকীয়া হাঁহি মাৰি মোক কৈছিল, 'পাৰো দিব, কিন্তু মনে নেমানে; সেইদেখিয়েই বাগিচালৈ যাওঁ। সেউজীয়া চাহ গছবোৰ দেখিলে আৰু কলঘৰৰ পৰা ওলোৱা চাহৰ গোন্ধ পালে মনটো ভাল লাগে।' সেইদিনা গধূলি সোণালীপামৰ ড্ৰয়িং ৰুমত বহি আমি দুয়ো সাহিত্যৰ আলোচনাকে কৰিছিলো। বেৰত আঁৰি থোৱা ছবিৰ মাজৰ পৰা তেওঁৰ দেউতাক ৰাধিকা প্ৰসাদ বৰুৱা আৰু মাক হিমলা বৰুৱানীয়ে আমাৰ কথা শুনি আছিল। পাৰ্বতিপ্ৰসাদে মোক তেওঁৰ গীতি-কবিতাৰ হাতেলিখা বহী এখন দিছিল, মই এফালৰ পৰা পাত লুটিয়াই সেইবিলাকৰ জুতি লৈছিলো আৰু তেওঁ মোক তাৰে গোটাদিয়েক বাছি ডাঙৰকৈ পঢ়ি যাবলৈ কোৱাত মই পঢ়ি গৈছিলো। কেইটামান কবিতা কি সূত্ৰত লিখা হৈছিল তাৰ আভাস দি তেওঁ ব্যাখ্যা কৰি গৈছিল। আমাৰ ওচৰতে বহি এই সাহিত্য-চৰ্চাত ভাগ লৈছিল তেওঁৰ বৰজীয়েক শান্তনা বৰুৱাই। সোণাৰীৰ সোণালীপামত সেয়ে মোৰ পাৰ্বতিপ্ৰসাদৰ লগত প্ৰথম আৰু শেষ দেখা।

ককায়েক ভগৱতীপ্ৰসাদৰ দৰেই পাৰ্বতিপ্ৰসাদ ৰবীন্দ্ৰনাথৰ ভক্ত আছিল। অকল ৰবীন্দ্ৰনাথৰ গান, কবিতা, গল্প, উপন্যাস আৰু বিবিধ ৰচনাবলীয়েই যে পাৰ্বতিপ্ৰসাদক মুগ্ধ কৰিছিল এনে নহয়, ৰবীন্দ্ৰনাথ মানুহজনেও মুগ্ধ কৰিছিল। সেয়েহে কোনো কোনো বিষয়ত বিশ্বকবিক অনুকৰণ কৰিবলৈকো তেওঁৰ জাগিছিল স্পৃহা। ৰবীন্দ্ৰনাথৰ আখৰৰ লগত প্ৰায় সলাব পৰা বিধৰ আছিল তেওঁৰ হাতৰ আখৰ। ৰবীন্দ্ৰনাথৰ দৰেই পাৰ্বতিপ্ৰসাদ পিন্ধন-উৰণত পৰিপাটী আছিল আৰু কোট-পেন্টলুং বা ধুতি-পাঞ্জাবী যি সাজকে তেওঁ নিপিন্ধক তাকে পিন্ধিছিল তেওঁ শুৱাই পৰাকৈ। উপলক্ষ্য বিশেষে তেওঁ পিন্ধা পৰিধানত আছিল বিশেষত্ব। গুৱাহাটী ৰেডিঅ' ষ্টেচন নতুন হৈ থাকোতেই তাত অনুষ্ঠিত হোৱা কবি সম্মিলন এখনত যোগ দিওঁতে মই পাৰ্বতিপ্ৰসাদক লগ পাইছিলো। তেৰোঁ তাত তেওঁৰ কবিতা পাঠ কৰিছিল। কবিতাটো যেনে শুৱলা আছিল তেওঁৰ সাজটোও আছিল তেনে আকৰ্ষণীয়। তেওঁ ধুতিৰ লগত পিন্ধিছিল হাতীশুঁৰীয়া হাতৰ এণ্ডী চোলাৰ ধৰণৰ এটা চোলা তাৰ ওপৰত খনীয়া কাপোৰ নে এড়িয়া চাদৰ এখন আৰু মূৰত এটা টুপী। ৰবীন্দ্ৰনাথেও জানো মূৰত টুপী পিন্ধা নাছিল ? কিন্তু ৰবীন্দ্ৰনাথ আৰু পাৰ্বতিপ্ৰসাদৰ টুপীৰ মাজত আছিল গদ্য আৰু পদ্য পাৰ্থক্য। ৰবীন্দ্ৰনাথৰ টুপী আছিল উকা পাৰ্বতিপ্ৰসাদৰ আছিল ফুলাম। সোণোৱালী মুগা ৰিহাৰ 'আঁচু দিয়া আঁচলৰ আগ' নেথাকিলেও সেই টুপীত আছিল অসমীয়া শিপিনীয়ে এড়িয়া কাপোৰত বছা ৰঙা আঁচুৰ চাৰি আঙুলীয়া ফুল।

কিন্তু ৰবীন্দ্ৰনাথৰ ভক্ত হ'লেও পাৰ্বতিপ্ৰসাদ বঙলা বা বাঙালী ভাবাপন্ন নাছিল।

তেওঁ কৈছিল আৰু লেখিছিল নিখুঁট অসমীয়া আৰু পৰাপক্ষত বঙলুৱা বা সংস্কৃতীয়া শব্দ ব্যৱহাৰ নকৰি ব্যৱহাৰ কৰিছিল অসমীয়া শব্দ। তেওঁ মুদ্ৰাযন্ত্ৰ নিলিখি আনকি ছপাশালকো বাদ দি লিখিছিল ছেপাশাল, তেওঁৰ 'ৰূপহী' কথাছবিখন সম্পাদন কৰাজনক বুলিছিল 'আটি-বাখোঁতা' আৰু তেওঁ লিখাত দৰকাৰ মতে চন্দ্ৰবিন্দু ব্যৱহাৰ কৰিবলৈ কৃপণালি কৰা নাছিল। তেওঁ বুজিছিল কিছুমান শব্দ চন্দ্ৰবিন্দু নথকা স্বৰূপে উচ্চাৰণ কৰিলে শুনিবলৈ মধুৰ নহয় আৰু অসমীয়া ভাষাৰ অসমীয়াত্বও হ্ৰাস পায়, যেনেকৈ হ্ৰাস পায় 'কোবাঁচোন' নুবুলি বঙলা 'কওনা' বা 'বোলোনা' গঢ়েৰে 'কোবানা' বুলি ক'লে। অসমীয়াৰ অসমীয়াত্ব তেওঁ হ্ৰাস পাবলৈ দিব কিয় ? এই অসমীয়াত্ব ৰক্ষা কৰি তেওঁ তেওঁৰ পুতেক তিনিজনৰ নাম দিলে মানৱীৰাম, প্ৰণৱীৰাম আৰু ভাৱৰীৰাম। তেওঁ মোক কৈছিল যে চন্দ্ৰ, কুমাৰ, প্ৰসাদ, মোহন এইবিলাক আমদানী বস্তু, অসমীয়াৰ নিজা বস্তু নহয় এইবোৰ। তেওঁৰ মতে 'নাথ' শব্দটোও সিমান অসমীয়া নহয় যিমান অসমীয়া 'ৰাম' শব্দটো। সেইদেখিয়েই তেওঁ তেওঁৰ 'প্ৰসাদ' নিদি ল'ৰা তিনিজনৰ নাম দিলে 'ৰাম' বুলি। মই তেওঁৰ কথা বুজিলো আৰু মোৰ মনত পৰি গ'ল যে পাৰ্ৱতিপ্ৰসাদৰ আজু ককাদেউতাক আছিল অসমীয়া অভিধান প্ৰণেতা জাদুৰাম ডেকাবৰুৱা। □

# বন্ধুৰ দৃষ্টিত পাৰ্বতিপ্ৰসাদ

**শশীচন্দ্ৰ বৰবৰুৱা**

পাৰ্বতিপ্ৰসাদ বৰুৱা আৰু মই একে সমনীয়া আৰু ১৯২১ চনৰে পৰা দেহেকেহে একে হৈ থকাৰ দৰে সুহৃদ আছিলো। সাহিত্য সংস্কৃতি, সমাজনীতি আৰু সকলো ধৰণৰ জ্ঞান অৰ্জনত আমাৰ দুয়োৰে ৰতিপ্ৰীতি একে আছিল আৰু সেই কাৰণেই দুয়ো দুয়োৰে প্ৰতি বৰ আকৃষ্ট আছিলো। তেওঁৰ মৃত্যুত আজি মোৰ শোক অতি গভীৰ। সকলো সজ কথা আৰু কৰ্মতে মই সৎসাহসেৰে উপদেশ আদি দি সহায় কৰিছিলো আৰু সমৰ্থন দিছিলো কাৰণেই আমি দুয়োকে দুয়ো 'পাৰ্টনাৰ' বুলিছিলো।

১৯২১ চনত আমি প্ৰথম বাৰ্ষিক শ্ৰেণীত। সকলো কথাৰ আলোচনাত আমি পাঁচজন প্ৰায় একেলগে গোট খাই আছিলো। সুৰেন্দ্ৰনাথ বুঢ়াগোহাঁই, মাধৱ চন্দ্ৰ ভট্টাচাৰ্য, ফনিধৰ দত্ত আৰু আমি দুয়ো। পিছলৈ জীৱনত বেছি ঘনিষ্ঠতাত থাকিলো সুৰেন্দ্ৰনাথ বুঢ়াগোহাঁই আৰু আমি দুয়ো। 'পাৰ্টনাৰে' শাৰীৰিক অসুস্থতাতো মোৰ ওচৰত ৰাতিও ন-দহ বজাত কেতিয়াবা উপস্থিত হৈছিলহি নানা আলোচনাৰ কাৰণে।

ভাষা সাহিত্য আৰু সংস্কৃতিৰ কথা পাতি মোৰ লগত উজাগৰে কটায়। বহুত দিনৰ মূৰত লগ পালে কথা আৰম্ভ হয় আৰু কথা পতা অৱস্থাতে ৰাতি পুৱায় আৰু কাউৰীৰ মাত শুনো। তেওঁৰ অসুস্থ অৱস্থা আৰম্ভ হোৱাৰ পৰা মই পৰা অৱস্থাতো অলপ কমাই লগ দিয়া হ'লো, কাৰণ টোপনি খতি ৰক্তচাপ ৰোগত অপকাৰী।

পাৰ্বতি বৰুৱা, ৰবীন্দ্ৰনাথ আৰু ৰসৰাজ বেজবৰুৱাৰ একাত্ম ভক্ত আছিল। তেওঁলোকৰ স্মৃতি তেওঁৰ স্নায়ুয়ে স্নায়ুয়ে, শিৰে শিৰে যেন জড়িত হৈ আছিল। তুলাপাত দিস্তাই দিস্তাই কিনি আনি ৰবীন্দ্ৰনাথৰ আখৰৰ গঢ়ত আখৰ লিখি অভ্যাস কৰিছিল। মই যতদূৰ জানো তেওঁৰ ককাইদেৰেক ভগৱতীপ্ৰসাদ বৰুৱাই এই কামত ৰতিপ্ৰীতি যোগাইছিল। মই এখন বহী দেখিছিলো, তাত কিছুমান গীতৰ আধাখিনি ভগৱতী বৰুৱাই লিখা আৰু বাকী আধা পাৰ্বতি বৰুৱাই লিখা। কিন্তু কোনেও ধৰিব নোৱাৰে যে সেইটো দুজনৰ লিখা। দুয়োজনেই অভ্যাস কৰি ৰবীন্দ্ৰনাথৰ আখৰৰ ঠাঁচত আখৰ লিখিছিল।

পাৰ্বতি বৰুৱা অসমীয়া সংস্কৃতি, সুৰ, সাজপাৰ, চলন-ফুৰণ আৰু কথা-বতৰাৰ

অসমীয়া আৰ্হিৰ ৰীতিৰ যেন এটি জীৱন্ত প্ৰতিমূৰ্তি আছিল। তেওঁৰ সৎসাহসী সজকাম কৰাত মনৰ দুৰ্বলতা নাছিল। তেওঁ মুগাৰ পাগ আৰু পাটৰ মুগাৰ চুৰিয়া পিন্ধি কেতিয়াবা সভা সমিতিত যোগদান কৰিছিল।

আমি হয়তো কোনোবাই কিবা ক'ব বুলিয়েই তেনেকুৱা কাপোৰৰ যোগাৰ নেৰাখিছিলো আৰু কৰিবলৈ আগ নেবাঢ়িছিলো।

আমি ১৯২১ চনত কলেজীয়া জীৱন আৰম্ভ কৰাৰ সময়ত অনা-অসমীয়া গীত-মাত আৰু জন্মাষ্টমী-সৰস্বতী পূজাত নাম কীৰ্তন আৰু ঘোষা নচলি সংকীৰ্তন চলিছিল। পাৰ্বতি বৰুৱাই নিজে গীত ৰচি, তাত সুৰ দি অসমীয়া গীতমাত আৰু অসমীয়া সুৰ আৰু অসমীয়া সংস্কৃতি-সংস্কাৰ যুগ আৰম্ভ কৰি দিলে।

তেওঁৰ উজাগৰ অৱস্থাত নাই ৰবীন্দ্ৰনাথৰ, নাই বেজবৰুৱাৰ - ' ল'ৰা-বুঢ়া কাক কয় ডালিমী নাজানে; নিকুঞ্জলতা সপোনে মগন ঐ' - বা নিজে ৰচা গীতেৰে আমাক সদায়েই কুৰকুৰাই আছিল আৰু তেওঁৰ পৰাই আমিও অসমীয়া সুৰ শিকিছিলো।

তেওঁৰ ভাব-ভঙ্গী আৰু কাৰ্যবোৰত এটা বৈশিষ্ট্য আছিল। যিটো কৰিব খোজে বৈ নেথাকে, কৰি পেলায়। এদিন ৰবীন্দ্ৰনাথৰ

নিশীথ ৰাতেৰ গভীৰ সুৰে
আবাৰ জীৱন উঠে পুৰে
তখন আমাৰ নয়নে আৰ
ৰয়না নিদ্ৰালেশ।

গধূলি ফুৰিবলৈ যাওঁতে নৈৰ পাৰত পাই ক'লে যে আন্ধাৰত পোহৰৰ সন্ধান পায়; পাৰ্টনাৰ আজি ৰাতি মাজ নিশা এখন ঘোঁৰা গাড়ী লৈ গোটেই গুৱাহাটীখন ইমূৰৰ পৰা সিমূৰ ফুৰি চাওঁ; কেনেকুৱা লাগে। টপৰাই কৈ পেলালো ভাল কথা, ফুৰা য'ক। ঘোঁৰা গাড়ী লৈ মাজ নিশা 'ৰাটাৰ বৰ্কছ' আৰু নৱগ্ৰহৰ শ্মশানৰ ওচৰৰ পৰা ভৰলুমুখলৈ গৈ পল্টন বজাৰেদি আহি 'হোষ্টেলত' সোমালোহি। কোনেও ক'ব নোৱাৰে। ক'লেও লাভ নাই। কোনেও প্ৰশংসা নকৰে। হাতত সাৰে নিশাৰ সাৰে হোষ্টেলৰ পৰা ওলালো সোমালো। গভীৰ নিশা। কেউফালে নিজঞ্জাল। জোনাকী পৰুৱাৰ আকাশী লীলাৰ বাহিৰে অন্য যেন একোৱেই নাই। সেই নিশাৰ ভাবৰ পৰাই গীত লেখি পিছ দিনা শুনালে—

'জোনাকী অ' জোনাকী
আকাশৰ তৰা জানো তোৰ চিনাকি।
সৰগৰ বাটৰুল চাই তই গলি ভুল,
আন্ধাৰৰ আঁচলত তোল তই তৰা জোন আঁক।'

১৯২১ চনত মহাত্মাজীৰ অস্পৃশ্যতা বৰ্জন আৰু সমাজ সেৱাৰ বাণী সন্থালনিকৈ প্ৰচাৰ হয়। আমি দুয়ো এই বোৰৰ বিষয়ে আলোচনা কৰিবলৈ ধৰিলো। পাৰ্বতি বৰুৱাই প্ৰস্তাব কৰিলে যে এদিন আমি দুয়ো হোষ্টেলৰ শৌচাগাৰৰ কাণমুৰীয়াকৈ থকা দুটা বাল্টি নিজে হাতেৰে চাফা কৰিব পাৰো নোৱাৰো চেষ্টা কৰি চাওঁ। যদি পাৰো তেন্তে সমাজসেৱা কৰিব পাৰিম। দুয়ো এদিন ৰাতি যেনেকৈ তেওঁ ক'লে সেইদৰে চাফা কৰিলো। হাত মাটি ঘঁহি 'পিয়েৰ্ছ' চাবোন লগাই ধুই চুলিত ঘঁহা 'কেষ্টৰ অইল' ঘঁহিহে গোন্ধ মাৰিছিলো। তাৰ পিছত স্নান কৰি শুই থাকিলো। তেওঁৰ ভাব-ভঙ্গী আৰু কাৰ্য-সূচনাৰ এনেকুৱাই বিশেষত্ব আছিল।

পাৰ্বতি বৰুৱাই সূক্ষ্ম তাত্ত্বিক ৰহস্যৰ কথাবোৰ ঘৰুৱা কথাত সৰল অসমীয়া জতুৱা শব্দেৰে প্ৰকাশ কৰিব পাৰিছিল। তেওঁৰ লিখাবোৰত এই বিশেষত্ব ভালকৈ বুজিব পাৰি।

একাদশ ভাগৱতত কৃষ্ণই উদ্ধৱক দানৰ ব্যাখ্যা দি কৈছিল যে যাক যেনেকৈ দিব লাগে.দিবা মান কলিত সেয়ে একমাত্ৰ দান। পাৰ্বতি বৰুৱাই তেওঁৰ আচাৰ ব্যৱহাৰত এই দানকে লোকক দি নিজৰ সজ বংশমৰ্যাদা ৰক্ষা কৰিছিল। তেওঁৰ শিষ্টাচাৰত যৎকিঞ্চিতো খিলিংকাৰ কাৰো মুখত শুনা নাছিলো। মিচিকিয়া হাঁহি বিৰিঙা নয়নাভিৰাম মুখ, জুখি-মাখি কোৱা পৰিপাটী কথা, লনি শৰীৰ, পৰিপাটী সাজপাৰ, শিষ্টাচাৰী বাইক-বচন আৰু লয়লাস বুলনে সভা-সমিতিত চুম্বকৰ দৰে মানুহৰ মন তেওঁলৈ টানিব পাৰিছিল।

তেওঁ কবি, সুৰকাৰ আৰু শৰীৰ নৃত্যলয়পূৰ্ণ আছিল। নিজেও নাচিছিল আৰু আমাকো শিকাইছিল আৰু নচুৱাইছিল।

তাণ্ডৱ নৃত্য অভ্যাস কৰোতে তেওঁ প্ৰায়ে দিগম্বৰী হৈয়ো অভ্যাস কৰিছিল। ইয়াৰ কাৰণে বন্ধৰ দিনত আমি উমানন্দ দ্বীপলৈ গৈ উত্তৰৰ ফালে নিজান ঠাইত বহি তাণ্ডৱ নৃত্য অভ্যাস কৰা চাইছিলো আৰু তেওঁৰ শিকনি লৈছিলো।

তেওঁ তেওঁৰ নিজৰ কল্পনাৰ 'নিঝৰী নৃত্য' যেতিয়া অভ্যাস কৰিছিল তেওঁ আমাক তেওঁ ৰচা এটা গীত গাবলৈ শিকাই লৈছিল। আমি তাল ৰাখি গীতটি গাব লাগে আৰু তেওঁ নিঝৰী নাচ নাচে। গীতটি হ'ল :-

'চতাই পৰ্বতৰ নাগিনী ছোৱালী
থমকা থমকি নাচোন নাচে,
নাচোনৰ লাচতে বনৰীয়া ফুলে
কাচোন কাচে।'

পাৰ্বতি বৰুৱা চাহ বাগিচা চলোৱা শিকনি কামত সৰু চৰাই বাগিচাত আছিল।

১৯২৯-৩০ চন মানত। 'অসম সাহিত্য সভাৰ নিয়মাৱলী'খন খুঁট লগা হৈ আছিল। অসম ছাত্ৰ সন্মিলনৰ নিয়মাৱলীখনৰ দৰে নিখুঁট কৰিবৰ অভিপ্ৰায়েৰে 'চন্দ্ৰকান্ত অভিধান'ৰ পৃষ্ঠাই পৃষ্ঠাই কৰা ভুলবোৰ আঙুলিয়াই দি নতুন সংস্কৰণ কৰাৰ ব্যৱস্থা লোৱাবলৈ আৰু ৰসৰাজ বেজবৰুৱাদেৱৰ স্মৃতি ৰক্ষাৰ প্ৰস্তাৱ সূচাবলৈ আমি সৰু চৰাইত পাৰ্বতি বৰুৱাৰ নেতৃত্বত 'জোনাকী মেল' নাম দি সাহিত্য সভাৰ শাখা এটি কৰি লৈছিলো। ইয়াৰ সভ্য আছিল সুৰেন্দ্ৰনাথ বুঢ়াগোহাঁই, সৰ্বেশ্বৰ বৰচেতীয়া, শ্ৰী শশীপ্ৰসাদ বৰুৱা, শ্ৰী যোগকান্ত বৰুৱা আৰু আমি দুয়ো। 'জোনাকী মেল'ৰ উদ্দেশ্য আমি প্ৰায় আটাইখিনিকে কাৰ্যত পৰিণত কৰিছিলো। কৰ্মক্ষেত্ৰত পৰস্পৰে আঁতৰিব লগীয়া হৈ পিছলৈ 'জোনাকী মেল' নিষ্ক্ৰিয় অৱস্থাত পৰিবলগীয়া হয়।

বুদ্ধিৰ প্ৰখৰতা, মনৰ অদম্য আগুৱান বল আৰু কাৰ্যকৰণেৰে পাৰ্বতি বৰুৱা জীৱন যাত্ৰাত আছিল এজন পাছলৈ নোচোৱা উদ্দাম পথিক। তেওঁ জীৱন কালতে মৃত্যুক জয় কৰাৰ দৰে আছিল। মৃত্যুঞ্জয়ী হোৱাৰ আৰ্হি তেওঁতে আছিল। বাধা-বিঘিনি, বিপদ আদিয়ে যেন তেওঁৰ গন্তব্য পথত সেও মানিছিল। ডাংকোলাকৈ নিয়া অৱস্থাতো কলিকতাত গৈ কিতাপ ছপায়, দূৰ-বিদূৰত সভা-সমিতিত যোগদান কৰে, মিতিৰ-কুটুম্ব, বন্ধু-বান্ধৱৰ ঘৰত উপাগত হৈ খবৰ-খাবাৰ কৰে, ভাওনা সংস্কৃতি মেলা আৰু চাৰ্কাছ চাবলৈ যায় আৰু আত্মীয় বোধৰ সকলৰ উৎসৱ বিবাহ আদিত উপস্থিত হয়। আৰু এদিন মোক হঠাতে ক'লেহি বোলে 'পাৰ্টনাৰ, মই ককাইদেউৰ নামৰ স্কুলটোত হেডমাষ্টৰ হ'লো।' আপুনি ইমান কষ্ট নকৰিব বুলি কোৱাত ক'লে যে ককাইদেউৰ নামত কিজানিবা কিবা শান্তি পাওঁ।

ককাইদেৱেক ভগৱতী বৰুৱা তেওঁৰ প্ৰাণৰ স্বৰূপহে আছিল। ঘৰুৱা, পৰুৱা, নিজৰ, পৰৰ সকলো গুপুতীয়া কথাবোৰ অইনকি নিজৰ বিবাহৰ গুপুতীয়া কথাবোৰো তেওঁলোকৰ ভিতৰত খোলা আলোচনা আছিল। সেই প্ৰাণৰ ককাইদেৱেক আৰু ককাইদেৱেকৰ পৰিয়াল হেৰাল তেওঁ মটৰ গাড়ী চালক হৈ যোৱা ক্ষণ এটাত। এই কথা তেওঁৰ আঁহে আঁহে পিছৰ জীৱনত সোমাই থাকিল আৰু কেনেকুৱা সোঁৱৰণী ৰাখিলেনো দুখ পাতলাব পৰা শান্তি পাব।

এইভাৱে তেওঁক জীৱনৰ শেষ মুহূৰ্তলৈকে উদবাউল কৰি ৰাখিলে। এই কৰুণভাৱেই তেওঁৰ দানবোৰৰ আদি পুং। সৎ ইচ্ছা অথলে নোযোৱা কথা তেওঁতে বহুত বুজিলো। এই ইচ্ছা পূৰণ কৰিম বুলিয়েই যেনেকুৱা আৰ্থিক বিষয়ী বিকল্পত পৰিও তেওঁ সোণাৰী বাগিচা কিনিছিল আমি ভা বিয়েই আচৰিত হৈছিলো। ৰাইজৰ ভাগ্য কৰুণাময়ে তেওঁক সহায় কৰিলে।

অদম্য সাহেৰে উদ্দাম পথিক হ'ব পৰা তেওঁত যি গুণ আছিল সেই গুণৰ কাৰণে

আজি ৰাইজে দান পালে ভগৱতী প্ৰসাদ বৰুৱা হাইস্কুল; গুৱাহাটীত ভগৱতী প্ৰসাদ সাহিত্য সভা ভৱন; ৰংপুৰত ঘূৰ্ণীয়মান ৰঙ্গমঞ্চ আৰু অন্যান্য সাংস্কৃতিক অৱদানবোৰ।

তেওঁ শিৱসাগৰত বেলেগ কল্পনাৰে এটি ডাঙৰ বাসভৱন কৰিছিল। কিন্তু সম্পূৰ্ণ কৰিবলৈ নাপালে। এই ভৱন কৰাৰো এটা সজ উদ্দেশ্য আছিল; সেই উদ্দেশ্য এতিয়া ব্যক্ত কৰাৰ আৱশ্যক নাই। আন এটি সাংস্কৃতিক গৃহৰ কাৰণেও তেওঁৰ মনৰ আশা মনতে গ'ল; দান ভোগীসকলৰ কপালে আৰু নাটিলে। এখন বাতৰি কাকত উলিওৱাৰ কল্পনাও কাৰ্যত পৰিণত কৰিবলৈ তেওঁ সময় আৰু নাপালে। পাৰ্বতি বৰুৱাৰ দেহ অৱসানত অসমীয়া ৰাইজে হেৰুৱালে এজন কবি-সাহিত্যিক, গীত লেখক আৰু গায়ক, অসমীয়া ঠাঁচৰ সুন্দৰ সুৰকাৰ, চলচিত্ৰ কথাছবি শিল্পী, নৃত্য শিল্পী, অভিনেতা, অসমীয়া ভাষাবিদ, সমাজসেৱী, কৰ্মক্ষম, কৰ্মঠ আৰু দানী ব্যক্তি। এজনতে ইমানখিনি গুণ একত্ৰিত হৈ থকা পুৰুষ ৰাইজৰ ভাগ্যত প্ৰায়ে বিৰল।

গীতাত৩য় অধ্যায়ৰ ২০ শ্লোকত কৃষ্ণই কৈছে —

'কৰ্মণৈৰ হি সংসিদ্ধিমাস্থিতা জনকাদয়ঃ।
লোকসংগ্ৰ২মেবাপি সংপশ্যন কৰ্ত্তুমৰ্হসি।'
'জনককে আদিযত মহাত্মা আছিল।
কৰ্মৰে সংসিদ্ধি লাভ মাত্ৰ কৰিছিল।।
বিশ্বৰ কল্যাণ হেতু হৈয়া নিয়োজিত।
নিজৰ কৰ্তব্য কৰা তোমাৰ উচিত।।'

হে বন্ধু, হে সুহৃদ, নিজ কৰ্মৰে লোকৰ কল্যাণৰ কাৰণে পৰ সেৱাৰে তোমাৰ সংসিদ্ধি লাভ কৰিলা। পুত্ৰ-পুত্ৰীলৈ মহান আৰ্হি ৰাখি গ'লা। কৰুণাময়ৰ চৰণত চিৰ শান্তি লাভ কৰা। এয়ে তোমাৰ 'পাৰ্টনাৰ'ৰ তোমাৰ স্মৃতিত শোকাশ্ৰুৰে তৰ্পণ। ❑

*মূল প্ৰবন্ধৰ নাম পাৰ্বতিপ্ৰসাদ বৰুৱাৰ স্মৃতিত*

# সুন্দৰৰ পূজাৰী পাৰ্বতিপ্ৰসাদ

## অতুল চন্দ্ৰ হাজৰিকা

হেৰ বলিয়া নয়ন ভৰি ভৰি চা
সম্মুখত সৌ উঠিছে নামিছে
ৰূপহী সুঁতিৰে ঢল
ঢলৰে বুকুতে পোহৰ তলেমলাই
টৌৱে কৰে টলমল।

এই বলিয়াজনেই আছিল প্ৰসিদ্ধ অসমীয়া গীতিকবি পাৰ্বতিপ্ৰসাদ আৰু ৰূপোৱালী সুঁতি হৈছে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি। এই ৰূপোৱালী সুঁতিৰ ঢলতে পখিলা পাখিৰে পাল তৰি লৈ পাৰ্বতিপ্ৰসাদে জীৱন নাও মেলি দিছিল আৰু কলমৌ ঠাৰিৰে পেঁপাটি বজাই তেওঁ বনগীত এফাঁকি গাইছিল। সোণাৰিৰ সোণালী পামতে একেটি থুপিতে ফুলিছিল দুপাহি সোণালী পদুম- ভগৱতীপ্ৰসাদ আৰু পাৰ্বতিপ্ৰসাদ। বনগীত সুৰীয়া অসমীয়া গীত-মাতৰ অপ্ৰমাদী শিল্পী পাৰ্বতিপ্ৰসাদ বৰুৱাক যোৱা বছৰৰ ৭ জুনৰ দিনা কালে অকালতে হৰি লৈ গ'ল। তেওঁৰ অকাল বিয়োগত শিল্পীৰ পৃথিৱীখন বৰ উকঁণ্ডা উকঁণ্ডা হৈ পৰিল। এটি শোকাবহ দুৰ্ঘটনাত দিচাঙৰ বুকুত অপ্ৰত্যাশিতভাৱে বিলীন হৈ যোৱা ককায়েক ভগৱতীপ্ৰসাদৰ বিয়োগ ব্যথা পাৰ্বতিপ্ৰসাদৰ জীৱনৰ শেষ দিনলৈকে উমি উমি জ্বলি আছিল। সেই শোকৰ জুইকুৰা নুমুৱাবলৈকে পাৰ্বতিপ্ৰসাদে সোণাৰিত ভগৱতীপ্ৰসাদ বৰুৱা হাইস্কুল, ৰতনপুৰত ভগৱতীপ্ৰসাদ বৰুৱা ঘূৰণ মঞ্চ আৰু গুৱাহাটীত ভগৱতীপ্ৰসাদ বৰুৱা ভৱন স্থাপন কৰি ভাতৃপ্ৰেম আৰু স্বদেশপ্ৰেমৰ বিৰল চানেকি আমাৰ আগত এৰি থৈ গৈছে। ৰবীন্দ্ৰ-ভক্ত এই সুদৰ্শন ভাই-ককাই দুজন আজিও আমাৰ মাজত চিৰ সেউজীয়া হৈ জিলিকি আছে। পোন প্ৰথম অসমীয়া অভিধান ৰচোঁতা উজনিৰ ৰংপুৰৰ জাদুৰাম ডেকাবৰুৱাৰ সুযোগ্য পৰিনাতি পাৰ্বতিপ্ৰসাদে অসমীয়া সাহিত্য-সংস্কৃতিৰ জগতত এক মচিব নোৱৰা খোজ ৰাখি থৈ গৈছে যে সেই বিষয়ে সন্দেহৰ থল নাই।

আহিন মহীয়া শেৱালি সৰিলে
নিয়ৰত 'তিতিলে বন।

দুবৰিত সৰি থকা শেৱালি পাহি দেখা পালেই স্বভাৱতে ওপৰৰ গীত ফাঁকিলে মনত পৰি যায়। তেওঁৰ বনগীতত অসমীয়া গৰখীয়া ল'ৰাৰ স্বাভাৱিক বৰ্ণনা-

গৰখীয়া হেৰ' গৰখীয়া
কি সুৰ বজালি দুপৰীয়া
পথাৰৰ মাজতে আঁহতৰ তলতে
মহৰ শিঙৰ পেঁপাটি বাই
দুপৰৰ আকাশত কি সুৰ মেলিলি
জগত নিজান পৰি যায়।

পাৰ্বতিপ্ৰসাদৰ বৰ্ণনাত নাচনী নিজৰাজনীও জীৱন্ত হৈ জিব্ জিব্ কৰি আমাৰ চকুৰ আগেদি বৈ যায়-

চতাই পৰবতৰ নাগিনী ছোৱালী,
থমকা থমকি নাচোন নাচে।
নাচোনৰ লাচতে বনৰীয়া ফুলে
কাচোন কাচে
নাচোনৰ ভঙ্গীতে নিজৰা বাগৰি
যায় ভৈয়ামলৈ বৈ।
আজলী নাগিনী ৰঙৰ নিজৰা
লগতে এসুঁতি লৈ
ৰঙতে নিজৰা বাগৰি গ'লৈগে
পালেগৈ বুকুৰে ধন
পথাৰে পথাৰে বিয়পি পৰিলে
শিয়ঁৰি উঠিলে বন। ইত্যাদি

শোণিতপুৰৰ জ্যোতিপ্ৰসাদৰ নিচিনাকৈ প্ৰায় একে সময়তে ৰংপুৰৰ পাৰ্বতিপ্ৰসাদেও থলুৱা আইনাম, বিয়ানাম, বৰাগীনাম, বিহুনাম আদিৰ সুৰ আহৰণ কৰি এবিধ অসমীয়া সুৰীয়া গীত সৃষ্টি কৰিছিল। পাৰ্বতিপ্ৰসাদ বৰুৱাৰ নিজৰ কণ্ঠত যি এবাৰ তেওঁৰ স্বৰচিত সুৰদি গীতবোৰ শুনিছিল আজিও সেই সকলৰ কাণত-

ভাগি গ'ল বীণখনি ছিগি গ'ল তাঁৰ,
ৰই গ'ল অৱশেষ অমিয়া জোকাৰ

এসময়ত এই গীতবোৰ অতিশয় জনপ্ৰিয় হৈছিল আৰু অসমৰ আকাশে-বতাহে

তাৰ গুণগুণণি শুনা গৈছিল।

কেৱল গীতিকাৰ বা সুৰকাৰ হিচাপেই নহয়, এজন কৃতী মঞ্চ অভিনেতা হিচাপেও অসমৰ নাটশালৰ বুৰঞ্জীত পাৰ্বতিপ্ৰসাদে এখনি আসন আছুতীয়া কৰি ৰাখি থৈ গৈছে। ভগৱতীপ্ৰসাদ বৰুৱা ঘূৰণ মঞ্চ যি ঠাইত পতা হৈছে সেই মাটিখিনিও শিৱসাগৰ নাটশালাই পাৰ্বতিপ্ৰসাদৰ দেউতাক ৰায়চাহাব ৰাধিকাপ্ৰসাদ বৰুৱা ডাঙৰীয়াৰ দানৰ ফল স্বৰূপেই লাভ কৰিছিল। এই নাটশালতে আঠবছৰ বয়সতে পাৰ্বতিপ্ৰসাদ বৰুৱাই অভিনেতা হিচাপে প্ৰথম প্ৰৱেশ কৰিছিল। পদ্মনাথ গোহাঞিবৰুৱাদেৱৰ ৰচিত 'জয়মতী' নাটৰ অভিনয়ত নাট্যাচাৰ্য ইন্দ্ৰেশ্বৰ বৰঠাকুৰ হৈছিল গদাধৰ, শ্ৰীপদ্মধৰ চলিহা জয়মতী আৰু পাৰ্বতিপ্ৰসাদ হৈছিল তেওঁলোকৰ পুতেক লাইকোঁৱৰ। এই নাটশালতে প্ৰথমে ১৯২৬ চনত পাৰ্বতিপ্ৰসাদে আগৰে পৰা চলি অহা গতানুগতিক নৃত্য সলনি কৰি সত্ৰীয়া নৃত্যৰ আৰ্হিত প্ৰাচ্য নৃত্য, নিজৰী নাচ (লাস্য) আৰু সৃষ্টি নাচ (তাণ্ডৱ) প্ৰৱৰ্তন কৰি তেতিয়াৰ পৰা কিছুদিনলৈ অসমীয়া নৃত্যৰ এঁটা নতুন ধাৰাৰ প্ৰৱৰ্তন কৰিছিল। চিত্ৰলেখাৰ 'পদুমকলি' নাচৰ নিচিনাই তেওঁৰ চতাই পৰৱতৰ নাগিনী ছোৱালীৰ নাচ এক অনুপম অনিন্দ্যসুন্দৰ সৃষ্টি। শিৱসাগৰ নাটশালাত পাৰ্বতিপ্ৰসাদে স্ত্ৰী, পুৰুষ বিবিধ চৰিত্ৰ ৰূপায়িত কৰি যশস্যা আৰ্জিছিল। এসময়ত জ্যোতিপ্ৰসাদৰ 'শোণিতকুঁৱৰী' আৰু বেজবৰুৱা ডাঙৰীয়াৰ 'চক্ৰধ্বজ সিংহ' নাটৰ নিভাঁজ-অসমীয়া ধৰণে কৰা অভিনয়ে শিৱসাগৰত আলোড়ন সৃষ্টি কৰিছিল। 'চক্ৰধ্বজ সিংহ'ৰ অভিনয়ত পাৰ্বতিপ্ৰসাদে লাচিতৰ ভাওত নামি অসমীয়া আৰ্হিৰে গহীনাই বচন মাতি দৰ্শকসকলক মুগ্ধ কৰিছিল। সেই অভিনয় চাই লোকপ্ৰিয় গোপীনাথ বৰদলৈয়ে তেওঁক বৰকৈ শলাগিছিল। 'শোণিত কুঁৱৰী'ৰ অভিনয়ত পাৰ্বতিপ্ৰসাদৰ চিত্ৰলেখাৰ ভাও অনিন্দ্য সুন্দৰ হৈছিল।

পাৰ্বতিপ্ৰসাদে ৰূপালী পৰ্দাত আলফুলীয়া হাতেৰে সৃষ্টি কৰা 'ৰূপহী' চতুৰ্থ অসমীয়া বোলছবি। এই ছবিয়ে ৰাইজৰ আগত দেখা দিছিল ১৯৪২-৪৩ চনত। এই ৰূপহ ছবিখনি পাৰ্বতিপ্ৰসাদ আৰু তেওঁৰ ভাতৃসকলে সোণাৰিৰ সোণালী পামৰ পৰা উলিয়াইছিল অসমীয়া বোলছবিৰ পানী-কেঁচুৱা অৱস্থাত নানা আলৈ আহুকালৰ মাজেদি। গীতে-মাতে, কথাই-বতৰাই ছবিখনিৰ প্ৰতি পৰ্যায়তে পাৰ্বতিপ্ৰসাদৰ নিপুণ হাতৰ পৰশ পৰিছিল। ছবিখনি পৰিচালনা কৰাৰ উপৰি পাৰ্বতিপ্ৰসাদে এজন মহন্তৰ ভাও লৈ সুললিত কণ্ঠেৰে নাম-ঘোষাৰ পদ গাই শ্ৰোতাৰ কাণত মৌ বৰষিছিল।

অসমীয়া সাহিত্য-ভঁৰালত পাৰ্বতিপ্ৰসাদৰ অৰিহণা লেখত বেছি নহ'লেও জোখত গধুৰ আৰু মূল্যবান। তেওঁৰ কাপৰ পৰা ছপা হৈ ওলোৱা গীত-কবিতাৰ পুথি কেইখনি হৈছে- 'গুণগুণনি', 'লুইতী', 'ভগ্না টোকাৰীৰ সুৰ', 'শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল', নাটিকাদুখনি হৈছে 'লখিমী' আৰু 'সোণৰ সোলেঙ'। ইয়াৰ উপৰি আছে দুখনমান

অভিভাষণ। 'সোণৰ সোলেঙ' নাটখনি কেৱল পাৰ্বতিপ্ৰসাদৰেই শ্ৰেষ্ঠ ৰচনা নহয় অসমীয়া নাট্য-সাহিত্যৰেই এটা আপুৰুগীয়া সম্পদ বুলি ক'ব পাৰি। এই নাটৰ ৰহস্যময়তা ব্ৰু-হাৰ্ডৰ সমপৰ্যায়ৰ। পায়ো নোপোৱা, চিনিও নিচিনা কিবাকিবিৰ ৰহস্যজাল।

মহাজীৱনৰ বন্তি জ্বলিছে, চৌদিশ উজ্বলাই,
দূৰণিৰ পৰা এফেৰি আভাস মাথো দেখিবলৈ পায়
জীৱনৰ চগা উৰা মাৰি যায়
ধৰোঁ ধৰোঁ কৰে বিচাৰি নেপায়
যিমানেই যায় কাষ চাপি তাৰ, সিমানে আঁতৰি যায়
মহাজীৱনৰ বন্তি জ্বলিছে চৌদিশ উজ্বলাই

কত সন্ধানী জেউতি বিচাৰি ফুৰে সংশয় ছেদি
কত ৰহস্য বনাই ফুৰিছে ছাঁ-জুই খেদি খেদি
দেখি জীৱনৰ গতিৰ সপোন
ওপৰে উৰিছে তাৰকা তপন
পাষাণ হিয়াত নিজৰা জৰিছে গিৰিকন্দৰ ভেদি
কত সন্ধানী বিচাৰে জেউতি শত সংশয় ছেদি

পাৰ্বতিপ্ৰসাদৰ প্ৰতিটো কবিতা, প্ৰতিটো গীতেই গভীৰ ভাবব্যঞ্জক হোৱাৰ উপৰি মনোৰম চিত্ৰধৰ্মী। গীতটো শুনাৰ লগে লগে নাইবা পঢ়াৰ লগে লগে একোখনি মনোৰম প্ৰাকৃতিক চিত্ৰ আমাৰ চকুৰ আগত ভাঁহি উঠে। দুই এটা উদাহৰণ যেনে—

আহিন মহীয়া শেৱালি সৰিলে
নিয়ৰত তিতিলে বন
জোনাকত ওপঙিল কিহবাৰ ৰাগী
কেনেবা কৰিলে মন
বান্ধৈ ঐ কেনেবা কৰিলে মন।

মুঠতে পাৰ্বতিপ্ৰসাদে সোণ-ৰূপৰ চকুত হাত দি জন্মিছিল যদিও তেওঁ এফালে যেনেকৈ চাহবাৰী পাতিছিল, আনফালে তেনেকৈ সংস্কৃতিৰ ফুলনিত আমোলমোলীয়া ফুলো ফুলাইছিল। এতিয়া গীতিকবিজনাই নিজ মুখেৰে কৈ যোৱা দুআষাৰমান সাৰুৱা কথাৰেই এই আলচ সামৰা হৈছে। তেওঁ কৈছিল— "আমি সোধোঁ— আপোনাৰ

সম্রাজৰ নামঘৰটো যি মাটিডোখৰত সাজিছে, তাৰ পট্টাখন কাৰ নামত আছে ? যদিও আপোনাৰ নিজা মাটি নহয়, তেন্তে আপোনাৰ নিজা বুলিবলৈ একো নাই। কিয়নো সেই নামঘৰত থিয় হৈ আপুনিও আজি আদৰণীয়া এটা জাতিৰ শিল্প-সংস্কৃতিক বাদ দি স্বাধীনতা লাভ কৰিবলৈ যোৱা আৰু এখন হাত কাটি কৰযোৰে প্ৰণাম কৰিবলৈ যোৱা একে কথা। সেইবাবে শিল্প-ঘৰটো সাজিবলৈ যোৱাৰ আগতে নিজৰ পট্টালগা ভেটিটোও বিচাৰি উলিওৱাটোৱেইহে হৈছে ঘাই-কথা।"

আজি যদি আমি সঁচাকৈয়ে আমাৰ মাজত পাৰ্বতিপ্ৰসাদৰ স্মৃতি চিৰ সেউজীয়া কৰি ৰাখিব খোজো তেন্তে আৱশ্যক—

(১) পাৰ্বতিপ্ৰসাদৰ আটাইকেইখন পুথি একোখনি গ্ৰন্থৰ অন্তৰ্ভুক্ত কৰি হাতে হাতে ঢুকি পোৱাকৈ ৰখাটো।

(২) পাৰ্বতিপ্ৰসাদৰ গীতবোৰৰ সুৰ চানেকিৰে সৈতে প্ৰকাশ কৰাটো আৰু

(৩) আমাৰ শিল্পীসকলে সেই গীতবোৰ— বিকৃত নকৰাকৈ সভাই-সমিতিয়ে গোৱাটো, গ্ৰামোফোন, আকাশবাণীৰ যোগেদি প্ৰচাৰ কৰাটো। ◻

# গীতি-কবি পাৰ্বতিপ্ৰসাদ

## নকুল চন্দ্ৰ ভূঞা

অসমৰ সকলোৱে পাৰ্বতি বৰুৱাদেৱক এজন শ্ৰেষ্ঠ গীতি-কবি, সুৰ সাধক, জাতীয় সংস্কৃতিৰ বাটকটীয়া ৰূপহীৰ খনিকৰ ৰঙ্গমঞ্চৰ এজন শ্ৰেষ্ঠ অভিনেতা আৰু নৃত্য-শিল্পী বুলি শ্ৰদ্ধাৰে আৰু চেনেহেৰে চাইছিল আৰু আজিও চাই আছে। মুঠতে তেওঁৰ অৱদান, তেওঁৰ সংস্কৃতিয়েই তেওঁক আজি আমাৰ মাজত জীবিত কৰি ৰাখিছে আৰু ৰাখিবও।

পাৰ্বতি বৰুৱাৰ জন্ম ১৯০৪ চনত। লিখকতকৈ পাৰ্বতি বৰুৱা প্ৰায় ন বছৰৰ সৰু আছিল। পৰিয়াল হিচাবে আমাৰ চিনা-জনা থাকিলেও পাৰ্বতি বৰুৱাৰ ককাইদেৱেক ভগৱতী বৰুৱাৰে সৈতে ভালকৈ জানিবলৈ সুযোগ পাইছিলো। তেওঁবিলাকে কলেজীয়া ছাত্ৰ হিচাবে 'ছাত্ৰ-সন্মিলন'ত যোগ দিয়াৰ পৰা পাছৰ বয়সত কবিতা-গীত আৰু কিতাপ লিখাৰ যোগেদি আমাৰ অন্তৰঙ্গ সাহিত্যিক বন্ধু হৈ পৰিছিল।

পাৰ্বতি বৰুৱাই আমাৰ সাহিত্যলৈ দিয়া অৱদান বিলাকৰ আলোচনা কাকতে-পত্ৰই, সভা-সমিতিত আলোচনা হ'বলৈ ধৰিছে আৰু হ'বও। এই সম্বন্ধে একো নকৈ পাৰ্বতিৰ চৰিত্ৰৰ দুই এটা কথা লিখকৰ চকুত কেনেকৈ পৰিছিল তাৰেই দুই এটা কথা এই সৰু প্ৰবন্ধটোত দাঙি ধৰিবলৈ চাম।

জয়ে জয়ে আমাৰ আতিগুৰি সম্বন্ধে কথা মনলৈ আহে। আমি উত্তৰ পাৰে থকা বাৰ ভূঞাৰ লহকৰ ভূঞাৰ ফৈদৰ সন্ততি উত্তৰ পাৰৰ কলাবাৰীৰ পৰা আমাৰ তিনিঘৰ-কৃষ্ণদাস (যোৰহাটলৈ) দুটিৰাম (মাজুলীৰ দক্ষিণপাটলৈ) আৰু কৃষ্ণৰাম (শিৱসাগৰৰ চাৰিগুলৈ) উনৈশ শতিকাত আহে। এই তিনিওঘৰৰ গুৰি একে ঘৰেই। পাৰ্বতি বৰুৱা হ'ল, কৃষ্ণদাসৰ আজুনাতি। এই তিনিঘৰ কেনেকৈ উত্তৰ পাৰৰ পৰা দক্ষিণ পাৰলৈ আহিল, তাৰ বিশদ বিৱৰণ লিখকৰ 'বাৰভূঞাৰ চমু বুৰঞ্জী' কিতাপখনত পৰিশিষ্ট (ক) অধ্যায়ত লিখা আছে।

'বুৰঞ্জী'ত পোৱা যায় ৰাজস্থানৰ 'ৰাজপুত' সকল আত্মগৌৰৱী মানুহ। সেইদৰে অসমৰ 'অসমীয়া' সকলো আত্মগৌৰৱী। 'পৰৰ অধীন হোৱাতকৈ মৃত্যুৱেই শ্ৰেষ্ঠ' বুলি এদিন অসমীয়াই কৈছিল। নিজৰ আৰু মুছলমানে লিখা বুৰঞ্জীত অসমীয়াৰ আত্মগৌৰৱৰ কথা বহুতো ঠাইত পোৱা যায়। আনকি আমাৰ দেশ শাসন কৰোতা বৃটিছ সকলেও আগৰ ছোৱা কালত আত্মগৌৰৱী অসমীয়াৰ লগত সাৱধানেৰে কথা পাতিছিল। পাছে

আত্মগৌৰৱী অসমীয়া যেতিয়া দুখীয়া হ'ল, ক্ষমতাহীন হ'ল, তেতিয়া আমি সৰহ ভাগ অসমীয়াই পূৰ্ব-পুৰুষৰ গৌৰৱ সুঁৱৰি হাত সাৱটি বহি দিনক দিনে অৱস্থাহীন হৈ আহিবলৈ ধৰিলো। অৱশ্যে দুই চাৰি ঘৰে, নিজৰ ভৰিত নিজে থিয় হ'বলৈ শিকি ৰক্ষা পৰিল।

আমাৰ অসমীয়াৰ ভিতৰত বাৰভূঞাৰ সন্ততিবিলাক বেছি আত্মগৌৰৱী হৈ ক্ৰমাৎ অতি দুখীয়া হৈ পৰিলহি।

"ফটা হওক ছিটা হওক
পাটৰ টঙালি,
ভাল হওক বেয়া হওক
ভূঞাৰ পোৱালি।"

সঁচা, পূৰ্ব গৌৰৱে মানুহৰ মন উচ্চ কৰে, যদি সেই সকলে পূৰ্বৰ গৌৰৱ সুঁৱৰি ভৱিষৎ জীৱন গঢ়িবলৈ যত্ন কৰে। নতুন পূৰ্ব গৌৰৱৰ নামত হাত সাৱটি বহি থাকিলে সমাজত তললৈহে যায়, ওপৰলৈ উধাব নোৱাৰে।

আমি মানী আৰু ডাঙৰ মানুহ কওঁ সেইসকলক, যিসকলে আনক খুৱাব আৰু সহায় কৰিব পাৰে।

বৰ বাৰভূঞাৰ সহকৰ ভূঞাৰ ফৈদৰ কৃষ্ণদাস, উত্তৰপাৰে সৰ্বস্বান্তহৈ, যোৰহাট নগৰলৈ আহি, স্বৰ্গদেৱ চন্দ্ৰকান্ত সিংহৰ ৰাজচৰাত আশ্ৰয় লৈ, 'ভঁৰালী বৰুৱা' আদি বিষয় লৈ নিজৰ আৰু ভৱিষ্যৎ বংশৰ জীৱন গঢ়ি পূৰ্ব পুৰুষৰ আত্ম-গৌৰৱ ৰক্ষা কৰি বুৰঞ্জীত তেখেতৰ নাম জিলিকাই থৈ গ'ল। তেখেতৰেই আজুনাতি পাৰ্বতি বৰুৱাই পূৰ্ব পুৰুষৰ গৌৰৱ অক্ষুণ্ণ ৰাখি উচ্চ শিক্ষিত হৈ, চাহ বাগিচাৰ গৰাকী হৈ অসমীয়া সংস্কৃতিৰ পূজাৰী হৈ গীত-বাদ্য নৃত্যত সুনিপুণ হৈ গীত-কবিতাৰ শ্ৰেষ্ঠ সাহিত্যিক হৈ মুকলি হাতেৰে শিৱসাগৰৰ ৰঙ্গমঞ্চ, সোণাৰি হাইস্কুল, গুৱাহাটীত 'ভগৱতীপ্ৰসাদ বৰুৱা ভৱন' আদি জাতিটোক দান দি যোগ্য বংশৰ যোগ্য বংশধৰৰ চিনাকী নি নিজেও ধন্য হ'ল আৰু আমাকো ধন্য কৰিলে।

আত্ম-গৌৰৱী দুখীয়া অসমীয়া যেনেতেনে পাৰ্বতি বৰুৱাৰ আদৰ্শৰে আগবাঢ়ি নিজৰ জীৱন ধন্য কৰি, দেশক কম বেছি অৱদান দি যাব পৰাটোৱেই পূৰ্ব পুৰুষৰ গৌৰৱ ৰক্ষা কৰিব পৰাৰ বাহাদুৰি হ'ব।

পাৰ্বতি বৰুৱাৰ তেজৰ অণু-পৰমাণুত জাতীয় সংস্কৃতিৰ গৌৰৱ ওতপ্ৰোতভাৱে আছিল।

**ব্যক্তিগত কথা :** ১৯৩৮ চনত লিখক নুমলীগড় বাগিচাত এচিচটেণ্ট মেনেজাৰৰ কামত আছিলো। এদিন আবেলি শ্বিলং কি গুৱাহাটীৰ পৰা আহি পাৰ্বতি বৰুৱা মোৰ বঙলাত সোমালহি। মই নাছিলো, কামলৈ গৈছিলো। চাহ-জলপান খাই, পাৰ্বতি বৰুৱাই

লিখকৰ ৭/৮ বছৰীয়া ল'ৰাটোক ক'লে -'দেউতাৰ আহিলে ক'বা, - শিৱসাগৰৰ পাৰ্বতি বৰুৱা আহিছিলে বুলি।"

ল'ৰাটোৱে ক'ম বুলিলত সুধিলে 'কেনেকৈ ক'বা?' মোৰ ল'ৰাটোৱে ক'লে- 'ক'ম চিবচাগৰৰ পাৰ্বতি বৰুৱা আহিছিল।'

পাৰ্বতি বৰুৱাই 'চিবচাগৰ' টোক তিনিবাৰ 'শিৱসাগৰ' বুলি শুধৰাই দিলে তেতিয়াও ল'ৰাটোৱে 'চিবচাগৰ' বুলিহে ক'লে হেনো।

তেতিয়া পাৰ্বতি বৰুৱাই কাগজ এখনত মোলৈ লিখি থৈ আহিল এইদৰে-'ভূএলাৰ ল'ৰাই শিৱসাগৰ নকয় চিবচাগৰ হে কয়।'

সংস্কৃতি আৰু শুদ্ধ ভাষাৰ ওপৰত পাৰ্বতি বৰুৱা কেনে সজাগ আছিল, ইয়াকে বুজা যায়।

এতিয়া কেতিয়াবা কেতিয়াবা দুখ লাগে 'শিৱসাগৰৰ' ল'ৰায়ে যেতিয়া 'চিবচাগৰ' বুলি চিনাকী দিয়ে।

বাগিচাৰ বঙলাত 'চোটচাহাব' বা 'বৰচাহাব' হৈ থাকোতে- মোৰ এটা দস্তুৰ আছিল, বঙলাৰ দাঁতিতে 'গোসাঁইঘৰ' এটা সাজি লোৱা আৰু কৰ্মচাৰীসকলৰ সৈতে মাজে মাজে বঙলাত 'নামকীৰ্তন' কৰা। আৰু এটা অভ্যাস আছিল-বিলাতী চাহাব-মেম বঙলালৈ আহিলে তেওঁবিলাকক খাবলৈ দিওঁতে কাটা-চামোছ, কাপ-প্লেট (চীনা) আদিত দিয়া। এই বাচনবিলাক তেওঁবিলাকৰ কাৰণেই ৰখা হয়। আমি নিজে খাবলৈ আৰু আমাৰ আত্মীয় সকলক খুৱাবলৈ কাঁহৰ বাটি, কাঁহী, পাণ-ধোৱা আদি ৰাখিছিলো।

কোনোবা এবাৰ, এইদৰেই পাৰ্বতি বৰুৱা মই থকা বঙলাত সোমাওতে কাঁহৰ কাঁহী বাটিত জা-জলপান খুৱাই পঠিয়াইছিলো।

ইয়াৰ কিছুদিনৰ পিছত যোৰহাটত শ্ৰীমান শশী বৰবৰুৱাক (বি.এ.) লগ পাওতে হাঁহি হাঁহি বৰবৰুৱাই মোক কৈছিল— পাৰ্বতি বৰুৱাই মোক হেনো 'চাৰ্টিফিকেট' দিছে যে বাগিচাৰ চাহাবৰ বঙলাত থাকি 'চাহাবী কায়দা' নেদেখুৱাই অসমীয়া সংস্কৃতিৰ 'কাঁহী-বাটিত' চিৰাৰ জলপান খুৱাই পঠিয়ালো বুলি শুনি ভাল পাইছিলো অৱশ্যে।

এই সামান্য কথাটোৰ পৰাও বুজা যায় যে, পাৰ্বতি বৰুৱা জাতীয় সংস্কৃতিৰ বাবে কিমান সচেতন আছিল।

এটা সময়ত পাৰ্বতি বৰুৱাই পাটৰ চুৰীয়া গুণাকটা খনীয়া আৰু চেলেং পিন্ধি সভা সমিতিত ফুৰা আমি বহুতেই দেখিছিলো। কপাহী চুৰীয়া পিন্ধিলেও গুণাকটা খনীয়া বা চেলেং প্ৰায়েই লৈ ফুৰিছিল।

কেইবা বছৰো পক্ষাঘাত ৰোগত পৰি থকা অৱস্থাতো পাৰ্বতি বৰুৱাৰ মনটো চিৰ সেউজীয়া, ওখ আৰু উদাৰ আছিল। পাৰ্বতি বৰুৱাৰ এই চৰিত্ৰটো আজিও আমাৰ

চকুত জিলিকি আছে।

আধুনিক অসমীয়া সংস্কৃতিৰ আকাশত পাৰ্বতি বৰুৱা এটি উজ্জ্বল নক্ষত্ৰহৈ থাকিব-ই ধুৰূপ।

শেহত এটা কথা মোৰ মনত ঘনে ঘনে পৰিছে, তেওঁৰ পক্ষাঘাত অৱস্থাত যোৰহাটলৈ আহিলেই যেনে তেনে অলপ সময়ৰ বাবেও মোক আহি লগ ধৰি গীত-সাহিত্য, সংস্কৃতিৰ বিষয়ে কথাপাতি, পাৰ্বতি বৰুৱাই এনে সুখ অনুভৱ কৰিছিল আৰু সেই সুখৰ ভাগ আমাকো দিছিল। সকলো কথাতে প্ৰকাশ পাইছিল, তেওঁৰ মনটো যৌৱন কালৰ চিৰ সেউজীয়াৰে ভৰা আছিল। □

# পাৰ্বতি দেহাৰ পঞ্চভূত

বেণুধৰ শৰ্মা

পাৰ্বতিপ্ৰসাদ বৰুৱাই ক্ষিতি-অপ-তেজ-মৰুৎ ব্যোমেৰে নিৰ্মিত দেহটি এৰি সেই কোনেও নেদেখা ৰাজ্যলৈ গুচি গ'লগৈ। তেওঁৰ ইষ্টমিত্ৰৰ, গোট-জ্ঞাতি, মিত্ৰ-কুটুম্ব আৰু অগুহি-বগুহি যিসকল তেওঁৰ পাছ নোলোৱাকৈ থাকিল সেই সকলৰ বহুতেই আজিও হামাৰাও কাঢ়ি আছে— পাৰ্বতিটো এন-আছিল, তেন্- আছিল, তেনেকুৱা এটা পাৰ্বতি মইনা বা পাৰ্বতিপ্ৰসাদ নাইবা পাৰ্বতি বৰুৱা আৰু ক'ত পাম ? যোৱা জন গ'লেই; আৰু চিৰকাললৈ হিয়া ধাকুৰিয়াই কান্দি থাকিলেও জানো তেওঁ আকৌ ওলাব ?- নোলায় . . .

তথাপি মৃতকৰ সন্তাপত দহিথকা প্ৰাণে তেওঁ জীয়াই থাকোঁতে কি কৰিছিল, কেনেকৈ ফুৰিছিল, দেখিবলৈ কেনেকুৱা আছিল, জীৱন-দৰ্শনৰ কোনপথে বাট বুলিছিল, চিন্তা-সহৃদয়তা আৰু মানৱধৰ্মৰ বিশিষ্টতাত কিমান ওপৰলৈকে উঠিছিল— ইত্যাদি লগা নলগা, আবুৰি-ভাবুৰি এশ এটা কথাকে সুঁৱৰি-সুঁৱৰি মন তাপৰি থাকে। এয়ে জগতৰ চিৰন্তনীয় ৰীতি— আজিৰ নহয় কালিৰ নহয় কৌটিকালৰ পৰা চলি অহা। সেই ৰীতিকে আজন্মকাল পালি অহাবাবেই আজি পাৰ্বতিলৈ মনত পৰিছে- তেওঁক স্ৰজন কৰা মাটি পানী তেজ বায়ু আৰু আকাশলৈ।

যি মাটিয়ে তেওঁক জালি-তিএঢ়ীয়া কটাৰী নলীয়া গাৰে সোণাৰি-গঢ়ীকৈ বিধাতাই সাজিলে; সেই মাটি ক'ৰ? — শিৱসাগৰৰ — যি শিৱসাগৰৰ ছশ বছৰতকৈও ওপৰকলীয়া বুৰঞ্জীয়ে বাৰভূঞা-সংস্কৃতি চুচি-মাজি নিমজকৈ থৈছে; যি শিৱসাগৰ এসময়ত ভাৰা সভ্যতা আৰু স্বাৱলম্বনৰ চানেকি হৈ সোণৰ কলছী ৰূপে, অসমতহে নেলাগে ভাৰতত্তে জিলিকি আছিল; যি শিৱসাগৰৰ ধূলি বালি এমুঠিয়েও ঐতিহ্যৰ মাধুৰী আৰু শৌৰ্য-বীৰ্যৰ তেজ উতলোৱা কাহিনী এতিয়াও নিমাতী কন্যাৰ দৰে কৈ থাকিবলৈ পাহৰা নাই; যি শিৱসাগৰ বননিত পৰি থকা, "আহিনমহীয়া শেৱালী ফুলে

বাজে ঐ কেনেবা কৰিলে মন" বুলি অতীত জগোৱা সুৰদি সোঁৱৰণে কবিৰ মন এতিয়াও ইচাট-বিচাট কৰে সেয়ে পাৰ্বতি দেহাৰ শিৱসাগৰীয়া মাটি।

যি পানীৰে সেই মাটি খচকা হ'ল, সেই পানীয়েই শাপমুক্তা বাশিষ্টি গঙ্গা দিখৌ নৈৰ পূত সলিল। যাৰ দোকোলটকা বুকুত বাঢ়নী-পানী আহিলে শিহৰে ভুমুকিয়ায়, ঘৰিয়ালে পিঠি উলিয়ায়, পাঁঝে নাও, বৰ নাৱৰ হুৰমুৰ— । হুৰমুৰণিত ঢৌৱে থৌকি-বাথৌ লগায়; ৰামদিয়া নাৱৰীয়া ৰাম-বাৰমাহী সীতা বাৰমাহীৰ গীতৰ ধ্বনিয়ে বনগীতিয়া কবিৰ প্ৰাণত হেন্দোলনি তোলে

হেৰ' বলিয়া
নয়ন ভৰি ভৰি চা
ৰূপহী সুঁতিৰে ধল
ধলৰে বুকুতে পোহৰ জলেমলায়
ঢৌৱে কৰে টলমল।।"

সেইদৰেই, খৰালি কাতিমহীয়া জাক জাক লেকলৌ পৰুৱাই উজনি-ভাটী কৰি "কাউৰী গ'ল, গধূলি হ'ল," বুলি সিপুৰীলৈ যোৱাসকলক ... .. ... "কি কৰ মনাই" বুলি সঁকিয়াই দিয়ে।

পানী মাটিৰ লগতে যি তেজ মিহলি হৈছিল সিও বৈ আহিছিল শিৰফুটা বাৰভূএগা লহকৰী ঘৰৰ সন্ততি বিদ্যা ধৰ্মনুৰাগী, অভিধানিক আজোককাদেউতাক জদুৰাম ডেকাবৰুৱাৰ পৰা তলমুখী হৈ, গহীন গম্ভীৰ ককাদেউতাক দুৰ্গাপ্ৰসাদ তহছিলদাৰ, সাজেপাৰে নিখুঁত নিভাঁজ অসমীয়া, অসমীয়া সাহিত্যসেৱী ৰাধিকাপ্ৰসাদ আৰু অসমীয়া ঐতিহ্যৰ আধাৰ আইতাক (মাক) হিমলা বৰুৱাৰ ৰক্তবীজৰ পৰা নিজৰি-নিজৰি।

বায়ুছাটিও ভূতময় হৈছিল সেইটি পৰিৱেশৰ পৰাই- যিটি পৰিৱেশত দেৱপ্ৰতিম ককাইদেৱাক ভগৱতীপ্ৰসাদৰ মুচিতে-পক-ধৰ প্ৰতিভাই ৰবীন্দ্ৰ-ৰবীন্দ্ৰৰ গুণগুণনিৰ সুৰ তুলিছিল আৰু "সোণৰ হৰিণ" খেদি থুপি-তৰাৰ দেশলৈ যোৱা কল্পনাৰ কেও ফুটাইছিল। আইদেউতাক ললিতী বৰুৱানীৰ আইনাম-ঘোষা-কীৰ্তনৰ সুৰৰ ৰাগীয়ে শুনোতাৰ "হৃদয়ৰ কুঁৱলি বিদৰি" পেলাইছিল। নাৰায়ণ ভুএগৰ নাৰায়ণী তৰ্ক, সুৰভিৰ মুখৰ নিচুকুৱা নাম, জানেকী-সুদুৰী-হালিমীহঁতৰ চুপতা চুপতি সোণৰৰ ককাৰ ভাঙতি-ভুঙতি, বংশী-ঘনহঁতৰ লগত দৱৰা দৱৰি অভিনয়- এইবোৰ বা-বতাহেই সেই পৰিৱেশৰ পৰমবস্তু হৈছিল।

যিথন আকাশৰ বা ব্যোমৰ পোহৰ পৰিছিল, পাৰ্বতিৰ মাটি সজাটিও তাৰ উত্তাপতে ৰংপুৰ গড়গাঁৱত সৃষ্টি হৈছিল চৌষষ্টি কলা। ওপৰত উলুকিয়াই অহা মাটি-পানী-তেজ-বায়ু আৰু আকাশৰ সমন্বয়ত ভূমিষ্ঠ হোৱা পাতকটা ডাঁৰ হেন পাৰ্বতি বৰুৱাৰ বছৰত বাহিৰে গা ধৰি যেনেকৈ সভা শুৱনি, থূলন্তৰ পুৰুষ এটি হ'ল, ভিতৰতো তেনেকৈ

আবেলি নোপোৱা গীতি কবি, আপুৰুগীয়া অভিনেতা আৰু সুন্দৰৰ উপাসক হৈ পৰিল।

পাৰ্বতিপ্ৰসাদ বৰুৱাৰ স্বৰ্গগত আত্মাৰ প্ৰতি আজি কি ৰূপে মৰম-চেনেহ প্ৰীতি সম্ভাৱণ অৰ্পণ কৰিম? তেওঁৰ ভাষাৰেই কওঁ,

আজি যে মনৰ থাউনি নাই
মোৰ যে একোটি নাই
হিয়া মোৰ কান্দে সুৰুঙা নেপাই
মুখৰ ভাষাটি মুখতে লুকায়
তোমাৰ স্মৃতিৰ জিলিকণি আহি
এন্ধাৰ পোহৰ পৰশি যায়......

আমি থাকো মানে শিৱসাগৰীয়া পঞ্চভূত থাকে মানে পাৰ্বতি তুমি জীয়ায়েই থাকিবা, মৰিও নমৰা। □

# শিল্পী পাৰ্বতিপ্ৰসাদ বৰুৱা

## মহেশ্বৰ নেওগ

মাথোন কেইদিনমানৰ আগতে সোণালী পামত বৰুৱাদেৱক লগ পাইছিলো। আগৰ দৰেই দেখিলে সন্তোষ লগা সেই শান্ত সৌম্য মূৰ্তি। কিন্তু কথা কোৱাত বৰ আহুকাল হৈছিল আৰু মই আলোচনা কৰিবলৈ নিয়া কাগজপত্ৰত তেওঁ একো লিখিব নোৱাৰিছিল। তাৰ আগে আগে মাথোন তেওঁ ৰোগৰ এটি আক্ৰমণ সহ্য কৰি উঠিছে। নিজ হাতে তুলি ভাত মুঠিও খাব নোৱাৰে, মাজু ছোৱালীটিয়েহে খুৱাই দিয়ে। মই ক'লো 'আপুনি বৰকৈ ঘূৰা-পকা নকৰিব। এই যে হঠাতে গুৱাহাটীলৈ গৈ ঘূৰি আহে, শ্বিলঙলৈ গৈ ঘূৰি আহে, আপোনাৰ শৰীৰৰ ওপৰত জানো কম হেঁচা পৰে।' তেওঁৰ সদায় লগৰীয়া হাঁহিটো মাৰি থোকা থুকিকৈ ক'লে 'কি হ'বহে সিমান সাৱধান হৈ?' 'এৰা নহ'লেইতো। ছয় জুনৰ দিনাখনো তেওঁ কাষৰে বাগিচাখন চাই আহিছে। অথচ সাত তাৰিখে পুৱাৰে পৰা তেওঁক সংসাৰৰ ভাৱনাই পশিব নোৱাৰা হ'ল, সাঁজ নৌ চাপোতেই 'নজনা কোন বাটৰ কোনোবা ভোলানাথৰ শৰণ মাগি' তেওঁ আঁতৰি গ'ল। এইবাৰ লগ পোৱাত বৰুৱাদেৱে দুই শেষ ইচ্ছা প্ৰকাশ কৰিছিল, তেওঁৰ অতি মৰমৰ ককাইদেৱেক ভগৱতী প্ৰসাদৰ নামত সাজি আঁটাব লগীয়া গুৱাহাটীৰ ভগৱতী প্ৰসাদ বৰুৱা ভৱন সম্পূৰ্ণ হোৱা আৰু ভগৱতী প্ৰসাদৰ ৰচনাৱলী সংকলন প্ৰকাশিত হোৱা দেখা পোৱা। কিন্তু 'আধা কৰা কাম এৰি থই কালৰ কোলাতেই মিল গই' হ'ল মানুহৰ অমোচনীয় বিধি। যি ভগৱতী প্ৰসাদ বৰুৱা ভৱনৰ নিৰ্মাণৰ সিদ্ধান্ত নোহোৱালৈকে বৰুৱাই শিৱসাগৰত নিজে থাকিবলৈ সজা ঘৰ ৰতোৱালৰ ভেটিত মাটি ইটা এচপৰা দিয়া নাছিল সেই ভৱনত বোধহয় অশৰীৰীভাৱেহে ককাই-ভাই দুটি এদিন নিবাস কৰিব।

ভগৱতী প্ৰসাদ বৰুৱা ভৱনৰ কথা। মই সাহিত্য সভাৰ সম্পাদকৰ বাব লোৱাৰে পৰা বৰুৱা ডাঙৰীয়াই কৈ আছিল, সভাই গুৱাহাটীত মাটি পালে ককাইদেৱেকৰ নামে ঘৰ সাজিবলৈ তেওঁ এটি দান দিব। আমি অসম চৰকাৰৰ ওচৰত দৰ্খাস্ত পেলাই মাটি পাবলৈ খাপ পিটি আছো। মুখ্যমন্ত্ৰী চলিহা ডাঙৰীয়াই সভাক মাটি দিবই বুলি কথা দি

থৈছে। ১৯৬২ ৰ ৮ জানুৱাৰীৰ দিনা আমাৰ গুৱাহাটী কাৰ্যালয়ত টেলিফোন সংযোগ কৰি দিয়াত তাৰ সহায়তে সিদিনাই গধূলি চলিহা ডাঙৰীয়াক বৰ টানি ধৰিলো, কাৰণ দুদিনৰ পিছতেসাধাৰণ নিৰ্বাচন, ক'ত বা কি হয়। চলিহাদেৱে কথা দিলে, পিছদিনাই মাটিৰ বাবে হুকুম দি ফোনেৰে বতৰা দিব। পিছদিনা কামৰ পৰা আহি ঘৰত ভৰি দিওঁতেই মুখ্যমন্ত্ৰীয়ে কথা মতে বতৰাটি দিলে। ৫ ফেব্ৰুৱাৰীত স্থানীয় চৰকাৰী কৰ্তৃপক্ষৰ পৰা সভাক মাটি দিয়াৰ হুকুমটি ল'লো। খবৰটো জনাই বৰুৱাদেৱলৈ লিখাত তেওঁ সোণালী পামলৈকে মাতি পঠালে। এৰাতি পামত পমুৱা হৈ থাকিলোগৈ। ১৯ ফেব্ৰুৱাৰী তাৰিখে তেওঁ আলহীক বিদায় দিলে পঞ্চাছ হাজাৰ টকা দানৰ প্ৰতিশ্ৰুতিৰে, পত্ৰত লিখি দিলে - উক্ত দানৰ প্ৰধান উদ্দেশ্য অসমৰ মুখপাত-স্বৰূপ গুৱাহাটী নগৰত অসমৰ মুখ্য সাংস্কৃতিক অনুষ্ঠান অসম সাহিত্য সভাৰ এটি স্থায়ী আৱাস নিৰ্মাণ আৰু মোৰ সাহিত্যানুৰাগী ককাইদেউ স্বৰ্গীয় ভগৱতী প্ৰসাদ বৰুৱাৰ স্মৃতি সংৰক্ষণ। দানটোৰে নিৰ্মিত ঘৰটিৰ নাম 'ভগৱতী প্ৰসাদ ভৱন' হ'ব। তেতিয়াৰ ভাৰত চৰকাৰৰ বৈজ্ঞানিক গৱেষণা আৰু সাংস্কৃতিক পৰিক্ৰমাৰ মন্ত্ৰী অধ্যাপক হুমায়ুন কবীৰৰ সৌজন্যত কেন্দ্ৰীয় চৰকাৰৰ পৰাও ভৱনটিৰ বাবে পঞ্চাশ হেজাৰ টকা অনুদান পোৱা গ'ল। আশা হৈছে, আৰু দুমাহমানৰ ভিতৰতে আমি উছৱ কৰি ঘৰ লোৱা পাতিম। কিন্তু বৰুৱাদেৱ সেই উছৱত নাথাকিব 'বসন্ত উছৱ নহ'ল পতা, আধা কোৱা হ'ল কৃষিৰ মেলৰ গোপন কথা।'

আমি তেতিয়া শিৱসাগৰ হাইস্কুলৰ একেবাৰেই তলশ্ৰেণীৰ ছাত্ৰ। আমাৰ 'কেঁচা জীৱনত সেউজীয়া বোল' সনা বস্তু আছিল ৰংপুৰ ছাত্ৰ সভা। ১৯২৪ চনত টিঙৰ বঙলা সজা শিৱসাগৰ নাটঘৰত দেওবাৰে আমি গোট খাই ৰচনা পঢ়ো, গান শুনো। তেতিয়া কলেজত পঢ়া ডেকা পাৰ্বতিপ্ৰসাদ বৰুৱা, শ্ৰীযোগকান্ত বৰুৱা আদি আমাৰ জানিবা বাটকটীয়া। প্ৰবীণ শ্ৰীপদ্মধৰ চলিহাতো সৰু-ডাঙৰ আমাৰ সকলোৰে লগৰীয়া। এতিয়া ভাঙি পেলোৱা মঞ্চটোৰ ওপৰত বেঞ্চিত বহি সুদৰ্শন পাৰ্বতিপ্ৰসাদ বৰুৱাই গীত গায়। একেবাৰেই নতুন গীত, নিজে লেখা সুৰো তেওঁ নিজেই দিছিল। কিন্তু এয়া আকৌ কি সুৰ! আইৰ মুখত শুনা, বিহুবলিয়াহঁতৰ মুখত শুনা, ঘৰচীয়া নামৰ জাতবোৰহে দেখোন। ইয়াৰ আগতে এনে জাত-প্ৰাসৰ ৰচনাক গীত বা গান নুবুলিলেহেঁতেন; বুলিলেহেঁতেন 'নাম' - আইনাম, বিয়া নাম, বিহু নাম, বনৰীয়া নাম বা বনঘোষা। ইয়াৰ আগতে গীত বা গান শুনিছো। লক্ষ্মীৰাম বৰুৱাই পশ্চিমৰ পৰা হিন্দুস্থানী ৰাগৰ সুৰৰ হেঁচা আনিলে, গান বাজনা আনিলে। ঘৰুৱা জাতবো স্বৰলিপি তেওঁ লিখিছিল; কিন্তু সিবোৰক গীতৰ সুৰ বুলি 'ভুল' কৰিবৰ কথা তেতিয়া নাছিল। 'বন-দেৱী যত সখী বনত আমি নাচিছো; নাচি নাচি হাঁহি হাঁহি ফুলৰ মালা গাঁথিছো। বনত আমি নাচিছো।'

গাউন পিন্ধি, বতীশ কমাল জোকাবি দ্ৰুততালত ঘূৰি ঘূৰি মঞ্চ পাই নচা থিয়েটাৰৰ 'চোকোৰাৰ গানহে গান। আৰু শুনিছো, ছিঃ ছিঃ এত্তা জঞ্জাল। এত্তা বড়া বাড়ী ইসমে এত্তা জঞ্জাল। আৰু শুনিছিলো বঙলা গানৰ একোটাকলি ভাগি ছিগি মৰিমূৰ হৈ চিনিব নোৱাৰা অদ্ভুট অসমীয়া-হোৱা 'নিকপ্‌কপ্‌ ধোৱাখোৱা'। শ্ৰীপদ্মধৰ চলিহা ডাঙৰীয়াৰ স্বৰাজ-সঙ্গীত কেনে মজাৰ গীত আৰু ৰবিবাবুৰ গীতৰ সুৰৰ গীতেৰে অসমীয়া সঙ্গীতৰ সম্ভাৱনাৰ ক্ষেত্ৰ বঢ়ালে। শ্ৰী প্ৰফুল্ল চন্দ্ৰ বৰুৱাদেৱৰ ৰেকৰ্ডৰ গীতেও নতুনৰ বাতৰি আনিলে। কিন্তু পাৰ্বতি প্ৰসাদ বৰুৱাৰ গুণগুণনি শুনিহে জানিলো 'কৌটিকলীয়া নাহৰজুপিয়ে পেলায় নতুন কলি'। আহিনমহীয়া নিয়ৰ ভাণ্ডি আমি সভালৈ আহো। দিখৌত লানিপাতি পাখিলগা পৰুৱা উটি আহে। বালিত উজাবি উজাবি নাৰ-বাট মাছৰ উজান উঠে। পাৰ্বতি প্ৰসাদে নিবাড়ম্বৰ কথাবোৰত ছন্দৰ অম্বৰ সানি দিয়ে।

ওপঙি আহিলে লেকলৌ পৰুৱা
শুকাৰৰ বাঢ়নি পানী,
পালেহি খৰালি তাৰেহে বাতৰি
দিলেহি আনি।

তেনেই সাধাৰণ কথাবোৰ নিচেই সাধাৰণ ভাষাত জাতেই ঘৰুৱা সুৰেৰে মনত লগাকৈ প্ৰকাশ কৰিব পৰাতে পাৰ্বতিপ্ৰসাদৰ গীতৰ সাৰ্থকতা।

বুকুৰ বান্ধে
চিনো কি নিচিনো আগে'
সৰা শেৱালিৰ বাটে কাহানিবা
দেখিছিলো যেন লাগে।

ভাল কবিতা বোলে simple sensuous হ'ব লাগে। পাৰ্বতিপ্ৰসাদৰ এই আধৰুৱা ছবিখনে আমাৰ মনটো জোকাবি নিদিলেহি নে বাৰু?

লুইতৰ সিপাৰে কঁহুৱা বনতে
নাচনী উঠিছে জাগি,
ইপাৰৰ ধাননিত কঁপনি উঠিছে
বতাহৰ টৌ লাগি।

বৰ্ণ আৰু স্বৰৰ কেনে সুৰ সমন্বয় ঘটিছে তলৰ মিঠা পোনপটীয়া শাৰী কেইটাত।

'বাট পাহৰা বলিয়াটোৱে
বাঁহী বাই বাই গ'ল,
বাটৰ কাষত সুৰবিলাক
সিঁচৰিত হই ৰ'ল।

সেই সুৰকেই বুটলি আনি
চৰায়ে ল'লে ডিঙিত সানি,
সেই সুৰতেই ফুলৰ বাণী
মেলে নতুন পাহি।

কিছুমান চিত্ৰকল্প নিতান্ত ঘৰুৱা কিন্তু কাব্য-বস্তুৰে ভৰা।

কোনে ডাৱৰে ডাৱৰে মৃদং বজায়
গুৰ্ গুৰ্ গুৰ্ গুৰ্,
কোন বায়নৰ খোলৰ বোলত
আকাশ ভৰপূৰ।

কোনটোহঁত শাৰীৰ প্ৰকাশ ঐতিহ্যৰ দূৰণীয়া ৰঙেৰে ৰঙ্গনজন।

ঢৌ দেখি তোৰ হালে জালে গা,
ইকৰা পাতৰে নাওখনি বা।

'গুণগুণনি'ত (১৯২৩-২৮) আৰু 'শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল'ত সন্নিবিষ্ট এই সময়ত ৰচনা কৰা প্ৰায়বোৰ গীতেই নাচনী কঁহুৱা, আকাশ ভৰা কপাহৰ জোলা, সৰা শেৱালি, বন তিওৱা নিয়ঁৰেৰে সমৃদ্ধ শৰতৰ গীত। ৰৰষুণ বাদলৰ দিনৰ কথা, বীণৰ ৰাগীৰ দৰে উদাসীন চ'তালিৰ কথাও আছে; কিন্তু 'আহিন মহীয়া শেৱালি সৰিলেহে' যেন কবিৰ কেনেবা কৰে মন। পাৰ্বতিপ্ৰসাদ যেন শৰতৰহে কবি, আহিনৰ ৰাতিপুৱা হাতত কুঁকিটি লই ... এটি ফুল তোলা ল'ৰা। তাৰ নাও বোলে হেনো শৰত কোঁৱৰ, বোটলে শেৱালিৰ সৰা। এই কেইবছৰৰ গীতখিনি 'শৰত প্ৰভাত নিৰায়ন নিৰিমল'ৰ দৰে এটি শান্ত পোহৰেৰে ভৰা।

তেতিয়াৰ অসম ছাত্ৰ সম্মিলনৰ পুৰঠ পত্ৰিকা 'মিলন'ত আৰু মহিলাসকলৰ 'ঘৰজেউতি'ত পাৰ্বতিপ্ৰসাদৰ দুই এটি গীত ওলাইছিল।তেওঁ নিজে আৰু কেতিয়াবা ভনীয়েক শ্ৰীমতী সুধা বৰুৱাৰ লগ লাগি তাৰ সুৰো তুলি দিছিল। লিখা সুৰবোৰক আকৌ 'স্বৰলিপি' নুবুলি তেওঁ বুলিছিল 'সুৰ চানেকি' অসমীয়া শিপিনীৰ চেনেহৰ নামৰ চানেকিত।

মিলনৰ গৌৰৱৰ বেলিমাৰ হোৱাত যেতিয়া ৰমকজমক হৈ কলিকতাৰ পৰা 'আবাহন' ওলাল, পাৰ্বতিপ্ৰসাদে এটি ধুনীয়া ৰৱঙণি আগবঢ়ালে - ১৮৫০ শকত সৰুচবাই বাগিছাত বহি লিখা 'সোণৰ সোলেঙ'। এইখনি হ'ল কাব্যিক নাটিকা, প্ৰতীকী নাটিকা - মায়াৰ কুঁৱলীত আবৃত 'মহাজীৱনৰ বন্তি'ক হাতত তুলি ধৰাৰ মানুহৰ যি স্বপ্ন, তাৰ প্ৰতীক হ'ল এই সোণৰ সোলেঙ।

সোণৰ সোলেঙ, সুখৰ সপোন

চৰম প্ৰাণৰ হেঁপাহ গোপন।

এই ৰহস্য নাটিকাৰ ভাৱৰীয়াবিলাক হ'ল - বীণব'ৰাগী, সপোনকুঁৱৰীবোৰ, ল'ৰাৰ জাক, বুঢ়ী আই, ৰাজহাঁহজাক, ডাৱৰ, বতাহ, নিজৰা, পোহৰ, মহাসাগৰ। বিশ্বজগতখনেই যেন ৰবীন্দ্ৰনাথৰ নিৰ্ঝৰৰ দৰে মহাৰহস্যৰ মহা আহ্বান শুনিছে - 'দূৰ হতে শুনি যেন মহাসাগৰেৰ গান'। সকলো লৰিছে। ক'লৈ লৰিছে? কবিৰ প্ৰতীক বীণব'ৰাগীয়ে কৈছে, উধাতু খাই লৰি গৈ একো নাপায়গৈ, ল'ৰাতেইহে অনন্ত, তাতেহে সাৰ্থকতা।

সপোন দেখাতে সিজিব কৰ্ম,

এয়ে সপোনৰ গুপুত মৰ্ম।

সোণৰ সোলেও সমাজিকৰ বস্তু নহয়, নিতৌ পোৱা ধন। আজিৰ সমাজিক কাইলৈৰ বাস্তৱ; আজি সঁচা, কালিৰ কল্পনা। আনন্দ গোসাঁই বাটৰ শেহত নাই, বাট জুৰি আছে আৰু বাটে বাটে বাট পাহৰা বাটৰুৱাৰ কাণে কাণে জীৱনৰ মন্ত্ৰ সিঁচি দিছে।

হেমন্তৰ সোণালীৰ মাজত হোৱা সৰু মোমায়েকৰ বিয়াত (১৮০৩ শক) 'উছৰগি' দিবলৈ লিখা গীত-নাট 'লখিমী' পখিলী পতীয়া, পাতল। ইয়াৰ ভাৱৰীয়াবোৰ আকৌ মানুহো নহয়, দেৱতাও নহয় - হেমন্ত লখিমী শৰত কুঁৱৰী, কঁহুৱা, শুকুলা ডাৱৰ, শেৱালি, কুঁৱলী আৰু বস্তি। ইয়াৰ কথা-বস্তু হ'ল - আঘোণত লখিমী চপোৱা আৰু আঙ্গিকটি হ'ল 'সুৰৰ ন-খোৱা'। বিয়াৰ প্ৰীতি উপহাৰ ৰবীন্দ্ৰনাথৰ পৰা অৰবীন্দ্ৰনাথলৈকে সকলোৱে লেখে। কিন্তু 'লখিমী' আকৌ তেনে ফুটুকাৰ ফেন নহয়। ইয়াৰ এটি বাণী বা বক্তব্য আছে; বস্তিয়ে শুকুলা ডাৱৰৰ ওচৰত নিজৰ চিনাকি দি কৈছে, 'মই মাটিৰ সন্তানবিলাকৰ দুখৰ প্ৰদীপ। সিহঁতৰ বুকুৰ তেজেৰেই মোৰ শলিতাগছি জ্বলাওঁ। শাওণত সিহঁতৰ তপস্যাত তুষ্ট হৈ বৰ দিবলৈ আহিছে।'

১৯২৩ আৰু ১৯৩৩ ৰ ভিতৰত লেখা কেইটিমান কবিতা আৰু গান থুপাই থোৱা হৈছে 'ভঙা টোকাৰীৰ সুৰ'ত। এইবোৰ গীতত 'গুণগুণনি'ৰ শাৰদীয় জোনৰ পোহৰ নাই, আছে death in life, days that are the more অৰ দীঘল হুমুনিয়াহ আৰু চকুপানীৰ বান। কাৰ বিয়োগ-দুখত লেখা নাজানো, 'মিলন'ৰ নিনাও হৈ ওলোৱা 'মৰণ মাধুৰী' কবিতাটি এটি ওখ থাপৰ ইলিজি। লাহে লাহে কবিক মৰণৰ ক'লা ছাঁই আগুৰি ধৰিছে, জীৱনৰ কাইটীয়া হেঁচাই সাবটি ধৰিছে। জীৱনৰ আগৰছোৱা যেন বুৰঞ্জীৰ এটি এটি মাণিকেৰে, মুকুতাৰে, হীৰা-বাখৰেৰে প্ৰতি পাতে আছে ৰঞ্জিত; কিন্তু এতিয়া কোনেও নকৰে কাণ। কোন সুৰে বাজে কাৰ জীৱনৰ গান; কবিক যেন ভঙা টোকাৰীয়েও কয় - 'ভঙা তোৰ কলিজাৰ মাত, ৰঙা তোৰ জীৱনৰ বাট।' এতিয়া তেওঁৰ 'জীৱন হেৰাল ... মৰণো নাই।' এই সজনি আছিল ক'ৰপৰা? অসমীয়া সাহিত্যৰ এটি শ্ৰেষ্ঠ ইলিজি। শ্ৰীশৈলধৰ ৰাজখোৱাৰ 'নিয়তি'য়ে ইয়াৰ উত্তৰ দিব। আঁচলৰ ধন হেৰুওৱা মাতৃ হিমলা

বৰুৱানীৰ 'যিননি'য়ে তাৰ সমিধান দিব?

পাৰ্বতিপ্ৰসাদৰ জীৱনত একেলগে চাৰিটি প্ৰাণীৰ মৰণৰ ছাঁ ঘন হৈ পৰি তাক অন্ধকাৰাচ্ছন্ন কৰিবৰ প্ৰয়াস কৰিলে। ১৯৩৩ চনৰ ১৪ অক্টোবৰৰ দিনা নিশা ন বাজি পোন্ধৰ মিনিটমান গৈছে। নীৰৱ সাহিত্য সংস্কৃতি সাধক ভগৱতীপ্ৰসাদ বৰুৱা লগত সহধৰ্মিনী সত্যৱতী, ডেৰবছৰীয়া কেঁচুৱা পুতেক দীপ, ভনীয়েক প্ৰতিমা আৰু ঘৰৰ বন কৰা ছোৱালী সৰুদৈক লৈ মটৰগাড়ীত উঠি ভায়েক পাৰ্বতীপ্ৰসাদৰ বহা ৰজাবাৰী বাগিছাৰ পৰা ওলাই দিচাং নৈৰ পাৰঘাট পাইছেহি। সোদৰৰ ভাই লক্ষণ-সাৰথি পাৰ্বতিপ্ৰসাদেই হ'ল গাড়ীৰ চালক। ভগৱতীপ্ৰসাদৰ আশা, নিশা শিৱসাগৰ নাট্য সমাজৰ 'কনৌজ-কুৱৰীৰ' অভিনয় চাই পিছদিনা পুৱা যোৰহাটলৈ যাব। তেওঁ কিন্তু নাজানিছিল, তেওঁৰ কাৰণে আৰু পিছদিনা পুৱা নাই, পাৰ্বতিপ্ৰসাদে থিয় গৰাৰ চালামিয়ে গাড়ী নমাই নাৱলৈ তুলিলে। কিন্তু তাতে গাড়ী ৰখাবলৈ যত্ন কৰোতে নওলা নোহোৱা নাও চেৰাই গাড়ী নৈ বুকুৰ কুৰিহতীয়া দ ঘুলুণ্ডিয়াত পৰিলগৈ। পাৰ্বতিপ্ৰসাদে সাঁতুৰিব নজনা ককায়েকক চুলিত ধৰি তুলিবৰ যত্ন কৰিছিল। হাত এৰাই গ'ল। হাতত ধৰিলে, ককায়েকে হাত এৰুৱাই নিলে, নিজে মৰি যেন ভায়েকক জী থাকিবলৈ দিলে। পাৰ্বতিপ্ৰসাদক এৰি বাকী চাৰিওটি প্ৰাণীৰ জীৱনৰ সিমানতে সমাপ্তি ঘটিল। দুপৰ ৰাতি যেতিয়া কাল সংবাদ থিয়েটাৰ ঘৰ পালেগৈ নগৰৰ পুৰুষসকলে য'ত যি যেনেকৈ আছিল তেনেকৈয়ে মটৰ, চাইকেল লৈ বা খোজ কাঢ়ি ঢাপলি ধৰিলে দিচাং ঘাটলৈ। বহুতে শোবাপাটিতে এই ঘটনাৰ বাতৰি পোৱাত শোকত সেইসকলৰ টোপনি হৰিল। ১৫ আৰু ১৬ তাৰিখে ৰজাবাৰীৰ বাগিচাৰ বঙলা লোকে লোকাৰণ্য হৈ থাকিল। খবৰ কাগজত বাতৰি পাই ভগৱতীপ্ৰসাদৰ চিনাকি মাত্ৰেই চকুপানী টুকিলে।

এই মৰ্মন্তুদ জীৱন্ত মৃত্যুৱে পাৰ্বতিপ্ৰসাদৰ কবি অন্তৰত কঠোৰ আঘাত হানিলে। ককায়েকৰ নামত তেওঁ সোণাৰিত এটি স্কুল পাতিলে, শিৱসাগৰ নাট্য সমাজক এটি ঘূৰণ মঞ্চ উপহাৰ দিলে কিন্তু অন্তৰৰ ঘা যেন নুশুকাল। তাক পাহৰিবৰ তেওঁ ঘোৰ যত্ন কৰিলে এই যত্নৰ ফল হ'ল— তেওঁৰ নিজৰ শৰীৰৰ আধা ভাগি পৰিল। ইয়াৰ আগতে জানিবা অহোপুৰুষাৰ্থ কৰি বৰুৱাই দুখন সোণ-ৰূপৰ বাগিচা কৰি থৈছিল। কেতিয়াবা সকলো দুখৰ কথা কৈ তেওঁ কৈছিল : কৰিব পৰা দিনত কষ্ট কৰি বাগিচা দুখনকে কৰি থৈছিলো দেখিহে, নহ'লেবা কি হ'লহেঁতেন। তেওঁৰ এতিয়া শৰীৰৰ আধাভাগ অৱশ হ'ল। গান গোৱা সুৰিয়া মাত থোকাথুকি হ'ল। আৱাহনত তেওঁ 'লুইতী' নাম দি এলানি গীত লেখিছিল লুইতক কেন্দ্ৰ কৰি। পিছত যেতিয়া গীতখিনি পুথি আকাৰে ওলায়, তাৰ পাতনিত তেওঁ কৈছে : এই গীতবোৰত বনগীত সুৰীয়াকৈ সুৰ দিয়া আছিল; কিন্তু সেই সুৰ কাকো শিকাই নাইবা সুৰ-চানেকি কৰি ৰাখিবলৈ নহ'ল। বৰ্তমান

মই কণ্ঠহীন; সেইকাৰণে সেই সুৰবিলাক প্ৰায় মনতে হেৰোৱাৰ নিচিনা লুইতীত বিভিন্ন সুৰ বাজিছে, কিন্তু তাৰ স্থায়ী বস্তু হ'লে লোক-জীৱন প্ৰকৃতি-জীৱনৰ বনৰীয়া সুৰ। লগতে মানৱ ধৰ্মৰ কথাও তেওঁ বৰচহকীইঁতক সোঁৱৰাই দিছে—

মানুহে মানুহক মোৰ নুবুলিলে
মানুহে মানুহক খায়।

*যোৱা বছৰ ওলোৱা 'শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল' সঙ্কলনটিত 'গুণগুণনি,' 'লখিমী'* আৰ 'সোণৰ সোলেঙ'ত আগতে সোমোৱা শৰত কালৰ গীতখিনি থাওকতে পঢ়ি ভাল লাগিব পাৰে ভাবি একলগ কৰি প্ৰকাশ কৰা হয়। গুচ্ছটিৰ আগকথাত ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাদেৱে লিখিছে 'আত্মীয়তাৰ বাহিৰেও প্ৰকৃতিৰ লগত কবিয়ে আশা আনন্দৰ সম্বন্ধ গঢ়িছে। তেওঁৰ গীতত সেয়েহে শৰত সোণোৱালী শস্যৰ আগবাতৰি দিছে ঃ শৰতৰ আকাশ-বতাহত সপোন ভৱিষ্যতৰ সঙ্কেত আছে। 'শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল'ত আনন্দৰ লহৰ উঠিছে; জীৱন উপভোগৰ আশ্বাস আছে। এই পিনৰ পৰা পাৰ্বতিপ্ৰসাদ কবিগুৰু ৰবীন্দ্ৰনাথৰ সমগোত্ৰীয়। তেওঁ পোহৰ আৰু সুন্দৰ উপাসক জীৱন বিলাসী কবি।

সিদিনা ওলোৱা যদিও 'শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল' কবিৰ বৰ্তমান মনৰ ভাবৰ প্ৰকাশক নহয়; সি ধুমুহাৰ আগত প্ৰকৃতিৰ মূৰ্তিহে। মাজত জীৱনৰ যি ৰস তেওঁ তেওঁৰ অন্তৰ তলিত সাঁচিছিল সি নিজৰি ওলাইছিল যোৱা কেইবছৰমানৰ ভিতৰত লিখা কবিতাবোৰত। এইবোৰত আগৰ ছন্দ-ৰীতি তেওঁ বৰ্জন কৰিছিল; অথচ সাম্প্ৰতিক কবিৰ আঙ্গিককে এইবাৰেই সাৱটি লোৱা নাছিল। তাৰে কিছু কবিতাত বাছি এখনি পুথি আকাৰে উলিওৱাৰ আয়োজন তেওঁ কৰি আছিল। তাৰ নামকৰণৰ বাবে যি তিনিটা আখ্যা তেওঁ নিজে প্ৰাথমিকভাৱে বাছি উলিয়াইছিল; সিইঁত কেইটাই কবিতাখিনিৰ বিষয়-বস্তুৰ ইঙ্গিত দিব— ফটা বাঁহী কোনো ঠেহ নাই; খেল ভঙাৰ খেল। গুৱাহাটীৰ সঙ্গীত শিল্পীসকলেৰে পতা জোনাক মেলত সৰ্বসম্মতিক্ৰমে তৃতীয় নামটিয়েই গৃহীত হৈছিল। এই কবিতাবোৰত জীৱনৰ আৰু মানুহৰ সমালোচনা আছে, কিন্তু তাত কোনো খেদ নাই জীৱনৰ ক্ষুদ্ৰ সংগ্ৰামৰ কথাও আছে; সেই সংগ্ৰামত হাৰিলেও বা জিকিলেও ৰণুৱা হাঁহি এটিও আছে।

শিৱসাগৰৰ নাটঘৰ শিৱসাগৰ আৰু বাহিৰৰো শিল্পী সাহিত্যিক গুণী সকলৰ মিলনৰ থলী। ৰুচিসম্পন্ন সকলে সেই মন্দিৰত এপাহি ফুল বা এগছি প্ৰদীপ এদিন নহয় এদিন দিবহিয়েই। পাৰ্বতিপ্ৰসাদৰ প্ৰতিভাৰ শলিতাই এই মন্দিৰৰ গৰ্ভগৃহ উজ্জ্বল কৰিছিল। নাটঘৰত নাট মেলিলে তেওঁ গায় নাচে, বচন কয়। নাচে লাহিকৈ শৰীৰৰ ডেকা পাৰ্বতিয়েই। নাটঘৰত তেওঁৰ বোধহয় শেষ অভিনয় ৰেজবৰুৱাৰে 'চক্ৰধ্বজ সিংহ'

নাটকত। বিধানসভাৰ এটি স্থানীয় নিৰ্বাচন উপলক্ষ্যে গোপীনাথ বৰদলৈ, শ্ৰীদেৱকান্ত বৰুৱা আদি নেতাসকলৰ আপ্যায়নৰ কাৰণে সেই আয়োজন। পাৰ্বতিপ্ৰসাদ, শ্ৰীপদ্মধৰ চলিহা, জীৱন জুৰি তিৰোতাৰ ভাৱত পৰিপাটি অভিনয় কৰি অহা শ্ৰীসহজানন্দ ভৰালী আদি নাট্য সমাজৰ মান ৰাখিবলৈ আগবাঢ়ি আহিল। বৰুৱা হৈছিল লাচিত ফুকন; ভৰালী ফুকননী, চক্ৰধ্বজৰ ভাও লৈছিল ডি-পি-আই শ্ৰীসুৰেশচন্দ্ৰ ৰাজখোৱাই। কুৰুজীৰ পাত লুটিয়াই সাতখলপীয়া ৰাজপাট, আঁৰ, সাজপাৰৰ আৰ্হি চাই আমি সকলোৱে ঠিক মাকো, ব-তোলা চুঙা, শৰাই-সঁফুৰা বিচাৰি ঐতিহাসিক পৰিৱেশ সৃষ্টিৰ প্ৰয়াস কৰিছিলোঁ। বেজবৰুৱাৰ নাটখন কোনোৰ মতে বোলে নাটকেই নহয়। কিন্তু সেই ৰীতি বৰুৱাৰ দৰে নিপুণসকলৰ প্ৰয়োগবিজ্ঞানৰ প্ৰসাদত সিও বিদ্বানসকলৰ পৰিতোষ সম্পাদন কৰিলে।

এই অভিনয়ৰ পিছতে বৰুৱাদেৱে অসমৰ কেঁচুৱা ফিল্ম শিল্পলৈ নিজৰ তেওঁ সবাক চিত্ৰ, কথাছবি নুবুলি বুলিলে বোলছবি। তেওঁৰ বোলছবি হ'ল 'ৰূপহী'— জ্যোতিপ্ৰসাদৰ দুখনি আৰু ৰোহিণীকুমাৰ বৰুৱাৰ এখনিৰ পিছত এইখনি চতুৰ্থ অসমীয়া ছবি। তাত অসমীয়া জীৱনৰ এটি নিখুঁত চিত্ৰ দিবৰ প্ৰযত্ন কৰা হৈছিল। ছবিখনি তুলি ধৰিছিল বিশেষকৈ পাৰ্বতিপ্ৰসাদৰ ঐশ্বৰ্যপূৰ্ণ গীত কেইটিয়ে।

অসম সাহিত্য সভাৰ গোৱালপাৰা সন্মিলনৰ সঙ্গীত শাখাৰ সভাপতিৰূপে দিয়া বৰুৱাৰ অভিভাষণটি অসমৰ কলা-সংস্কৃতিৰ এটি মধুৰ পৰ্যবেক্ষণ।

অসমৰ সাংস্কৃতিক জীৱনত পাৰ্বতিপ্ৰসাদ বৰুৱাই এখনি নিৰ্দিষ্ট স্থান অধিকাৰ কৰিছিল, ধনে জনে মনে সেই জীৱনক সমৃদ্ধ কৰাৰ উদাৰ আদৰ্শৰ দ্বাৰা সদায় অনুপ্ৰাণিত আছিল, জীৱনৰ শেষ মুহূৰ্তলৈকে তেওঁ সৌন্দৰ্য-লখিমীৰে সাধক আছিল। ❑

# জীৱনৰ সুন্দৰ সময়

বিনন্দচন্দ্ৰ বৰুৱা

আমাৰ সোদৰোপম বন্ধু পাৰ্বতিপ্ৰসাদ বৰুৱাৰ বিষয়ে মই জনা দুষাৰ কথা লিখিব লগীয়া হ'ল। দুখে সুখে সংসাৰ! সেইকাৰণে জীৱনৰ সুখ-দুখবিলাক লগৰীয়া বস্তু বুলি ভাবি তালৈ বৰকৈ কাণ নকৰো বুলি থাকিলেও কেতিয়াবা দুখে অধীৰ কৰি পেলায়। সুখ সন্তোষৰো একোটা সময় আহি পৰে, সেই বিলাকৰ তুলনাত দুখৰ সময় বিলাক বেছি গহীন হৈ পৰে। পাৰ্বতিপ্ৰসাদ বৰুৱাৰ নামৰ আগত ' চিনটোদি এষাৰ লিখিব লগীয়া হোৱাটো মোৰ পক্ষে বৰ বেজাৰৰ কথা হৈ পৰিছে। তেওঁৰ লগত যিবিলাক সুখ সন্তোষৰ সময় পাৰ হৈ গ'ল, সেইবিলাকলৈ মনত পেলালে মানুহৰ সুখ সন্তোষৰ মূল্যই নাইকিয়া হয়। ৰূপে গুণে সকলোকে মুহিব পৰা ধুনীয়া ফুলপাহি লেবেলি শুকাই যোৱাদি পাৰ্বতি বৰুৱাও যে অকালতে নাইকিয়া হ'ব, এই কথা ভাবিবলৈকে টান পাইছিলো। মৃত্যুৰ দুবছৰ মানৰ আগতে মই আবেলি জাঁজীৰ ফালৰ পৰা স্কুল ছুটী হোৱাৰ পিছত টিয়কৰ ফালে 'চাইকেলেৰে' আহোতে তেওঁ মটৰ গাড়ীৰে'মোক চেৰাই কোবতে গুছি গৈ হঠাৎ মোৰ ওপৰত চকু পৰি মটৰৰ শিঙা বজাই পিছ হুহকি মোৰ ফালে আহিল। এজন চিনাকি বাটৰুৱাই সেই গাড়ীখনে মোকে লগ পাবলৈ পিছ হুহকি আহিছে বুলি কোৱাতহে ময়ো ৰ'লো। পাৰ্বতি বৰুৱা আৰু মন্ত্ৰী ' ৰূপনাথ ব্ৰহ্ম এই দুজন লোকেই এইদৰে মোক জাঁজীলৈ অহাযোৱা কৰোঁতে লগ পালে অলপমান বৈ এষাৰ কথা নপতাকৈ নাযায়। এই দুজনৰ বাহিৰে, এই 'চাইকেল' মাৰি অহাযোৱা কৰা মানুহটোক 'মটৰ' ৰখাই সময় খৰছ কৰা লোকৰ নাম মনতেই নপৰে। কেতিয়াবা চিনাকি মানুহৰ চকুৰে চকুৰে পৰিলে, মিচিকীয়া হাঁহি এটা মাৰি চকুৰে সৈতে এবাৰ কথা পাতি যোৱাই তত যেন লাগে।

সেইদিনা পাৰ্বতি বৰুৱাই এইদৰে বাটত লগ পাই কথা পতাৰ শেষ দিন। তাৰ পাছত এইদৰে বাটত লগ পোৱা নাই। এবাৰ একাঙ্কিকা নাট প্ৰতিযোগিতাৰ সভাত, শিৱসাগৰৰ নাট্যমন্দিৰত লগ পাইছিলো। তেওঁৰ তেতিয়া অসুখ। তেওঁৰ পৰিবাৰ

ৰুব্ৰানীয়ে বৰ সাৱধানে লৈ আহিছিল। মই একেবাৰে ওচৰতে বহি দুবাৰ এবাৰ মাত্ৰ কথা পাতিছিলো। সেই শেষৰ দিনা বাটত লগ পাওঁতে, অনেক দুখ-সুখৰ কথাৰ মাজত মই ক'লো 'আমিনো আৰু কিমান দিন, এইদৰে চাইকেল মাৰি জীয়াই থাকিম, ইতিমধ্যে ভুলতে হ'লেও মোৰ নামৰ আগত বছৰে বছৰে ল'ৰা ছোৱালীহঁতে "চন্দ্ৰবিন্দু চিন দি আছে। তেওঁ সোধাত এই চন্দ্ৰবিন্দুৰ ৰহস্যটোৰ কথা ক'লো। আনলৈ ই গোপনীয় হৈ থকাই মঙ্গল। এইদৰে লগ পাওঁতে ৰুব্ৰাৰ লগত চমুকৈ হ'লেও বহুত বিষয়ৰ আলোচনা হয়। বিশেষকৈ সমাজ, সাম্প্ৰদায়িকতা, ৰাজনীতি আৰু সাহিত্য এই সকলোতে তেখেত বেছি উদাৰ। সাহিতৰ বিষয়তহে অলপ ৰক্ষণশীল হ'ব খোজে। ধৰ্মৰ বিষয়ত, হিন্দুধৰ্মৰ বিভিন্ন সম্প্ৰদায়ে নিজৰ অভিৰুচি অনুসৰি চলিও সকলো যে একে হিন্দু এই কথা মনত ৰখা উচিত বুলি তেওঁ ভাবে আৰু পৰস্পৰে সহানুভূতিশীল হৈ থাকিলেহে আনৰ সামূহিকৰ ভাল হ'ব বুলি বিশ্বাস কৰে। ৰাজনীতিৰ বিষয়ত, বহুদিন পৰাধীন হৈ থকাৰ কাৰণে, স্বাধীনতা পায়ো দেশৰ সুস্থিৰ অৱস্থা আনিবলৈ গঢ়ি থৈ যোৱা আমাৰ সমাজতকৈ ভাল সমাজ ভাৰতবৰ্ষতে নাই বুলি তেওঁ বিশ্বাস কৰে। তেওঁৰ মতে এই সত্ৰ-সভা নামঘৰ আদিৰে গঠিত সমাজখন ভাগি গ'লে, অসমীয়াৰ অস্তিত্বই নোহোৱা হ'ব।

সেইদিনা এইবিলাক কথা আলোচনা হোৱাৰ আগতে মোৰ মনৰ দুৰ্বলতা প্ৰকাশ কৰা দেখি তেওঁ আন ধেমেলীয়া কথা উলিয়ালে যদিও, মই মোৰ কথাৰ আতডাল বিচাৰি পুনৰ জোৰাই লৈ ক'লো, "তোমাৰ সুন্দৰ নিপোটল চেহেৰা ঐশ্বৰ্য বিভূতি সদানন্দ ভাব, কবি সুলভ চাল-চলনে বহুত দিন তোমাক সংসাৰত ৰাখি থব।" তেওঁ হাঁহি এটা মাৰি ক'লে, "তেন্তে তুমি মোৰ বিষয়ে কিবাকিবি লিখিবলৈ মই মৰাৰ পিছলৈ নাথাকো বুলি ঠিক কৰিছা। তোমাৰ নামৰ আগত এতিয়াৰ পৰা চন্দ্ৰবিন্দু দেখা দিলে যেতিয়া তুমি এলাপেছাকৈ নগৈছা দেই" ৰুব্ৰাই মোৰ লগত পতা এই কথা খিনি তেওঁ ঢুকুৱাৰ পিছত বৰকৈ মনত পৰিছে। পাৰ্বতি ৰুব্ৰাৰ মৃত্যু হোৱা নাই, তেওঁ ঢুকাল হে, অৰ্থাৎ একোজন পুৰুষে পৃথিৱীত থৈ যাবলৈ কিবা এটি লৈ আহে সেইটি বিলাই ঢুকুৱাৰ লগে লগে তেওঁ ঢুকায়। তেওঁৰ এই জন্মৰ কাম শেষ হ'ল। এই জন্মত পৃথিৱীৰ বহুতক সন্তোষ দি যোৱাৰ কাৰণে আকৌ তেনে জন্মই পাই সন্তোষ দিব পাৰিব। যিহওক এইবিলাক মনত পৰিলে 'অসাৰ ধন জন জীৱন যৌৱন, অসাৰ এহ সংসাৰ " বোলা গুৰুজনৰ বিখ্যাত গীতটিলৈ মনত পৰে। দুদিনীয়া সংসাৰত মুখে ভৰি কঢ়া কথা বোৰৰ পৰা বিৰত হ'বলৈ মন যায়। কিন্তু পাহৰি যাওঁ এয়েই সংসাৰৰ মায়া। এই মায়াই মানুহক জীৱন মৰণৰ কথা পাহৰাই থয়। ঈশ্বৰৰ ইচ্ছাতে জগত চলি আছে। কোনেও কাকো এৰিব বা ৰাখিব নোৱাৰে। তাত আমাৰ হাত নাই। আমি আমাক এৰি যোৱা জনৰ পবিত্ৰ আত্মাৰ সদগতিৰ কাৰণে ভগৱন্তৰ ওচৰত প্ৰাৰ্থনা কৰাৰ বাহিৰে আৰু কি কৰি

মনক শান্তনা দিম?

১৯২১ চনত কটন কলেজত পঢ়িবলৈ যোৱাৰ পিছৰ পৰাই পাৰ্বতি বৰুৱাৰ লগত ঘনিষ্ঠতা হয়। এই ঘনিষ্ঠতা জন্মে, সামান্য সাহিত্য চৰ্চাৰ ফলত, সাহিত্যৰ উপলক্ষে হোৱা বিবিধ অনুষ্ঠানত যোগ দিয়াৰ নিমিত্তে। তেওঁ আৰু মই এনে অনুষ্ঠান বোৰত আগ্ৰহেৰে যোগ দিওঁ। তাতে পাৰস্পৰিক আকৰ্ষণ। সদায় আবেলি একেলগে ফুৰিবলৈ যোৱা, ব্ৰহ্মপুত্ৰৰ বালিৰ মাজত পৰি থকা কাঠৰ ওপৰত বা শিলত বহি গান গোৱা আগিয়েই আমাৰ দৈনিক অভ্যাস। অৱশ্যে মোৰ ভাগ্যত গান গোৱা কথাটো নঘটিল। মই সেই দলৰ শুনা লোকহে। কেতিয়াবা দুটা এটা গীত লিখিও দিছিলে, কিন্তু মুখেৰে গাব পৰা শক্তি নহ'ল। মই ফুটাই গান গোৱা হ'লে মোৰ লগত ভকত আনধৰণৰ হ'লহেঁতেন। আমাৰ লগত সাধাৰণতে থাকে শ্ৰীদুৰ্গাপ্ৰসাদ বুজৰবৰুৱা, ˚সুৰেন্দ্ৰনাথ বুঢ়াগোহাই, ˚ফনীধৰ দত্ত (পিছলৈ উপাচাৰ্য) ˚ইন্দ্ৰকান্ত সন্দিকৈ, ˚মাধৱ চন্দ্ৰ ভট্টাচাৰ্য আদি। এই দলটোৰ ভিতৰত সকলোৰে পুতৌ কৰিব লগীয়া মানুহ ময়ে আছিলো। গান গাব নাজানো, ভালকৈ কথা-বাৰ্তাও ক'ব নোৱাৰো। লগৰীয়া সকলে মোক, অকৰ্মন্য বুলিয়েই বেছিকৈ মৰম কৰিছিল আৰু বেলেগে নাম এটাও দি লৈছিল। এই সকলোৰে ভিতৰত পাৰ্বতি বৰুৱাৰ সৰল সুন্দৰ সহজ আৰু অকপট ভাবে মোক বেছিকৈ আকৰ্ষণ কৰিছিল। আমি দুয়ো জনাই নজনাই কিবা কিবা লিখা অভ্যাস থকাৰ কাৰণেই আৰু ইজনে সিজনে এই বিলাকৰ বিষয়ে আলোচনা কৰাৰ সন্দৰ্ভতেই কিজানি আমাৰ পাৰস্পৰিক আকৰ্ষণ বৃদ্ধি হৈছিল।

পাৰ্বতি বৰুৱাই কথা বাৰ্তাত আৰু লিখোঁতে সদায় সৰল সহজ ঘৰুৱা অসমীয়া সুন্দৰকৈ ব্যৱহাৰ কৰিছিল। তেওঁ নিয়াৰিকৈ আৰু সুশ্ৰাব্যকৈ কথা পাতে কিন্তু পৰাপক্ষত তথাকথিত বক্তৃতা নিদিয়ে। মই তেওঁৰ নিচিনাকৈ কথা ক'ব নাজানো আৰু এনেয়ে বক্তৃতা দিবও নাজানো। কেতিয়াবা বাধ্য হৈ গতানুগতিকভাৱে বক্তৃতা দিব লগীয়া হয়। কিন্তু মোৰ পক্ষে ই বৰ টান কথা। কোনো কোনো লোকৰ বক্তৃতা দিয়াৰ হেঁপাহটো দেখিলে মই আচৰিত হওঁ। অনেক দীঘলীয়া বক্তৃতাৰ শেষটো যে শূন্য তাকো বহুতে উপলব্ধি কৰে। আমাৰ 'মিলন' সম্পাদনাৰ সময়ত, তেওঁ ৰীতি বেছিকৈ প্ৰয়োগ কৰিব খোজাত, আন দুই এক সভ্যৰ লগত তৰ্কও হয়। এনে বিষয়ত কেতিয়াবা সাহিত্যৰথী বেজবৰুৱা ডাঙৰীয়াৰ মধ্যস্থতাও বিচৰা হয়। পাৰ্বতি বৰুৱাই সাধাৰণতে গীত ৰচনা কৰে তাক আনে ৰচনা কৰা গীতৰ সুৰ দিয়ে। সুৰ দিয়াৰ আগতে গীত ৰচনা কৰিব পৰা জনক মুখেৰে গুণ গুণাই সুৰটোকে দিয়ে। গীতটো ৰচনা কৰাৰ পাছত, আৱশ্যকীয় সালসলনি কৰি স্বৰলিপি কৰে। মোৰ হতুৱায়ো তেওঁ এইদৰে গোটাচেৰেক গীত ৰচনা কৰাইছিল। তেওঁ নিজে কবিতা বুলি কবিতা ৰচনা নকৰে; কিন্তু মোক কবিতা লিখিবলৈ

বিশেষ ভাবে উৎসাহিত কৰিছিল। তেওঁ কৈ দিয়া বিষয় বস্তু আৰু নামেৰে সৈতে লিখা কবিতা মোৰ কেইবাটাও আছে। 'চেতনা'ত ওলোৱা, মোৰ নামৰ কবিতা দুটাৰ একোছেৰা তেওঁ লিখা। মই আধা লিখাকৈ থোৱা কবিতা, মই নথকাত মোৰ কিতাপৰ মাজৰ পৰাই উলিয়াই বাকীছোৰা পুৰাই থৈ যোৱাটো তেওঁৰ বৰ আনন্দৰ বিষয়। মোৰ থকা ঠাইত, মই কি ক'ত থওঁ তেওঁ ভালকৈ জানে আৰু সদায় খুচৰিয়েই থাকে। এইটো কলিকতাত থকা সময়ৰ কথা।

১৯২৫ চনত মই কলিকতালৈ গৈ পঞ্চানন ঘোষ ষ্ট্ৰিটৰ এটা ঘৰত দিনচেৰেক থাকি বাদুৰ বাগানৰ নৰেন্দ্ৰনাথ স্কোয়াৰত থকা এটা মেছত থাকিবলৈ লওঁ। তাত *তুলসী নাৰায়ণ শৰ্মাকে আদি কৰি কেইবাজনো অসমীয়া ছাত্ৰ আছিল। তাত থকা কালছোৱাৰ কথা বহুত লিখিবলগীয়া আছে যদিও বৰ্তমান এৰিছোঁ, তাত মাহচেৰেক আছিলোঁ। পাৰ্বতি বৰুৱা প্ৰথমতে কলকাতালৈ আহি কেইমাহমান মই থকা কোঠাটোতে আছিল। এই মেছত থকা আমাৰ পক্ষে বৰ টান আছিল যদিও মই অলপ দিন আছিলো। তেওঁ আগতে গ'ল। আমি থকা 'মেছৰ' ঘৰটোৰ নাম আছিল ৩০ নং সীতাৰাম ঘোষ ষ্ট্ৰিট। গুৱাহাটীত আমাৰ মেছটোত সীতাৰাম নামেৰে এজন ঠাকুৰ আছিল। এই ঠাকুৰজন বৰ ছুটফটীয়া কথাত পেলাব নোৱাৰি। পাৰ্বতি বৰুৱাই বন্ধু বান্ধৱক ধেমালিতে কৈছিল, "এটা সীতাৰামে গুৱাহাটীত তত হেৰুৱাই দিলে ইয়াৰ ৩০ টা সীতাৰামৰ লগত কেনেকৈ থাকিবা। সোনকালে ইয়াৰ পৰা যোৱাই হে ভাল।' এই মেছৰ পৰা যোৱাৰ পাছত, হেৰিছন ৰদ'ত আসাম হ'ম' নামৰ এটা মেছত থাকিবলৈ লওঁ। এই মেছটো মহেন্দ্ৰ নাথ সৰকাৰ নামৰ বুঢ়া ভদ্ৰলোক এজনে তেওঁৰ সহধৰ্মিনীৰে সৈতে পৰিচালনা কৰিছিল। তেওঁবিলাক অপুত্ৰক। সেই মেছত * তুলসী নাৰায়ণ শৰ্মা, শ্ৰীৰজনী বৰা, শ্ৰীৰতিকান্ত শৰ্মা, শ্ৰীদুলাল চন্দ্ৰ বৰুৱা আদি কেইবাজনো অসমীয়া ছাত্ৰ আছিল। অলপ অলপ দিন থাকি যোৱা লোকো ভালেমান। পিছত তালৈকে* পাৰ্বতি বৰুৱাও আহে।। তেওঁ স্কটিছ চাৰ্চ কলেজত নাম লগাই বি, এ, পঢ়িছিল। সেই কলেজৰ ছাত্ৰাবাসত থাকিবলৈ যত্ন কৰিও আছিল। সেই কলেজৰ লগত স্কুলত কবি * যতীন্দ্ৰনাথ দুৱৰাই শিক্ষকতা কৰি ছাত্ৰাবাসৰ অধ্যক্ষ হৈ আছিল।

* তুলসী নাৰায়ণ শৰ্মা আৰু বৰুৱাৰ বিশেষ উদগনিত 'শংখধ্বনি' কবিতাবোৰ গোটাই প্ৰকাশ কৰো। আমাৰ ওচৰতে থকা শ্ৰীসৰস্বতী ছপাখানাত পুথিখন ছপাবলৈ দিও। সেই সময়ত কবিতা ছপা কৰোতে ফৰ্মাত আঠ টকাকৈ লৈছিল। খুব ধুনীয়া কাকতৰ ৰিমত সাত টকা দাম আছিল। *পাৰ্বতি বৰুৱা আৰু মই ছপাশাললৈ গৈ চাই চিভি দিওঁ। *শৰ্মাই পাতনিখন লিখি দিলে। ইয়াৰ পিছত সেই একেটা উদ্যোগতে 'মহাৰাজ নৰনাৰায়ণ' লিখো। অসম সাহিত্য সভাৰ শিশু সাহিত্যৰ প্ৰতিযোগিতাত প্ৰথম

হৈ পঞ্চাছ টকা পুৰস্কাৰ পাওঁ। 'ৰাজস্থানৰ গল্পৰ' আঢ়ৈশ টকীয়া পুৰস্কাৰৰ কাৰণে অলপ অলপ চেষ্টা কৰি পিছত যৰবলে গৰমৰ বন্ধত আহি সম্পূৰ্ণ কৰো। এইটো পুৰস্কাৰো মই পাওঁ। কিন্তু যোৰহাটৰ ছপাখানা এটাত গোটেই আঢ়ৈশ টকা আগধন দিও কিতাপ প্ৰকাশ কৰিব নোৱাৰি, সেই ছপাখানাৰ পৰা আধা আধি ছপা কৰা অৱস্থাত 'ফৰ্মা'বোৰ আনি যোৰহাটৰ দাস কোম্পানিত দি ছপা কৰাও। তাতে পিছত 'পাৰ্থ সাৰথি' নাটকো ছপা হয়। এই এটাই কেইখন লিখাৰ উৎসাহ যোগাইছিল মূলতে পাৰ্বতি বৰুৱাই। সকলো বিষয়তে মই তেওঁ আৰু ˚ তুলসী নাৰায়ণ শৰ্মাৰ উপদেশ লৈছিলো। 'আসাম হ'ম'ত থাকোতে বৰুৱাই ৰাতি ভালেমান সময়লৈকে লিখা পঢ়া কৰি থাকে। আমি আগতে শোও। পুৱা তেওঁ বহুত পলম কৈ উঠে। এদিন কলেজলৈ যাবৰ সময় হ'ল বুলি জগাই দিওঁতে তেওঁ কৈছিল "ঘড়ীটো চাবি দি থবলৈ তোমাক কোনে কৈছিল?" তেওঁৰ চাল-চলন কথা বাৰ্তা একেবাৰে কবিসুলভ। পোছাক পৰিচ্ছদত তেনেকুৱাই। খোজ কাঢ়োতে মুখেৰে গুণ গুণাই হাতেৰে আঙি-ভুঙি কৰি তিলিকি মাৰি ঠেও ধৰি যোৱা যেন দেখি। 'আসাম হ'ম'ৰ ওপৰ মহলাৰ বাৰাণ্ডাৰ পৰা চালে, তেওঁ কলেজৰ পৰা আহোতে বহুত মানুহৰ মাজতো তেওঁক চিনি পাওঁ। বৰুৱাই মাহ চেৰেকৰ পিছত 'স্কটিছ চাৰ্চ কলেজৰ' ছাত্ৰাবাসলৈ যায়। তাতে আমাৰ পৰম শ্ৰদ্ধাভাজন কবি ˚ যতীন্দ্ৰনাথ দুৱৰাও আছিল বুলি আগতে কৈ আহিছো। পাৰ্বতি বৰুৱা গৈ কলেজ ছাত্ৰাবাসত দুৱৰাৰ ওচৰ চপাত আমি তালৈও সঘনে যাব লগীয়া হ'ল। বৰুৱা যোৱাৰ অলপ দিনৰ পিছত আমিও চোঁ সলাব লগীয়া হ'ল। এইবাৰ 'আমহাষ্ট ষ্ট্ৰিট'ৰ চিটি কলেজৰ ওচৰত কাৰ্তিক বসুৰ বিখ্যাত ঔষধৰ দোকানখনৰ সন্মুখত। এই মেছত পাৰ্বতি বৰুৱা নাছিল যদিও দৈনিক কেইবাঘণ্টা সময়ো ইয়াত কটাইছিল। কলেজ বন্ধৰ দিন হ'লে প্ৰায় গোটেই দিনটোৱেই থাকে। সেই সময়ত এই মেছটোত অসমীয়া ছাত্ৰ আৰু অন্যান্য ব্যৱসায়ী অসমীয়া লোক একৰকম কেন্দ্ৰ হৈ পৰিছিল। এই মেছত ˚ দুৰ্গানাথ বৰুৱা দাস তালুকদাৰ এজেন্সীৰ স্বত্বাধিকাৰী হৰি চন্দ্ৰ দাস, শ্ৰীসৰ্বেশ্বৰ দাস (বি.টি) শ্ৰীদুলাল চন্দ্ৰ ভট্টাচাৰ্য, শ্ৰীদুলাল চন্দ্ৰ বৰুৱা, শ্ৰীকামাখ্যা কুমাৰ পদ্মপতি, শ্ৰীশিৱনাথ বৰুৱা আদি আছিল। মেছটোৰ লগুৱা ল'ৰাটোৰ নাম আছিল অৰ্জুন আৰু ৰান্ধনি জনৰ নাম ৰাধেশ্যাম তেওঁ আদহীয়া মানুহ উড়িয়া যদিও একেবাৰে অসমীয়া ভকত লোক যেন দেখি। তেওঁ আগতে বৰপেটাত কোনোবা এজন উকিলৰ ৰান্ধনি আছিল, সেইকাৰণে অসমীয়া ভালকৈ জানে। পাৰ্বতি বৰুৱাই আহিয়েই ৰাধেশ্যামক আৰু অৰ্জুনক মাতি, তেওঁবিলাকৰ সৈতে অসমীয়াতে কথা পাতে। ৰাধেশ্যামে দুই এটা কীৰ্তন ঘোষাও মুখস্থ মাতিব পাৰে। বৰুৱাই তেওঁক গাবলৈ সুৰ শিকাই দিয়ে। তেওঁবিলাক বৰুৱাৰ প্ৰতি বৰ আকৃষ্ট। কেতিয়াবা ভাল খোৱা বস্তু পালেও এভাগ থয়। মেছত বিশেষ খোৱা বোৱাৰ কাৰবাৰ

হ'লে আমাতকৈয়ো আগতে বৰুৱাক নিমন্ত্ৰণ কৰা কথাটো তেওঁবিলাকে ভাবে। মেছৰ আশে পাশে থকা বহুত মানুহে বৰুৱাক চিনি পোৱা হ'ল। আমাৰ থকা ঘৰটোৰ দুটা মহলা। ওপৰ মহলাত আমি থাকো। তলৰ মহলাত কেইবাখনো দোকান আছিল। মাজৰ দোকানখন মেদিনিপুৰৰ গৌৰনিতাই মাইটি বোলা ধীৰ স্থিৰ আদহীয়া মানুহ এজনৰ চাহৰ দোকান। আবেলি বৰুৱা আহিলেই কেটলি এটাত হাছতি এখন বান্ধি গামোছা এখনকে ৰছি কৰি তললৈ ওলমাই দিলেই দোকানিয়ে চাহ, মিঠাই, আৱশ্যক মতে কেটলি আৰু হাছতিত দি পঠায়। অৱশ্যে আৱশ্যকীয় বস্তুৰ তালিকাৰে চিঠি এডুখৰি যায়। এই মেছলৈ প্ৰায়েই অগ্নিকবি শ্ৰদ্ধাস্পদ ঁকমলাকান্ত ভট্টাচাৰ্য, স্বধৰ্মনিষ্ঠা প্ৰবীন সাহিত্যিক ঁমহাদেৱ শৰ্মা আৰু ঁপৰমানন্দ ওজা কবিৰাজো আহে। কলিকতালৈ অহা অসমীয়া মানুহ প্ৰায়েই ইয়াত সোমাই যায়। ইয়াত থকা ছাত্ৰ সকল সকলোবেই স্নাতকোত্তৰ আৰু আইন পৰীক্ষাৰ্থী। আমি কলেজলৈ গ'লে মেছত প্ৰায়ে কোনো নাথাকে।

অসম সাহিত্য সভাৰ মুখপত্ৰ 'মিলন'ৰ সম্পাদনা আৰু প্ৰকাশ এই আসাম হ'মৰ পৰাই হৈছিল। সম্পাদক সমিতিৰ সভ্য সকল আছিল, পাৰ্বতি বৰুৱা, পৰেশ বৰুৱা, মৌ কামালুদ্দিন আহম্মদ, দেৱপ্ৰসাদ দুৱৰা, শ্ৰীপুষ্পধৰ চলিহা, ফণীধৰন দত্ত, শ্ৰীভৱেশ চন্দ্ৰ বৰুৱা, শ্ৰীমথুৰা নাথ গোস্বামী, শ্ৰীহৰকান্ত দাস আৰু সম্পাদকৰ বাবদ ময়েই। আমাৰ সম্পাদনাৰ সময়ত দুবছৰত সাল সলনি হৈ এই সকল আছিল। পাৰ্বতি বৰুৱা আৰু জনচেৰেক দুই বছৰতে আছিল। এই সমিতিখন তিনি চাৰি মাহৰ মূৰে মূৰে সমিতি হিচাপে গোট খায়। এনেয়ে 'মিলন'ৰ কাম পাৰ্বতি বৰুৱা আৰু দুই চাৰিজনৰ সৈতে ঘৰুৱা আলোচনা কৰি সমাধা কৰা হয়। শেষত মাত্ৰ সমিতিয়ে চাই চিতি নিয়ম ৰক্ষা কৰে।

আমাৰ মেছৰ পৰা বৰুৱাৰ লগতে বা ময়ো অকলে 'স্কটিছ চাৰ্চ' কলেজ ছাত্ৰবাসলৈ যদিও আমহাৰ্ষ্ট ষ্ট্ৰিট গৈ লগ লগা ঠাইতে চাৰ্কুলাৰ ৰ'দ পাৰ হৈ গলি এটাই দি সোমাই গ'লে বৰুৱা থকা ঘৰটোলৈ ওচৰ হয়। তেওঁৰ কোঠাটোৰ পৰা মুকলি ঠাই এডোখৰ দেখি তাতে কাৰবালা টেঙ্ক বোলা সৰু পুখুৰী এটা আছিল। বৰুৱাৰ লগত তেওঁৰ মেছলৈ গ'লে তেওঁ ওচৰৰ চিনাকি দোকান এখনৰ পৰা প্ৰায়েই ফুলৰি বা অন্য তেনে লুণীয়া বস্তু লৈ যায়। আমি অহাযোৱা কৰি ইজনে সিজনক আগবঢ়াই থবলৈ আহি চাৰ্কুলাৰ ৰ'দ আৰু আমহাৰ্ষ্ট ষ্ট্ৰিটৰ সঙ্গমৰ চুকত এৰা এৰি হোৱাৰ আগতে বহুত বেলি কথা পাতো। কথা শেষ নহয়হে নহয়। আমি সঘনে ঁযতীন্দ্ৰনাথ দুৱৰা দেৱৰ ওচৰলৈ যাব লাগে তেওঁৰ ওচৰত বঙ্গালী ছাত্ৰ প্ৰায়েই গোটখাই থাকে, পাৰ্বতি বৰুৱা গ'লে অসমীয়া গীত গাই শুনাব লাগে। তেওঁৰ 'হেৰ' বলিয়া নয়ন ভৰি ভৰি চা' শীৰ্ষক গীতটো কেইবাজনো বঙ্গালী ল'ৰাই লিখিলে গাবলৈ শিকিছিল। গীতটোৰ ব্যাখ্যা পৰ্যন্ত

কৰি তেওঁবিলাকক দিবলগীয়া হৈছিল। দুৱৰা দেৱৰ ওচৰলৈ কেইবাদিনো নগৈ, ভালেমান দিনৰ মূৰত গ'লে, তেওঁ আমাক দেখা মাত্ৰকে আমালৈ পিঠি দি ঘূৰি বহে। বহুত বেলি নমতাকৈ থাকে। এইদৰে নেদেখা ভাও ধৰি থাকি মুখ ওফোন্দাই, ক'ৰবাৰ ল'ৰা দুটা আহিছে তাহাঁতলৈকো চাহ কৰিবি বুলি কয়। আমি ওচৰৰ বঙালি ল'ৰাৰ লগত কথা পাতো, তেওঁবিলাকে 'দুৱৰা কবিৰ' ঠেহ দেখি বৰ ৰং পায়। ঠেহ ভাগিলে চাহ জলপান খাই আৰু খুৱাই কলেজষ্ট্ৰিট মাৰ্কেটলৈ ওলাই আহে। তাতে তেওঁ প্ৰায়েই গোলনেমু (আমাৰ অসমীয়া নেমুটেঙা) কিনি লয়।

কলিকতাৰ বজাৰত পোহাৰ দি থকা মাইকী মানুহেও একোখন দৈনিক কাকত লৈ পঢ়ি থাকে। তাকে দেখি আমাৰ অসমীয়া মহিলা সকলৰ কথা মনত পেলাই কয় "আমাৰ অসমত কেতিয়া অসমীয়া তিৰোতাই ইমান ব্যস্ততাৰ মাজতো বাতৰি কাকতৰ সোৱাদ ল'ব পাৰিব।" দুৱৰা একেবাৰে এপাহ কোমল ফুলৰ নিচিনা মানুহ। তেওঁ সঁচাকৈয়ে তই বুলিলেই জয় পৰি যোৱা বিধৰ লোক। তেওঁৰ দৰে শাৰীৰিক, মানসিক আৰু সকলো ৰকমে আলফুল কোমল মানুহ বৰকৈ দেখিবলৈ পোৱা নাযায়। যতীন দুৱৰা আৰু পাৰ্বতি বৰুৱা দুইজনেই সুদৰ্শন আৰু সবল ৰংপুৰীয়া কবি। তেওঁ বিলাকৰ বহুত কথাত মিল থাকিলেও বৰুৱা দুৱৰাতকৈ বেছি সংসাৰী লোক যেন লাগে। দেখাত বৰুৱাও জাকি মাৰি উৰি যোৱা পখিলাটিৰ দৰেই আপোন পাহৰা বিধৰ লোক। সেই সময়ত কলিকতাত বাস কৰা দুজন নিৰহ নিপানী অসমীয়া ভদ্ৰলোকক আমি সততে লগ ধৰি ভাল পাওঁ। সেই কেইজন হ'ল অম্বিকা বৰা আৰু জ্ঞান বৰা। পাৰ্বতি বৰুৱাৰ লগত গৈ এখেত সকলৰ পৰা বহুত কথা শুনিবলৈ পাওঁ। তাৰ পৰা আমাৰ অনেক বিষয়ত উপকাৰ হ'ল।

বিশেষ গুৰুত্ব থকা চিঠিপত্ৰ, প্ৰবন্ধ, সম্পাদকীয় টোকা আদি পাৰ্বতি বৰুৱাক নেদেখুৱাকৈ প্ৰকাশ নকৰো। কৃপাবৰ বৰবৰুৱাৰ বৃদ্ধবিবাহ প্ৰচাৰিণী সভাৰ বিপক্ষে লিখা এটাইকেইখন চিঠি বৰুৱাই প্ৰথমতে চাই দিছিল। দেশভক্ত তৰুণৰাম ফুকনৰ সভাপতিত্বত, কলিকতা বিশ্ববিদ্যালয়ৰ আশুতোষ বিল্ডিঙত বহিবলগীয়া, কলিকতা এ, এছ এল ক্লাবৰ বছৰেকীয়া অধিৱেশনত পাঠ কৰিবৰ নিমিত্তে মোৰ গড়গাঁও কবিতাটো তেওঁ সভাৰ আগদিনা ৰাতি মোৰ হতুৱাই লিখায়। তেওঁৰ কথা পেলাব নোৱাৰি লিখা কবিতাটো তেৱেঁই পিছদিনা সভাত পাঠ কৰে। কবিতাটো তেওঁ পঢ়াশুনি ভাল পালো। লিখোতে সমূলি ভাল পোৱা নাছিলো। দুই এদিনৰ আগতে মিৰজুলাৰ আক্ৰমণৰ সময়ত লিখা গড়গাঁৱৰ বিৱৰণটো পঢ়িছিলো, আন বিষয় নাপাই সেইটোকে কবিতাৰ বিষয় কৰি ল'লো। এই বিষয়ে গুৱাহাটীত আমাৰ শ্ৰদ্ধাস্পদ অধ্যাপক সূৰ্য কুমাৰ ভূঞাৰ পৰাও বহুত কথা শুনিবলৈ পাইছিলো। তেতিয়ালৈকে প্ৰকৃত গড়গাঁও মই দেখা নাছিলো।

লিখাৰ ধৰণত পাৰ্বতি ৰুব্বাই সাহিত্যৰথী বেজবৰুৱাক অনুসৰণ কৰিছিল। তেওঁৰ মতেও বেজবৰুৱায়ে আধুনিক অসমীয়া সাহিত্যৰ সৰ্বৰহী (ষ্টেণ্ডাৰ্ড) ভাষাৰ প্ৰৱৰ্তক। বেজবৰুৱাৰ প্ৰতি তেওঁৰ ভক্তি আৰু শ্ৰদ্ধা অসীম। বিশ্বকবি ৰবীন্দ্ৰনাথৰ চাল চলন কথাবাৰ্তা লিখা পঢ়া সকলো অনুকৰণীয় বুলি ভাবিছিল। ৰুব্বাৰ আগ্ৰহতে ময়ো সেই মহাকবিজনৰ নামটোৰ দৰে লিখিবলৈ অভ্যাস কৰিছিলো। এই বিষয়ত ৰুব্বা যথেষ্ট কৃতকাৰ্য হ'ব পাৰিছিল। বিশ্বকবিৰ বক্তৃতা আদি শুনিবলৈ আমি নোযোৱাকৈ নাথাকো। ৰুব্বাই গম পালেই আমাৰ দুইলৈকে টিকট কিনে। কলিকতাত এনে সভা টিকট নলগোৱাকৈ কৰা সম্ভৱ নহয়। প্ৰথম দিনাখন কবিক দেখোতে তেওঁ মোক কৈছিল, "বুইছ্য ৰামায়ণৰ বাল্মীকিজনো এনেকুৱাই আছিল।" সাধাৰণতে বিশ্বকবিৰ বক্তৃতা আদি 'এলবাৰ্ট হলত' হয়। এনে বক্তৃতা অভিনয় আদিৰ খবৰ মোতকৈ ৰুব্বাই বেছিকৈ ৰাখে আৰু সদায় আগতীয়াকৈ দুটা টিকট কিনে। তেওঁৰ উদ্যোগ আৰু আগ্ৰহত মোৰো যথেষ্ট লাভ হয়।

এবাৰ জোৰা সাঁকোৰ ঠাকুৰ প্ৰাসাদত বিশ্বকবিৰ ঋতুমঙ্গল অভিনীত হৈছিল। ইয়াৰ খবৰ পাই ৰুব্বাই চাৰি টকাকৈ দাম দি টিকট বহুত আগতে কিনি থ'লে। সেই অভিনয়ত প্ৰধান ভাৱৰীয়া 'নটৰাজ' হৈছিল কবি নিজেই। পাৰ্বতি ৰুব্বাই আমাৰ কেইজনৰ বাহিৰেও আন কেইবাজনকো টিকট সংগ্ৰহ কৰি দিবলগীয়া হৈছিল। ৰবীন্দ্ৰনাথৰ 'নটৰাজ' নৃত্য আজিও চকুৰ আগতে আছে, ৰঙ্গমঞ্চ বিলাকত নতুন নাটৰ অভিনয় হ'লেই বা আনঠাইত সাংস্কৃতিক অনুষ্ঠান আদি হ'লেই আমি প্ৰায় যাওঁ। কলকতাৰ গ্ৰব থিয়েটাৰত প্ৰথম কথাছবি দেখাওঁতে আমি দুয়ো গৈছিলো। সেইদিনা আমাৰ ওচৰত দুজনৰ বহা ঠাই জুৰি এজন জমিদাৰ বহি আছিল। তেওঁৰ নিচিনা থোপোকা হাফলুটো যেন শকত মানুহজনৰ কথা আমি বহুত দিনলৈকে কৈ আছিলো। তেওঁ হাতখৰা বগা চে'লা, চুৰিয়া আৰু ডিঙিত পঘাৰ দৰে মেৰোৱা চেলেং এখন লৈ আহিছিল। দুজন মানুহে দুফালে ধৰি দাঙি অনাদি আনি বহুৱাই দিছিল। বিধাতাই যেন কেইবাজনো মানুহক বঞ্চিত কৰি গোটেই মঙহ সোপা তেওঁকে দিলে। সেই সময়ত প্ৰবল ভাৱে চলা ৰাজনৈতিক সভা-সমিতি বিলাকলৈ ৰুব্বা বৰকৈ নাযায়। মই তেওঁক এৰি যাবলৈ বাধ্য হওঁ। ৰুব্বা সাংস্কৃতিক সকলো বিষয়তে আগৰণুৱা, আন বিষয়ত তেওঁ বৰকৈ আগ নেবাঢ়ে। তেওঁক লগ পাই মোৰো সেই একে গতিয়েই হৈছিল। এদিন হঠাতে এজন চিপ্‌চিপিয়া বিলাসী বঙ্গালী ডেকাৰ লগত আমাৰ চিনাকি হ'ল। তেওঁ আমাক ২০। ২৫ টকা খৰছ কৰি এগৰাকী বিখ্যাত গায়িকাৰ গান শুনিবলৈ বৰকৈ ধৰিছিল আৰু আমাক তালৈ লৈ যাবলৈও সাজু হৈছিল। আমি কোনোমতেই নগ'লো। ৰুব্বাই কৈছিল— "গান শুনিবলৈ গ'লে আমাৰ সেয়েহে হ'ব। আই বোপাইৰ ইমানবোৰ ধন খৰচ কৰি

গান শুনিবলৈ আমি ইয়ালৈ অহা নাই। এইদৰে গান শুনিলে, ই অভ্যাসত পৰিণত হয়, আৰু কেতিয়াবা বহুত তললৈ নামিব লগীয়াও হ'ব পাৰে।" কলিকতাত থকা সময়ত আমি ভৱিষ্যতৰ কাৰণে, কি কৰিলো বা নকৰিলো সেইবিলাক কথা মনত পেলাই আজিও সান্ত্বনা পাওঁ। মাজে মাজে বৰুৱাক লগ পালে এই কথা বোৰকে পাতিছিলো। পিছত দুয়ো গোট খাই, কিবা এটি কৰিম বুলি ভাবি থাকোতেই থাকিল। ৰাৱণে স্বৰ্গলৈ যাবৰ কাৰণে জখলা কৰাৰ নিচিনা কথা হ'ল। বৰুৱা নোহোৱাত অকলশৰীয়াকৈ সেই কাম সমাধা কৰাৰ সাহ মোৰ আৰু নাই। যেইহুক কলিকতাত নিজকে পাহৰি নগৈছিলো।

সোণাৰিৰ, সোণালীপামত লহ্‌পহ্‌কৈ ফুলি থকা গোলাপ ফুলৰ থোপাটোৰ নিচিনা বৰুৱা ভ্ৰাতৃ কেইজনৰ মাজৰ পৰা যেতিয়া দেখা শুনাকো কন্দুৱাই নিষ্ঠুৰ কালে অতি নিষ্ঠুৰ ভাবে ভগৱতী প্ৰসাদ বৰুৱাক সপৰিবাৰে লৈ গ'ল, তেতিয়া সদানন্দময় পাৰ্বতি বৰুৱাই যি আঘাত পালে, সেই আঘাতৰ পৰা নিজকে আগৰ দৰে থিয় কৰিব নোৱাৰিলে, মুকলি মনটোত বিষয় জঞ্জালে বেঢ়ি ধৰিলে। কলিকতাৰ পৰা অহাৰ পিছত বৰুৱাক মাজে মাজে সভাই সমিতিয়ে লগ পোৱৰ উপৰিও, আগতে কৈ অহাৰ দৰে তেওঁ চেউনী আলিয়েদি মটৰেৰে অহা যোৱা কৰোতে বহুত বাৰ লগ পাইছিলো। মই জাঁজী স্কুলৰ পৰা আহোঁতে লগ পালে বহুত বেলি কথা পাতে কিন্তু স্কুললৈ আহোতে সিমান সময় কথা পাতিবলৈ ৰ'ব নোৱাৰো। তেওঁ সদায় গহীন আৰু লাগতিয়াল কথাকে পাতে, লগতে চাৰিও পিনৰ পৰা বেঢ়ি ধৰা গোটেই জীৱনতে তেওঁৰ নিচিনা সোদৰোপম বন্ধুৰ লগ পাই থকা হ'লে মই নিজকে সুখী বুলি ভাবিলোহেঁতেন। ঐশ্বৰ্যবিভূতি সকলো মিছা।

পাৰ্বতি বৰুৱাৰ মই জীৱনী লিখা নাই। তেওঁৰ সম্পূৰ্ণ জীৱনী বহুতে লিখিব কেইবাবছৰো, জীৱনৰ অতি সুন্দৰ সময় ছোৱাত তেওঁৰ লগত থাকিবলৈ পাই মই যি জানিলো তাকেই লিখি, বেজাৰত গধুৰ হৈ থকা বুকুখন পাতলাব খুজিছো। □

■ পাৰ্বতি বৰুৱাৰ নামটো তেওঁ যেনেকৈ লিখে আমাকো তেনেকৈ লিখিবলৈ অনুৰোধ কৰে ঠিক সেইদৰেই লিখিছো।

মূল প্ৰবন্ধৰ নাম পাৰ্বতিপ্ৰসাদ বৰুৱাৰ বিয়োগত

# গীতিকবি পাৰ্বতিপ্ৰসাদৰ
# জীৱন, গীত আৰু কবিতা সম্পৰ্কে কিছু কথা

## বীৰেন বৰকটকী

গীতিকবি পাৰ্বতিপ্ৰসাদ বৰুৱাৰ স্মৃতি মনলৈ আহিলেই তেখেতৰ ৰচিত এটি সুমধুৰ গীতৰ এফাঁকি মনলৈ আহে। সেই গীতফাঁকি হ'ল- 'নোবোলো তোক সোণৰ অসম/মাটিৰ অসম আই/ সোণতকৈও যে চৰা এই মাটি/এয়ে মোৰ অসমী আই।' অসমক মনে-প্ৰাণে ভালপোৱা এইজন কবিৰ অন্তৰখন অসমৰ মাটিৰ লগত, অসমৰ সাংস্কৃতিক জীৱন ধাৰাৰ লগত যে নিবিড়ভাৱে জড়িত আছিল এই গীত ফাঁকিয়ে তাৰ সম্ভেদ দিয়ে।

প্ৰায় দুকুৰি বছৰৰো ওপৰ কালৰ কথা। সেই সময়ত শিৱসাগৰত নতুন লেখকসকলক প্ৰেৰণা দিবলৈ গঠিত হৈছিল নৱ লেখক সংঘ। এই সংঘ গঠনত জড়িত সকলৰ ভিতৰত আমিও এজন আছিলোঁ। পৰিতাপৰ কথা, এই সংঘৰ জীৱন তাহানিতেই শেষ হৈ গ'ল। এই সংঘৰ নদন বদন কালতেই ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ সোঁৱৰণী দিবস পাতি গীতিকবি পাৰ্বতিপ্ৰসাদক বিশিষ্ট অতিথিৰূপে নিমন্ত্ৰণ কৰা হৈছিল। এই সোঁৱৰণী অনুষ্ঠানলৈ তেখেত আহিছিল আৰু তাতেই তেখেতৰ লগত মোৰ প্ৰথম চিনাকি। তেখেতৰ সান্নিধ্যলৈ আহি মোৰ ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ সান্নিধ্যলৈ অহাৰ নিচিনা লাগিছিল। ৰূপকোঁৱৰৰ লগত মোৰ সান্নিধ্য ঘটিছিল ১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলনৰ সময়ত আৰু আন্দোলনৰ পিছত সাংস্কৃতিক জীৱনত।

দুখ লাগিছিল সংস্কৃতিৰ পূজাৰী ৰূপকোঁৱৰৰ দৰে এইজনা সংস্কৃতিৰ পূজাৰীৰো জীৱনৰ পিছৰ ফাললৈ স্বাস্থ্যৰ অৱনতি ঘটিছিল। জ্যোতিপ্ৰসাদৰ সোঁৱৰণী দিবসলৈ আহোঁতে তেখেত আছিল পক্ষাঘাত ৰোগত আক্ৰান্ত।

গীতিকবি পাৰ্বতিপ্ৰসাদ বৰুৱা শিৱসাগৰৰ এনে এটি পৰিয়ালত জন্ম গ্ৰহণ কৰিছিল, যিটো পৰিয়ালত ভাষা, সাহিত্য, সংগীত, কলা-সাধনাৰ পৰিৱেশ তাহানি কালৰ পৰা এতিয়াও বিৰাজমান। উল্লেখযোগ্য যে প্ৰথম অসমীয়া অভিধান প্ৰণেতা যাদুৰাম ডেকাবৰুৱা আছিল পাৰ্বতিপ্ৰসাদ বৰুৱাৰ পূৰ্বপুৰুষ।

১৯০৪ চনত শিৱসাগৰত জন্ম লাভ কৰা আৰু ১৯৬৪ চনত ইহ সংসাৰৰ পৰা বিদায় লোৱা চিৰ স্মৰণীয় গীতিকবিজনাৰ পিতৃ আছিল ৰাধিকাপ্ৰসাদ বৰুৱা আৰু মাতৃ

আছিল হিমলা বৰুৱানী। পিতৃ, মাতৃ দুয়োৰো সাহিত্য সংস্কৃতিমূলক প্ৰতিভাই পিছৰ পুৰুষলৈ উদগণিৰ আশিস বৰষিছিল। অভয়পুৰৰ মৌজাদাৰ, অসম কাউন্সিলৰ সদস্য, ৰায়চাহাব খিতাপ পাওঁতা ৰাধিকাপ্ৰসাদে জোনাকী যুগত প্ৰবন্ধপাতি লিখাৰ উপৰিও 'পদ্য জামল' 'ভিক্টোৰিয়া' আৰু 'ভূগোলপাঠ' লিখিছিল। হিমলা বৰুৱানীয়েও পুত্ৰ ভগৱতীপ্ৰসাদৰ পৰিয়ালৰ শোকাবহ দুৰ্ঘটনাৰ শোকত লিখা 'বিননি'ৰ উপৰিও অন্য কবিতা আদিও লিখিছিল। ইয়াৰ বাহিৰেও তেখেতে পুৰণি গীত-মাত চৰ্চাতো মনোনিবেশ কৰিছিল। এই চৰ্চাই গীতিকবি পাৰ্বতিপ্ৰসাদ বৰুৱাৰ পুৰণি গীত-মাতৰ প্ৰতি ধাউতি থকা মন এটা গঢ়াত বিশেষ সহায় কৰিছিল।

বাল্যকালত পঢ়াৰ কাৰণে শিৱসাগৰৰ ঘৰত কটোৱা পাৰ্বতিপ্ৰসাদে সৰুৰে পৰা সুমধুৰ মাতেৰে বিভিন্ন সভাই-সমিতিয়ে গীত গাইছিল, আবৃত্তি কৰিছিল, সুন্দৰ ছবি আঁকিছিল। ইয়াৰ উপৰিও, ন-দহ বছৰ বয়সতে জয়সাগৰত শিক্ষাবিদ ৰাধিকা শৰ্মাৰ উদ্যোগত হোৱা জয়মতী উৎসৱত জয়মতী নাটকৰ গদাধৰৰ চৰিত্ৰৰ অভিনয় কৰিছিল কৃতিত্বৰে। ফুলেশ্বৰী স্কুলৰ ছাত্ৰ-ছাত্ৰী সকলে পতা এই নাটকৰ জয়মতী হৈছিল মিনি এমপ্প। ফুলেশ্বৰী স্কুলত পঢ়ি থাকোঁতে পাৰ্বতিপ্ৰসাদক গীত-আবৃত্তি আদি শিকাই সহায় কৰোঁতাসকলৰ ভিতৰত সেই সময়ত সেই স্কুলত শিক্ষকতা কৰা গীত-মাতত পাৰদৰ্শিতা থকা সু-সাহিত্যিক পদ্মধৰ চলিহাও আছিল। গীত গোৱাত ৰাপ বহাৰে পৰা পাৰ্বতিপ্ৰসাদে ৰবীন্দ্ৰসংগীত গাইছিল। অসমীয়া গীত-মাতৰ প্ৰতি তেখেতৰ ধাউতি বঢ়াত তেখেতে সেই সময়ত গোৱা গীতৰ ভিতৰত বেছি গুৰুত্ব দিছিল গীতিকাৰ পদ্মধৰ চলিহা আৰু সংগীতাচাৰ্য লক্ষ্মীৰাম বৰুৱাৰ গীতৰ ওপৰত।

সৰুৰে পৰা নৃত্য-গীত অভিনয়ত অংশগ্ৰহণ কৰা পাৰ্বতিপ্ৰসাদে সাহিত্য চৰ্চাতো সৰুৰে পৰা মনোনিবেশ কৰিছিল। তেখেতসকলৰ ঘৰৰ পৰা ওলাইছিল হাতেলিখা 'থুপিতৰা' আৰু 'ঘৰ জেউতি'। 'থুপিতৰা' বন্ধ হোৱাত 'ঘৰ জেউতি' ওলাইছিল তেখেতৰ ভাতৃ নাট্যশিল্পী মোক্ষদা প্ৰসাদ বৰুৱাৰ সম্পাদনাত। এই দুয়োখনতে পাৰ্বতিপ্ৰসাদে কবিতা, গীত, প্ৰবন্ধ লিখিছিল। 'ঘৰ জেউতি' নামেৰেই পিছলৈ শিৱসাগৰৰ পৰা কনকলতা চলিহা আৰু কমলালয়া কাকতিৰ সম্পাদনাত প্ৰথম অসমীয়া মহিলা আলোচনী ৰূপে ওলাইছিল। পাৰ্বতিপ্ৰসাদে ছাত্ৰ সম্মিলনৰ 'মিলন'তো প্ৰবন্ধপাতি লিখিছিল।

শিৱসাগৰ নাট্যমন্দিৰৰ নৃত্য, গীত, অভিনয় আদিৰ লগত বিশেষভাৱে জড়িত পাৰ্বতিপ্ৰসাদে ১৯২৮ চনত এই মঞ্চত অভিনীত হোৱা জ্যোতিপ্ৰসাদৰ শোণিতকুঁৱৰী নাটত সুখ্যাতিৰে চিত্ৰলেখাৰ অভিনয় কৰিছিল। শিৱসাগৰৰ নাট্যসমাজৰ ইতিবৃত্ত, সংস্কৃতিৰ এটি পূজাত বিশিষ্ট নাট্যশিল্পী, সহজানন্দ ভৰালীয়ে পাৰ্বতিপ্ৰসাদ সম্পৰ্কে উল্লেখ কৰিছে 'তেখেত অকল সুকবি আৰু নৃত্যশিল্পীয়েই নাছিল, তেখেত আছিল মহৎ, অন্তৰ কোমল, ধুনীয়া মুখৰ, ধুনীয়া চেহেৰাৰ, ধুনীয়া গা-গঠনৰ আৰু বহু গুণেৰে

বিভূষিত। চিত্ৰলেখা ৰূপেৰে পাৰ্বতিপ্ৰসাদৰ আৰু উষা ৰূপেৰে লেখকৰ সেই মিলন বৰ মধুময় হৈছিল আৰু ই চিৰ মধুময় হৈ থাকিল', নাৰী চৰিত্ৰই নহয় তেখেতে ডাঙৰটো পুৰুষ চৰিত্ৰও সুখ্যাতিৰে অভিনয় কৰিছিল। সুদৰ্শন পুৰুষ পাৰ্বতিপ্ৰসাদে 'চক্ৰধ্বজ সিংহ' নাটকত নিপুণতাৰে মহাবীৰ লাচিতৰ চৰিত্ৰ অভিনয় কৰিছিল। কলেজত পঢ়া দিনত পাৰ্বতিপ্ৰসাদ শিৱসাগৰৰ নাট্যমন্দিৰৰ লগত জড়িত হৈ পৰিছিল— বিশেষকৈ নৃত্য-গীত আদি পৰিচালনাৰ ক্ষেত্ৰত।

কলিকতাত পঢ়ি থাকোঁতে তেখেতৰ কাব্য চৰ্চা আৰু কাব্য সৃষ্টিত বিশেষভাৱে উদগণি দিওঁতা আছিল সহপাঠী ধ্বনিকবি বিনন্দচন্দ্ৰ বৰুৱা। পাৰ্বতিপ্ৰসাদ আৰু বিনন্দচন্দ্ৰ বৰুৱা দুয়ো যেন দুয়োৰে সম্পূৰক আছিল। ধ্বনিকবি বিনন্দচন্দ্ৰ বৰুৱাৰ উদগণিত পাৰ্বতিপ্ৰসাদে তেখেতৰ ৰচিত গীত 'হেৰ বলিয়া নয়ন ভৰি ভৰি চা' কলিকতাত গাই বঙালী ছাত্ৰৰ মাজত বিশেষ সমাদৰ লাভ কৰিছিল। বঙালী ছাত্ৰসকলৰ মাজত এই গীতটি ইমান প্ৰিয় আছিল যে তেওঁলোকেও এই গীতটি গাইছিল। পাৰ্বতিপ্ৰসাদৰ উদগণিত বিনন্দচন্দ্ৰ বৰুৱাই তেখেতৰ বিখ্যাত 'গড়গাওঁ' কবিতা একেৰাতিৰ ভিতৰতে লিখে আৰু এই কবিতাটি পাৰ্বতিপ্ৰসাদে আবৃত্তি কৰে পিছদিনা অনুষ্ঠিত হোৱা এ, এছ, এল, ক্লাবৰ বাৰ্ষিক অধিবেশনত।

পাৰ্বতিপ্ৰসাদ ৰবীন্দ্ৰনাথৰ গীত-মাতৰ ভক্ত আছিল আৰু তেওঁ ৰবীন্দ্ৰনাথৰ সুৰ চানেকীৰে সুললিত কণ্ঠেৰে ৰবীন্দ্ৰ সংগীত গাইছিল।

গীতিকবি পাৰ্বতিপ্ৰসাদক সভাই সমিতিয়ে কম দেখা পাইছিলোঁ। ইয়াৰ প্ৰধান কাৰণ আছিল পাহৰিব নোৱাৰা নিজৰ সহোদৰ ভগৱতীপ্ৰসাদ বৰুৱাৰ পৰিয়াল, ভগ্নী আৰু লিগিৰীসহ দিচাঙত হোৱা ১৯৩৩ চনৰ ১৪ অক্টোবৰত হোৱা দুৰ্ঘটনাৰ করুণ স্মৃতি। পিছলৈ তেওঁ অসুস্থ হৈ পৰাৰ ইও এক কাৰণ আছিল। ১৯৬১ চনৰ ৩১ অক্টোবৰত গোৱালপাৰাত বহা অসম সাহিত্য সভাৰ সংগীত সন্মিলনৰ সভাপতি ৰূপে আৰু অন্য দুই-চাৰি ঠাইলৈ যাওঁতে তেখেতক দেখিছিলোঁ- বগা ধুতি পাঞ্জাবীৰে গাত পাটৰ চেলেং লোৱা আৰু মূৰত নিজৰ আৰ্হিৰে কৰাই লৈ পিন্ধা মুগা সুতাৰে বনকৰা এড়িয়া কাপোৰৰ এটি টুপীৰে। এই সাজেৰে এই সুদৰ্শন চেহেৰাৰ শিল্পীজনক চালে চকুৰোৱা হৈছিল।

সহোদৰ ভগৱতীপ্ৰসাদ বৰুৱাৰ স্মৃতি ৰাইজৰ মনৰ পৰা আঁতৰি নেযাবলৈ পাৰ্বতিপ্ৰসাদে আৰ্থিক দানেৰে অসম সাহিত্য সভাৰ গুৱাহাটীত ভগৱতীপ্ৰসাদ বৰুৱা ভৱন নিৰ্মাণ কৰালে। সোণাৰিতো এখেত আৰু পৰিয়ালবৰ্গৰ দানেৰে নিৰ্মিত হ'ল- তেখেতসকলৰ মাটিতে ভগৱতী বৰুৱা উচ্চতৰ মাধ্যমিক বিদ্যালয় আৰু শিৱসাগৰ নাট্যমন্দিৰত ভগৱতীপ্ৰসাদ বৰুৱা ৰঙ্গমঞ্চ।

গীতিকবি পাৰ্বতিপ্ৰসাদে 'জোনাকী মেল' পাতিছিল। এই জোনাকী মেল তেখেতৰ জীৱিত কালত এৰাধৰাকৈ হ'লেও চলিছিল। তেখেতক শ্বিলং আৰু গুৱাহাটীত

কেইবাটাও সাংস্কৃতিক অনুষ্ঠানে সম্বৰ্দ্ধনা জনাওঁতে তেখেতৰ অতি আদৰৰ জোনাকী মেলখো আয়োজন কৰিছিল। দেশপ্ৰেমেৰে উদ্বুদ্ধ পাৰ্বতিপ্ৰসাদে খ্যাতিসম্পন্ন সংগীতজ্ঞ ড০ ভূপেন হাজৰিকাই ৰাইজক জাগ্ৰত কৰিবলৈ ট্ৰাকত উঠি দেশপ্ৰেমমূলক গীত পৰিৱেশন কৰা অনুষ্ঠানত নৰিয়া গাৰেই সহযোগিতা কৰিছিল। তেখেতে ৰূপহী নামে এখন বোলছবিও নিৰ্মাণ কৰিছিল। তাত তেখেতে আনন্দ মহন্তৰ অভিনয় কৰি গীত পৰিৱেশন কৰিছিল।

আকৰ্ষণীয় ব্যক্তিত্বৰ অধিকাৰী পাৰ্বতিপ্ৰসাদে ভালেখিনি গীত, কবিতা আৰু গীতি নাট ৰচনা কৰিছিল। গীতিকবি পাৰ্বতিপ্ৰসাদৰ গীত, কবিতা আদিত প্ৰকাশ পাইছিল সহজ, সৰল শব্দৰাজিৰ মাজেদি অসমৰ মাটিৰ চিনাকি পৰিৱেশ যি পৰিৱেশে কৰিজনাৰ মনলৈ আনি দিছিল জাতীয় জীৱনৰ চেতনা, মন বিনন্দীয়া কৰা শৰতকালৰ প্ৰকৃতিৰ বিভিন্ন ৰূপ আৰু তাৰ মাজেদি উপলব্ধি কৰা আধ্যাত্মিক চেতনা। অসমীয়া থলুৱা সুৰৰ গীত-মাত, প্ৰচলন কৰি অসমীয়া থলুৱা ঐতিহ্যক প্ৰাণ দিবৰ কাৰণে সেই সময়ত যি এটা চেষ্টা চলিছিল সেই চেষ্টাত বিশেষ বৰঙণি আগবঢ়াইছিল গীতিকবি পাৰ্বতিপ্ৰসাদে। গীতিকবি পাৰ্বতিপ্ৰসাদৰ গীত, কবিতা আৰু গীতি নাট ৰচনাসমূহ হ'ল 'ভঙা টোকাৰীৰ সুৰ', 'খেল ভঙাৰ খেল', 'গুণগুণণি', 'লুইতী', 'শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল', 'ময়াপী', 'মৌ টোকাৰী', 'লখিমী', আৰু 'সোণৰ সোলেঙ'। 'পাৰ্বতিসংগীত'ত কবিজনাই নিজে তোলা সুৰ চানেকিৰ উপৰিও ভালেমান গীত অসংকলিত অৱস্থাত ৰৈ গৈছিল। তেখেতৰ গদ্য ৰচনাৰ চানেকি ৰূপে অসম সাহিত্য সভাৰ ১৯৬১ চনৰ গোৱালপৰীয়া অধিৱেশনৰ সংগীত সন্মিলনৰ সভাপতিৰ অভিভাষণ কলা-সংস্কৃতি আৰু অন্যান্য সম্বৰ্দ্ধনা সভা আদিত দিয়া ভাষণ আদিৰ গদ্য লৈ আঙুলিয়াব পাৰি। এই গদ্য ৰচনাত তেখেতে নৃত্য, গীত, অভিনয়, বোলছবি আদি বিভিন্ন কলা-সাংস্কৃতিক বিষয়ৰ কথা আলোচনা কৰিছিল। তেখেতৰ গদ্য ৰচনাও সহজ সৰল ৰচনা শৈলীৰ ভিত্তি কৰি গঢ় লোৱা।

'ভঙা টোকাৰীৰ সুৰ' এখন কবিতা পুথি। এইখন তেখেতে উছৰ্গা কৰিছে পূজনীয় ককাইদেৱেক স্বৰ্গীয় ভগৱতীপ্ৰসাদ বৰুৱাদেৱৰ পবিত্ৰ সোঁৱৰণত। ভগৱতীপ্ৰসাদৰ স্মৃতিৰ কৰুণা জড়িত এই কবিতাপুথিৰ মাজেদি তেখেতে অন্তৰৰ দুখ-বেদনাক অৰ্পণ কৰিব খুজিছে অন্তৰৰ শান্তিৰ মেলাত। সেয়েহে কবিয়ে 'মৰণ মাধুৰী' কবিতাত কৈছে—

> ইপাৰৰ সুখ দুখ ঘাত প্ৰতিঘাত
> নাই তাত একোৰেই নাই
> অন্তৰৰ সুমঙ্গল ভৰা সেই ঠাই
> কেৱল জিৰণি মাথো সংসাৰৰ দুখ ভাগৰৰ
> সুদূৰৰ সিপাৰত এই জীৱনৰ

এই 'মৰণ মাধুৰী' কবিতাতে কবিয়ে ককাইদেৱক ইহসংসাৰত নোহোৱা হোৱা

কথাৰ স্মৃতিকে লৈ ল'ৰালিৰ বাস্তৱৰ ছবি মনলৈ আনিছে

যদি তুমি যাই
মনত কিয়নো তেনে পৰে ঘনে হাঁয়
উমলি জামলি আমি একেটা ঘৰতে
ল'ৰালি কালতে
ইটিয়ে সিটিক কেনে ভাল পাইছিলোঁ
কেঁচুৱাৰ পৰা কেনেকৈ
একেলগে বৰ হৈছিলোঁ।

'ভঙা টোকাৰীৰ সুৰ' কবিতা পুথিত প্ৰকাশ পোৱা 'মৰণ নিৰ্মালি', 'হেৰোৱা লগন', 'ৰূপ জেউতি', 'ভঙা টোকাৰীৰ সুৰ', 'ফুলিবলৈ শতদল', 'চকুপানীৰ বান', 'চকুপানী', 'কেঁচা শোণিতৰ চেকুৰাবোৰ', 'অকলশৰীয়া' আদি কবিতাত জীৱনৰ কাৰুণ্য আৰু মৰণৰ ৰহস্যৰ কথা আছে। মৰমৰ মৌ পৰশ যে জীৱনৰ কাম্য সেই কথা গীতাৰ বাণী, ৰবীন্দ্ৰ নাথে কৈছিল- 'মৰণ ৰে তুঁহু মম শ্যাম সুন্দৰ'।

গীতিকবি পাৰ্বতিপ্ৰসাদেও বিৰহৰ করুণা ৰসত দেহা ভাহিলেও মৰণৰ মৌ পৰশত প্ৰাণে হঁহাৰ কথা 'ফুলিবনে শতদল' কবিতাত কৈছে-

ভাহিবনে দেহা মোৰ
বিৰহৰ করুণ ৰসত
হাঁহিবনে
প্ৰাণে মোৰ মৰণৰ
মউ পৰশত।

'খেল ভঙাৰ খেল' কবিতা পুথিৰ ছপা ৰূপটো পাৰ্বতিপ্ৰসাদে দেখি যাবলৈ নেপালে। তেখেত ইহসংসাৰৰ পৰা বিদায় লোৱাৰ প্ৰায় পাঁচ বছৰৰ পিছত 'খেল ভঙাৰ খেল' কবিতা পুথি ওলায়। জীৱনৰ বেদনা প্ৰকাশৰে 'অৰ্পণ'- কবিতাৰ মাজেদি এই কবিতাপুথি আৰম্ভ হ'লেও, কবিতা পুথিখনত থকা কবিতাসমূহত কবিয়ে বিবিধ ভাৱৰ সমাৱেশ ঘটাইছে। ইয়াত আছে 'ধন ঘটিবৰ নাম কিনিবৰ নতুন উপায়'ৰ সমাজত চলা কথা, সাধুৰ বেশত চোৰ দগাবাজৰ লীলাখেলা, কবিৰ জীৱনৰ সৰলতাৰ প্ৰতীক বাটৰ কাষৰ দুবৰিবন হোৱাৰ কামনা, বহুত পুৰণি কথা মনত পেলাই দিয়া বন্ধু বিনন্দ বৰুৱালৈ চিঠি, বনুৱা ছোৱালী মিনিৰ বাস্তৱ কাহিনী ইত্যাদি বিবিধ বিষয়ক কবিতা।

এই কবিতা পুথিখনৰ চিনাকিত কবি নৱকান্ত বৰুৱাই উল্লেখ কৰিছে - ' আদি ৰচনাত এইজন কবিৰ প্ৰতীক আছিল সোণৰ সোলেং। কিন্তু সোণৰ সোলেং বিচৰা বৰাগীৰ কল্পনা বিহাৰ ইয়াত ধূলি-মাটিলৈ নামি আহিছে। গতিকেই তেওঁ তুচ্ছতম বস্তুৰ মাজত নিজৰ জীৱন প্ৰতীকৰ সন্ধান কৰিছে.... কবিতাবোৰত নতুন ছন্দৰ পৰীক্ষা কৰা

হৈছে। আনকি তথাকথিত গদ্য ছন্দ বা স্পন্দিত গদ্যৰো। কবি পাৰ্বতিপ্ৰসাদৰ কীচক বেণুতো লাগিছে এই নতুন 'ছন্দ' অথবা 'ছন্দহীনতা'ৰ স্পন্দন।

শৰতৰ সৌন্দৰ্যত প্ৰাচীন যুগৰ পৰা কবি সাহিত্যিকসকল বিমোহিত হৈ আহিছে। বেদ, ৰামায়ণ, মহাভাৰত, কালিদাস, ৰবীন্দ্ৰনাথ ঠাকুৰৰ সাহিত্যৰ পৰা আৰম্ভ কৰি অসমীয়া সাহিত্যৰ বৈষ্ণৱ যুগ, ৰমন্যাসিক যুগ আৰু বৰ্তমান যুগৰ বহুজনৰ ৰচনাত শৰত কালৰ বৰ্ণনাই বিশেষ ঠাই অধিকাৰ কৰি আছে। গীতি কবি পাৰ্বতিপ্ৰসাদৰ কবিতা আৰু গীতত শৰতৰ প্ৰতি বিশেষ আকৰ্ষণ দেখা যায়। 'শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল'ৰ গীতৰ প্ৰায় বিলাকত শৰতৰ প্ৰতি থকা তেখেতৰ মনৰ আকৰ্ষণৰ ভাবধাৰা প্ৰকাশ পাইছে। এই আকৰ্ষণ হ'ল—

আহিনমহীয়া শেৱালি সৰিলে
নিয়ৰত তিতিলে বন
জোনাকত ওপঙিল কিহবাৰে ৰাগি
কেনেবা কৰিলে মন
বান্ধৈ ঐ
কেনেবা কৰিলে মন।

আকৌ শাৰদী লখিমী অহা কবিয়ে উপলব্ধি কৰে -

আজি নীল আকাশতে শুকুলা ডাৱৰৰ
ধূলি উৰুৱাই
সৌ পদূলিয়ে আহিছে হ'বলা
শাৰদী লখিমী আই।

ড° বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে এই গীতৰ পুথিৰ আগকথাত লিখিছে— 'আত্মীয়তাৰ বাহিৰেও প্ৰকৃতিৰ জগত কবিয়ে আশা আনন্দৰ সম্বন্ধ গঢ়িছে। তেওঁৰ গীতত সেয়েহে শৰতে সোণোৱালী শস্যৰ আগবাতৰি দিছে; শৰতৰ আকাশ বতাহত সপোন ভৱিষ্যতৰ সংকেত আছে। শুকুলা ডাৱৰ ঐ কঁহুৱা ফুলত আনন্দৰ লহৰ উঠিছে। জীৱন উপভোগৰ আশ্বাস আছে এই পিনৰ পৰা পাৰ্বতিপ্ৰসাদ ৰবীন্দ্ৰনাথৰ সমগোত্ৰীয়। তেওঁ পোহৰ আৰু সুন্দৰ উপাসক জীৱন বিলাসী কবি।'

কবিয়ে শৰতৰ নিতৌ নতুন ৰূপ উপলব্ধি কৰি আশাবাদী মনৰে কৈছে—

জয় জয় জয় পোহৰৰ
জ্বলায় এন্ধাৰ হৃদয়ৰ
জীৱনৰ ছিগক বান্ধোন
আতৰক বিলাপ কান্দোন
সংশয় যক পৰাণৰ।

সৰগৰ পুণ্য জেউতি থকা প্ৰকৃতিৰ লগত যে মানুহৰ অবিচ্ছেদ্য সম্বন্ধ গঢ়ি উঠে এ য়া তাৰেই ইংগিত। সেয়েহে শৰতৰ সোণালী পোহৰ আৰু জীৱন ৰসে কবিৰ হৃদয় জুৰ পেলায়— এয়া তোমাৰ সোণালী পোহৰে

মেলা চকু যুৰি কৰিছে পূৰ
এয়া সেউজীয়া জীৱন ৰসেৰে
পিয়াহী হৃদয় পৰিছে জুৰ।

'গুণগুণনি', 'লুইতী', 'মৌ টোকাৰী', 'ময়াপী' গীতৰ সংকলনত গীতি কবিজনাৰ সংকলিত গীতৰ অসংকলিত অৱস্থাত ভালেমান গীত-মাত আছে। এই গীতসমূহে গীতি কবিজনাৰ অসম মাতৃক ভালপোৱা আৰু প্ৰকৃতিক ভালপোৱা ভাব সহজ সৰল শব্দৰ গাঁথনি আৰু নিভাঁজ অসমীয়া সুৰৰ মাজেদি প্ৰকাশ কৰিছে। 'গুণগুণনি'ত সংকলিত হোৱা 'হেৰ' বলীয়া নয়ন ভৰি ভৰি চা', 'বীণ বৰাগী তোৰ বীণখনি ল তুলি', 'আই মোৰ সোণৰ অসমৰ', 'পূজো আহা আই মাতৃৰ চৰণ কমল', 'নোবোলোঁ তোক সোণৰ অসম মাটিৰ অসম আই', 'গৰখীয়া হেৰ' গৰখীয়া' আদি গীতত পাৰ্বতিপ্ৰসাদৰ গীতৰ যুগমীয়া কীৰ্তি ৰাখি থৈ গ'ল। নিভাঁজ অসমীয়া শব্দ আৰু নিভাঁজ অসমীয়া সুৰৰ সংযোজনাই আছিল পাৰ্বতিপ্ৰসাদৰ বলিষ্ঠ পদক্ষেপ।

'লুইতী'ত তেইশটা গীত আছে। 'লুইতী'ৰ গীত সম্পৰ্কে গীতি কবি জনাই ক'বলগীয়াত কৈ গৈছিল— 'এই গীতবোৰত বনগীত সুৰীয়াকৈ সুৰ দিয়া আছিল; কিন্তু সেই সুৰ কাকো শিকাই নাইবা সুৰ চানেকি কৰি ৰাখিবলৈ নহ'ল। বৰ্তমান মই কণ্ঠহীন। সেই কাৰণেই সেই সুৰবিলাক প্ৰায় মনতে হেৰুৱাৰ নিচিনা। কোনোবাই ইচ্ছা কৰিলে বনগীতৰ সুৰ দি গীতবোৰ গালে ভাল পাম।'

'লুইতী'ৰ গীতসমূহ হ'ল 'লুইতী', 'পাতকাই পৰ্বত ঐ', 'অৰণ্যৰ মাজতে', 'আঁহত জুপিৰ', 'লুইতৰ পাৰৰে', 'জুৰণি বতাহ', 'সন্ধিয়া বেলিকা', 'আকৌ সেউজীয়াই বজালে', 'জীৱনৰ মৌ ৰস' আদি। আকৌ 'সেউজীয়াই বজালে বীণ'ত ৰঙালী বিহুৰ ৰঙৰ কথা সোঁৱৰাই গীতিকাৰে ডেকা-গাভৰুক সম্বোধি কৈছে—

আহা সমনীয়া গাঁৱলীয়া
ডেকা গাভৰু চেঙেলীয়া
বীণৰ সুৰতে ঢোলৰ বোলতে
নাচোনৰ চেৱতে জীৱনটি ওলাই
আহিছে ৰঙৰে দিন।

প্ৰকৃতিৰ সৌন্দৰ্যৰ মনোমোহা ৰূপ বৰ্ণনাৰ মাজতে দুই এটি গীতত মানৱতাৰ কথা ক'বলৈ কবিয়ে পাহৰা নাই—

হেৰা ধনবৰ ধনকে চিনিলা

বণ্ডহক কৰিলা পৰ
আপদৰ কালতে ধনে নেৰাখিব
বণ্ডহহে আপোন বৰ।

সেইদৰে গীতি কবিজনাই মানৱতাৰ কথা সোঁৱৰাই কৈছে—

পেটৰ অগনিয়ে সবাকো দংশিব
জীৱৰ সৰুৱৰ নাই
মানুহে মানুহক মোৰ নুবুলিলে
মানুহে মানুহক খায়।

'ময়াপী' গীত সংকলনৰ যোল্লটি গীতৰ প্ৰায় কেইটাতে কবিৰ প্ৰকৃতিৰ লগত আশাবাদী মনৰ নিবিড় সম্বন্ধৰ ভাবধাৰা প্ৰকাশ পাইছে। সেয়েহে কবিয়ে ফুলৰে উপচি পৰা ৰঙচুৰা বিশ্বজগত দেখি কৈছে—

ৰঙচুৱা বিশ্বজগত
ফুলাই ৰঙা ফুল
তুমিয়ে ময়ে খেলিম আজি দ'ল।

দ'ল পূৰ্ণিমাৰ নিশা কবিয়ে উপলব্ধি কৰে চৌপাশে ৰঙৰ মেলা বহি আনন্দৰ সীমা নোহোৱা হয় আৰু এই পৰিবেশতে কবিৰ অন্তৰত সুৰৰ ৰোল উঠে। সুৰৰ ৰোলৰ মাজতে হাঁহা কন্দাৰে ভৰা জীৱনৰ কথাও কবিৰ মনলৈ আহিছে—

জীৱনৰ বীণ
কোন সুৰে জানো বাজো
কেতিয়াবা হাঁহো
কেতিয়াবা মই কান্দো।

প্ৰকৃতিৰ সৌন্দৰ্যৰ মাজত মনক জড়িত কৰি ৰাখিলেও গীতি কবিয়ে অসমবাসীৰ জাগৰণৰ কথা পাহৰা নাই। পাহৰা নাই মহাপুৰুষৰ স্মৃতি, সেয়েহে কবিয়ে অসমবাসী মাতৃপদত বিজয় আশিস মাগি আগবঢ়াৰ কথা স্মৰণ কৰিছে—

উঠে চৌদিশে বিশ্বকঁপাই
জয়ধ্বনিৰ কোলাহল
জয় জয় জয় অসমবাসীৰ জয়।

মহাপুৰুষ মাধৱদেৱৰ তিথি উছৱৰ দিনা পুৰবাসীক নতুন উছাহৰে জাগিবলৈ কৈছে—

জাগা পুৰবাসী জাগাহে
মহাপুৰুষৰ তিথি উছৱৰ
নতুন উছাহে লাগাহে।

শিৱসাগৰ আৰু সোণাৰিত পতা মহাপুৰুষৰ তিথিত প্ৰভাত ফেৰীত পাৰ্বতিপ্ৰসাদে

নিজে ডিঙিত হাৰমণিয়াম আঁৰি 'জাগা পুৰবাসী জাগাহে' গীতটো গাই নগৰ পৰিভ্ৰমণ কৰি নগৰবাসীক তিথি উছৱলৈ আহ্বান জনাইছিল। ১৯৬২ চনতো চীনৰ আক্ৰমণৰ সময়ত আন্তৰ্জাতিক খ্যাতিসম্পন্ন সুগায়ক, গীতিকাৰ ডঃ ভূপেন হাজৰিকাই শিল্পী সকলৰে সৈতে ট্ৰাকত উঠি দেশাত্মবোধক গীত গাই গুৱাহাটী নগৰ পৰিভ্ৰমণ কৰা আঁচনিত তেখেতেও ট্ৰাকত উঠি গৈ শিল্পী সকলক উৎসাহ উদ্দীপনা দিছিল।

'মৌ টোকাৰী' গীতৰ পুথিত সৃষ্টিকৰ্তাৰ সুৰে কবিৰ অন্তৰত কেনেকৈ নিজা গীত সৃষ্টি কৰাইছে তাৰে আৰম্ভ কৰি ইয়াত থকা গীত কেইটিত প্ৰকৃতিৰ চিৰন্তন ৰীতি, ওপজা মাটিৰ লৌকিক পৰম্পৰা আদি আত্মকথনৰ ভালেখিনি সূক্ষ্ম কথা প্ৰকাশ কৰিছে। সৃষ্টিকৰ্তাৰ সৃষ্টিৰ পোহৰ লাগি গীতি কবিজনাৰ কণ্ঠত কেনেকৈ গীতৰ সৃষ্টি হৈছে তাৰ কথা উল্লেখ কৰি তেখেতে লেখিছে—

তেনেকৈয়ে প্ৰভু মোৰ জীৱনত
তোমাৰ পোহৰ লাগি
কণ্ঠত গীত জাগি
ফুটিছে আকুল মাত।

সামৰণিত মণিৰাম দেৱানৰ ফাঁচিৰ কৰুণ স্মৃতি সুঁৱৰি দেৱানৰ মৃত্যুৱে অসমীয়া জাতিক যে জাগিবলৈ উদগণি দিছে সেই বিষয়ে কৈছে—

জাগ অসমীয়া জাগ
মণিৰামৰ মৰণে গায়
জাগ অসমীয়া জাগ।

গীতিকবি পাৰ্বতিপ্ৰসাদৰ গীতি-নাটিকা হ'ল 'লখিমী' আৰু 'সোণৰ সোলেং'। 'লখিমী'ত গীত, নাচ আৰু কাব্যিক সংলাপৰে শৰতৰ বিদায় আৰু হেমন্তৰ আগমণি দেখুৱা হৈছে। শৰত কালে শেৱালি, শুকুলা ডাৱৰ, কঁহুৱাক হেমন্তক আদৰিবলৈ কৈছে। হেমন্ত আহিব আঘোণৰ পথাৰ লখিমীৰ সোণৰ আঁচলৰে ঢাকি ধৰিব। এই অপূৰ্ব শোভা দেখি পৃথিবীৰ চকুত চমক নেলাগিবলৈ কুঁৱলিয়ে ওৰণিৰে পৃথিৱী ঢাকি ধৰিব। বন্তিয়ে কুঁৱলী আঁতৰাই পোহৰৰ বাট দেখুৱাই দিব। লখিমীক আদৰিবলৈ বুকুৰ তেজেৰে মাটিৰ সন্তানসকলে দুখৰ প্ৰদীপ জ্বলাই শাওণত কষ্টৰে সাধনা কৰিছিল। এই দুখৰ প্ৰদীপেই লখিমীক আদৰাৰ পথ মুকলি কৰিব।

বন্তিয়ে কুঁৱলিৰ আঁচল আঁতৰাই হেমন্তৰ লখিমীৰ আবিৰ্ভাৱ সকলোকে প্ৰদৰ্শন কৰোৱায়। লখিমীক পাই শুকুলা ডাৱৰ শেৱালি আদিয়ে আনন্দত গীত গাই নাচে। গীত হ'ল—

নমো নমো লখিমী জননী
জয় জয় জয় জয়হে।

মাটিৰ সন্তানে অৰ্থাৎ কৃষকে বাৰিষা দুখ কৰিলেহে আঘোণত লখিমীয়ে পথাৰ

গুৱনি কৰে তাৰ এটি সংকেত দিছে গীতি নাটখনিত বন্তিৰ চৰিত্ৰ সৃষ্টি কৰি। বন্তিয়ে কৈছে - 'মই মাটিৰ সন্তানবিলাকৰ দুখৰ প্ৰদীপ। সিহঁতৰ বুকুৰ তেজৰেই মোৰ শলিতাগছি জ্বলাও ইত্যাদি।

গীতিকবি পাৰ্বতিপ্ৰসাদ বৰুৱাই তেখেতৰ গীতৰ 'সুৰ চানেকি' কৰিবলৈ হাতত লৈছিল মাত্ৰ কেইটামান গীতৰ 'সুৰ চানেকি'ৰ বাহিৰে অন্য গীতসমূহৰ 'সুৰ চানেকি' হয়তো তেখেতৰ ভগ্ন স্বাস্থ্য, মানসিক দুখ-বেদনা আৰু সংসাৰৰ বিভিন্ন কৰ্মৰ হেঁচাত কৰিব নোৱাৰিলে। বৰ্তমানে অসমৰ বিভিন্ন ঠাইত জ্যোতিপ্ৰসাদ, বিষ্ণু ৰাভা, ৰুদ্ৰ বৰুৱা আদি গীতিকাৰ, সুৰকাৰ, বিশিষ্ট সংগীতজ্ঞৰ কৰ্মশালা পাতি থলুৱা সংস্কৃতিৰ ভেটিত সৃষ্টি হোৱা গীতমাতৰ চৰ্চা হোৱাৰ দৰে গীতি কবিজনাৰ গীতমাতৰো চৰ্চা হৈছে। অসমৰ বিভিন্ন ঠাইত পাৰ্বতিপ্ৰসাদৰ গীত-মাতৰ সুৰ চানেকি সাহিত্য আৰু সাংস্কৃতিক অৱদানৰ বিষয়ে কৰ্মশালা বিলাকত আলোচনা হৈছে। অসমৰ সাহিত্য, সংস্কৃতিৰ সাধক প্ৰয়াত জ্যোতিপ্ৰসাদ, বিষ্ণু ৰাভা আৰু আজিৰ আন্তৰ্জাতিক খ্যাতিসম্পন্ন সংগীতজ্ঞ আৰু অসমৰ ঐতিহ্যৰ প্ৰতি নিষ্ঠাৰে আত্মনিয়োগ কৰা ডঃ ভূপেন হাজৰিকাৰ সংগীতৰ দৰে প্ৰয়াত গীতিকবি পাৰ্বতিপ্ৰসাদৰ সংগীতকো এক সুকীয়া স্থানত প্ৰতিষ্ঠিত কৰা হৈছে। অসমৰ ভাষা, সাহিত্য, সংস্কৃতিক মনে প্ৰাণে ভাল পোৱা আৰু তাৰ কাৰণে জীৱনকালত নিষ্ঠাৰে বিভিন্ন সাহিত্য, সংস্কৃতিৰ কৰ্মত আত্মনিয়োগ কৰা আৰু উল্লেখযোগ্য বৰঙণি আগবঢ়োৱা, অসম জননীৰ এই মহৎ সাধকজনৰ কীৰ্তি অমৰ কৰি ৰাখিবলৈ অসমৰ ভালেকেইটা সাংস্কৃতিক অনুষ্ঠান আৰু তেখেতৰ পুত্ৰ গীতিকাৰ, সুৰকাৰ আৰু সুগায়ক শ্ৰীপ্ৰণৱিৰাম বৰুৱাকে প্ৰমুখ্য কৰি তেখেতৰ পৰিয়ালবৰ্গ আৰু অন্যান্য বহুজনে যত্নৰ ক্ৰুটি কৰা নাই। এইজন গুণী শিল্পী সাহিত্যিকৰ গুণৰ মহিমাৰে অসমৰ জনগণক সাহিত্য সংস্কৃতিৰ পোহৰৰ বাট দেখুৱাবলৈ অসম সাহিত্য সভাই পৱনাথ শৰ্মাৰ সম্পাদনাত পৰিয়ালৰ আৰ্থিক সাহায্যৰে ১৯৮১ চনত পাৰ্বতিপ্ৰসাদ বৰুৱা ৰচনাৱলী প্ৰকাশ কৰি উলিয়াইছিল। এতিয়া আকৌ ডঃ কৰবী ডেকা হাজৰিকাৰ সম্পাদনাত অসম সাহিত্য সভাই তেখেতৰ বিষয়ে গ্ৰন্থ প্ৰকাশ কৰিবলৈ লৈছে। গুৱাহাটীৰ 'পাৰ্বতিপ্ৰসাদ সংগীতালয়ে', সোণাৰী আদি বহু ঠাইত হোৱা স্মৃতি দিৱসে, শিৱসাগৰ নাট্যমন্দিৰত শিল্পীজনাৰ স্মৃতিত হোৱা নাট প্ৰতিযোগিতা, সোণাৰী সমলয় গোষ্ঠীৰ উদ্যোগত হোৱা গীতিকবি পাৰ্বতি প্ৰসাদ বৰুৱা সোঁৱৰণি একাংক নাট প্ৰতিযোগিতা, পাৰ্বতিসংগীত প্ৰতিযোগিতা আদিয়ে গীতি কবিজনাৰ সাহিত্য সংস্কৃতিৰ প্ৰতিভাৰ স্মৃতি জাগ্ৰত কৰি ৰাখিছে। এই স্মৃতিয়ে অসমীয়া সাহিত্য সংস্কৃতিৰ বিকাশৰ ক্ষেত্ৰত চিৰযুগমীয়া ৰূপ দিয়ক এয়ে আশা। গীতি কবিজনাৰ ভাষাৰেই সামৰণিত ক'ব খুজিছোঁ—

জয় জয় পোহৰৰ
পলায় এন্ধাৰ হৃদয়ৰ
জীৱনৰ ছিগক বান্ধোন
সংশয় যক পৰাণৰ। ❑

*সহায়ক গ্ৰন্থ - পাৰ্বতিপ্ৰসাদ বৰুৱা ৰচনাৱলী, অসম সাহিত্য সভা।*

# স্মৃতিৰ ৰেঙণিত গীতিকাৰ পাৰ্বতিপ্ৰসাদ

## প্ৰফুল্ল চন্দ্ৰ বেজবৰুৱা

'কোনে ডাবৰে ডাবৰে মৃদং বজাই
গুৰ গুৰ গুৰ গুৰ
কোন বায়নৰ খোলৰ বোলত
আকাশ ভৰপূৰ।
আজি বৰষুণ বাদলৰ দিন
কোন বৰাগীয়ে বাইছে বীণ
কঁপিছে তাঁৰ, সৰিছে সুৰ
জুৰ জুৰ জুৰ জুৰ।'

ৰবষাৰ এই গীতৰ সুৰত চকুৰ আগত জিলিকি উঠে এজন নিভাঁজ জাতে পাতে অসমীয়া ডাঙৰীয়াৰ প্ৰতিচ্ছবি। গহীনা গম্ভীৰ, পাটৰ ধুতি পাঞ্জাবী চেলেং পৰিহিত ভমকা ফুলীয়া বন কৰা এড়িয়া কাপোৰৰ টুপিৰে সৈতে সুশোভিত জাকতজিলিকা সোণাৰিৰ 'সোণালী পাম'ৰ সুদৰ্শন পুৰুষ গীতিকবি পাৰ্বতিপ্ৰসাদ বৰুৱা।

অতীতলৈ মনে উৰা মাৰে। সেইয়া ১৯৪৪-৪৫ চনৰ কথা। আমি তেতিয়া তল শ্ৰেণীৰ স্কুলীয়া ছাত্ৰ। ঘন চেলাউৰীৰ তলত দৃঢ় বহল চকুৰে ওখ-পাখ লাহী পুৰুষ বনপোনা পৰাগ চলিহাই কলিকতা বিশ্ববিদ্যালয়ৰ পৰা উচ্চ শিক্ষাৰ খিতাপ লৈ ৰংপুৰলৈ প্ৰত্যাবৰ্তন কৰিছিল। শিল্পীপ্ৰাণ বনপোনাই সেউজ কোঁৱৰে লগত শ্ৰী যুত দুলাল বৰকটকী, শ্ৰী যুত মাখন ভূঞা, অতুল শৰ্মা, স্বৰ্গীয় সুশীল দত্ত, স্বৰ্গীয় শৰৎ বৰুৱা আদিৰে যোগ হৈ শিৱসাগৰত সেউজীয়া সমাজ সংগীত বিদ্যালয় প্ৰতিষ্ঠা কৰি অসমীয়া গীত-মাত সুৰ তালেৰে অসমীয়া থলুৱা সংগীতৰ লহৰ তুলিছিল। সেই সংগীত বিদ্যালয়ৰে ছাত্ৰী স্বৰ্গীয় গিৰিজা কলিতাৰ হতুৱাই 'বনপোনা'ই বেজবৰুৱাৰ 'কিয়নো আনিলি মানে ঐ বদন তই, কিয়নো আনিলি মান', পাৰ্বতিপ্ৰসাদৰ ওপৰৰ বৰষাৰ গীত আদি গোৱাই 'পুৰণি পৃথিৱী নকৈ চাই লওঁ' বুলি অসমীয়া গীত মাতৰ ঝংকাৰ তুলিছিল। ওপৰৰ বৰষাৰ গীত শুনি অভিভূত হৈ ধ্যানস্থ হৈ পৰা পাৰ্বতি প্ৰসাদৰ স্মৃতি এতিয়াও আমাৰ মানস পটত মূৰ্তমান।

দিন বাগৰি গ'ল। ১৯৫৩ চনৰ আগভাগ। আমি তেতিয়া কটন কলেজৰ ছাত্ৰ। সেই সময়ত গুৱাহাটীৰ ৰেডিঅ' ষ্টেচন আছিলে বৰ্তমান তাৰকা গৃহৰ স্থানত। এবাৰ তাত ALL INDIA RADIOই কবি সন্মিলনৰ আয়োজন কৰি চলন্ত বিৱৰণী প্ৰচাৰ

কৰিছিল। সেই অনুষ্ঠানত উপস্থিত থকা তাৰকাবৃন্দৰ ভিতৰত মনত পৰাত আছিলে যতীন্দ্ৰনাথ দুৱৰা, ককা নীলমণি ফুকন, বিনন্দ চন্দ্ৰ বৰুৱা, পাৰ্বতিপ্ৰসাদ বৰুৱা আদি। সেই দেৱৰো দুৰ্লভ উপভোগৰ সেই সময়খিনিলৈ এতিয়াও মনত পৰে। প্ৰত্যেকজন পুৰুষেই নিজ ভঙ্গীৰে স্বৰচিত কবিতা পাঠ কৰি গৈছিল আৰু তাৰ ভিতৰতো জিলিকি আছিল সুদৰ্শন পুৰুষ পাৰ্বতিপ্ৰসাদ বৰুৱা। বোধহয় সেই ৰেডিঅ' সন্মিলনৰ কিছুদিনৰ পিছতেই পাৰ্বতিপ্ৰসাদ বৰুৱা ডাঙৰীয়া পক্ষাঘাত ৰোগত আক্ৰান্ত হৈ শয্যাশায়ী হৈছিল। এতিয়াও অতীতৰ স্মৃতিয়ে আমনি কৰে, চকুপানী ওলায়।

পাৰ্বতিপ্ৰসাদ বুলিলে আৰু এজন পুৰুষে আমাৰ মানস পটত ভুমুকি মাৰে— সেইয়া হৈছে পাৰ্বতিপ্ৰসাদৰ অভিন্ন হৃদয় টিয়কীয়া শোকদেৱ অধ্যাপকৰ পৰিনাতি ধ্বনিকবি বিনন্দ চন্দ্ৰ বৰুৱা। ধ্বনি কবিয়ে ১৯২১ চনত যোৰহাটৰ চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কটন কলেজত নাম লিখালেগৈ আৰু তাতে পাৰ্বতিপ্ৰসাদক লগ পায়। ইয়েই দুয়ো কবিৰ বন্ধুত্বৰ সূত্ৰপাত আৰু মৰণেও সেই বিচ্ছেদ ঘটাব নোৱাৰিলে। পিছৰ জীৱনত পাৰ্বতিপ্ৰসাদৰ কথা ওলালেই ধ্বনি কবি বিনন্দ চন্দ্ৰ বৰুৱাই চকু মুদি গম্ভীৰ হৈ পৰিছিল। দুয়ো বন্ধুৱে কটন কলেজৰ শিক্ষা সাং কৰি উচ্চ শিক্ষাৰ বাবে কলিকতা পায়গৈ আৰু একেলগে একেটা মেছতে থকা ব্যৱস্থা কৰি ল'লে। আৰু বেজবৰুৱাৰ ভাষাত ক'বলৈ গ'লে এইয়াও অসমীয়া সাহিত্যৰ কাব্য জগতৰ এক অন্যতম 'মণিকাঞ্চন যুগ'।

১৯২৩ চনত অসম ছাত্ৰ সন্মিলনৰ মুখপাত্ৰ 'মিলন' প্ৰকাশ পায় আৰু এই মিলন প্ৰকাশৰ গুৰি ধৰোতাসকলৰ ভিতৰত পাৰ্বতিপ্ৰসাদ আৰু বিনন্দ চন্দ্ৰ বৰুৱাও অন্যতম আছিলে। দুয়ো বন্ধুৰ বেছিভাগ কালজয়ী কবিতা প্ৰকাশ পাইছিল এই মিলনৰ পাততেই। বোধকৰো সেই সময়েই আছিল দুয়ো বন্ধুৰ বহল গভীৰ সৃজনিৰ বৰসোঁতা।

এদিনৰ কথা— অতীত ৰোমন্থন কৰি ধ্বনি কৰ্বিয়ে কৈছিল— তেতিয়া তেখেত আৰু পাৰ্বতিপ্ৰসাদ কলিকতাৰ একে মেছৰে বাসিন্দা। এদিন পাৰ্বতিপ্ৰসাদৰ নৰীয়া। ঘৰলৈ খবৰ দিবলৈ Post Card এখন আনিবলৈ বিনন্দ চন্দ্ৰ বৰুৱাক ডাকঘৰলৈ পাচিলে। যাওঁতে সাঁকিয়াই দিলে 'দেউ অসমীয়া Post Card আনিবা'। ধ্বনি কবিয়ে Post Card লৈ আহি দেখে তেওঁলোকৰ মেছৰ সন্মুখত পাখি লাহী পখিলাই উৰি উৰি ৰঙৰ পোহাৰ মেলিছে। কবিৰ অন্তৰত হিল্লোহ উঠি মুগ্ধ হৈ পখিলাৰ ৰঙত অভিভূত হৈ আছিলে। ভালেখিনি পৰৰ পিছত ওপৰলৈ উঠি গৈ পাৰ্বতিপ্ৰসাদৰ ওচৰ পালেগৈ। পাৰ্বতিপ্ৰসাদে সুধিলে 'দেউ অসমীয়া Post Card পালানে? বিনন্দ চন্দ্ৰ বৰুৱাই মাত লগালে 'পালো এইয়া তোমাৰ ডাকপখিলী' — এইয়া কবিৰ নিজ মুখৰ পৰা শুনা ডাকপখিলা শব্দৰ ইতিবৃত্ত। আৰু এদিনৰ কথা অতীত স্মৃতি সোঁৱৰণ কৰি ধ্বনি কবিয়ে কৈছিল— দুয়ো কবি তেতিয়া কলিকতাৰ একেটা মেছৰ নিবাসী। এদিন দিনৰ দিনতো

ঘূৰি আহি বিনন্দ চন্দ্ৰ বৰুৱাক পাৰ্বতিপ্ৰসাদে ক'লেহি যে পিছদিনা অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা আৰু তাত পাঠ কৰিবলৈ ৰাতিৰ ভিতৰতে এটা কবিতা লাগে। বিনন্দ চন্দ্ৰ হতবাক— কবিতো কাৰখানা নহয়, লাগ বুলিলেই কবিতা এটা সাজি দিব পাৰে। 'ওহোঁ', পাৰ্বতিপ্ৰসাদ নাচোৰবান্দ, কবিতা লাগিবই। ৰাতিৰ ভাত মুঠি খাই বিনন্দ চন্দ্ৰ ধ্যানস্থ গ'ল আৰু কবিৰ অন্তৰেদি নিগৰি নিগৰি ওলাই আহিলে বিনন্দ চন্দ্ৰৰ সেই অপূৰ্ব সৃষ্টি 'গড়গাঁও' কবিতা। সুৰৰ বিৰাম নাই। দুৰ্বাৰ গতিত কবিৰ হৃদয়ত আগবাঢ়ি গৈছে গড়গাঁও কবিতাৰ ৰচনা। এনেতে মেছৰ সন্মুখত ৰাস্তায়েদি যোৱা শ্মশানযাত্ৰীৰ কোঢ়ালত পাৰ্বতিপ্ৰসাদৰ টোপনি ভাগিলে। দেখিলে লাইট জ্বলাই কবি বিনন্দ চন্দ্ৰই কিবা লিখাত ব্যস্ত। পাৰ্বতিপ্ৰসাদে নাজানে বিনন্দ চন্দ্ৰই কি এক অপূৰ্ব সৃষ্টিৰ ৰচনা কৰি আছিলে। লাহেকৈ মাত লগালে - 'দেউ, দুভাগ ৰাতি হ'ল, শুই থাকা শুই থাকা; থমকি ৰ'ল কবিৰ অন্তৰ, নিগৰি অহা সুঁতি আৰু শ্মশান যাত্ৰাৰে আশাবাদী কবিয়ে সামৰণি মাৰিলে—

'শ্মশান বিচাৰি ফুৰা - লগে মাথো জুইকুৰা
থাকিব যে নোৱাৰে সি নাহি
শ্মশান ফুলে ফুল পাহি।'

অন্য এক প্ৰসংগলৈ মনত পৰে, নৱন্যাস যুগৰ মহাকবি Coleridgeৰ অমৰ সৃষ্টি 'কুবলাখান' কবিতালৈ। সেইদিনা বিশেষ এটা মুহূৰ্তত কবিয়ে ধুলু ধুলু চকুৰে তন্দ্ৰাযুক্ত হৈ বিচনাত কাতি হৈ পৰি ভাব ৰাজ্যত উটি ফুৰিছিল আৰু চকুত পৰিছিল তেখেতৰ টেবুলত পৰি থকা 'কুবলাখান' শিৰোনামাৰ পুথিখনত। আৰু সেই কুবলাখান শিৰোনামাৰে সেই বিখ্যাত 'কুবলাখান'ৰ বিষয়-বস্তুৰ সংগতি নথকা অপূৰ্ব কবিতাটো মন মনে ৰচনা কৰিছিল। এনেতে এজন তাগাদাকাৰীৰে তাগাদাৰ গোৰোহনিত কবিৰ ভাবৰাজ্যৰ স্বপ্নভঙ্গ হ'ল আৰু সিমানতেই কুবলাখান কবিতাৰ সামৰণি পৰিল।

আজিও মধুৰ সোঁৱৰণত তেনেবোৰ ডুখৰীয়া স্মৃতিয়ে অনাবিল আনন্দ দিয়ে - এইয়া অভিন্ন হৃদয় পাৰ্বতিপ্ৰসাদ আৰু বিনন্দ চন্দ্ৰৰ জীৱন আলেখ্য নহয়, এইয়া হৈছে আমাৰ স্মৃতিৰ মণিকুটত 'চেনেহৰ সাঁচি থোৱা হেঁপাহৰ ধন।'

আজিও সোণালী পামৰ গীতিকবিৰ অসীমৰ ৰিঙে অসমৰ গগণ পৱন জুৰি ডেকা অসমলৈ ডাক দিয়ে—

'জাগ অসমীয়া জাগ
মণিৰামৰ মৰণে গায়
জাগ অসমীয়া জাগ'

আমঠু চুই যোৱা গীতিকবিৰ ডাকে এতিয়াও অন্তৰত হিল্লোল তোলে - 'প্ৰতিধ্বনিয়ে কয় - সপোন নহয়।' □

# পাৰ্বতি ককাইদেউৰ সান্নিধ্যত একাষাৰ

## গিৰিজা প্ৰসাদ বৰুৱা

পাৰ্বতিপ্ৰসাদ বৰুৱা মোৰ মাজু ককাইদেউ। তেখেত অকল মোৰ ককাইদেউয়েই নহয়, শিল্প, কলা, নাটক, সংস্কৃতি আদি বিষয়ত তেখেত মোৰ গুৰু আছিল। বিশেষকৈ নাট অভিনয়ৰ ক্ষেত্ৰত। ১৯২৮ চনত কলিকতাৰ পৰা বি এ পৰীক্ষা দি উঠি আহি পাৰ্বতি ককাইদেউ ঘৰত থাকিবলৈ লৈছিল। সেই বছৰতে শিৱসাগৰ নাট্য মঞ্চত জ্যোতিপ্ৰসাদ আগৰৱালাৰ যুগান্তকাৰী নাটক 'শোণিত কুঁৱৰী' অভিনয় কৰা হৈছিল। সেই নাটত পাৰ্বতিপ্ৰসাদ বৰুৱাই 'চিত্ৰলেখা'ৰ ভাও লৈছিল। তেতিয়াৰ দিনত মহিলাৰ ভাও পুৰুষেই লৈছিল। কাৰণ মহিলা সকলে মঞ্চত ভাও কৰা নিষিদ্ধ আছিল। পাৰ্বতি ককাইদেউৱে মঞ্চত চিত্ৰলেখাৰ ভাওত বৰ সুন্দৰকৈ অভিনয় কৰিছিল। তদুপৰি 'পদুম কলি'ৰ নৃত্য নাট এটাও তেখেতে প্ৰদৰ্শন কৰি দৰ্শকক মুগ্ধ কৰিছিল। সেইদৰেই তেখেতে প্ৰথম মঞ্চ অভিনয় আৰম্ভ কৰিছিল। এই নাটকত তেখেত এজন গায়ক হিচাপে, নৃত্যবিদ হিচাপে আৰু অভিনেতা হিচাপে নিজকে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছিল।মোৰ সেই সময়ত ১২ বছৰ বয়স হৈছিল। আমিও সেই নাটক চাই মুগ্ধ হৈছিলো আৰু মঞ্চত অভিনয় কৰিবৰ বাবে এটা বাসনা জাগৃত হৈছিল। তাৰ কিছুদিনৰ পাছত পাৰ্বতি ককাইদেউইঁতে মোক শিৱসাগৰৰ ঘৰৰ পৰা সোণাৰীৰ ঘৰলৈ মাতি নিছিল আৰু সোণাৰীত সৰু ল'ৰা ছোৱালীসকলে অভিনয় কৰিব লগা থানুবাপু নামৰ নাট এখনত এজন বঙালী ডাক্তৰ হিচাপে মোক অভিনয় কৰিবলৈ দিছিল, মূৰত এটা লোকৰ টুপি পিন্ধাই দিছিল। ডিঙিত থেচিত স্কোপডাল ওলোমাই লৈছিলো। চকুত বৰ আইতাই পিন্ধি থকা বেজোখৰ চশমাযোৰ পিন্ধি লৈছিলো। চশমাৰ জোখ ডাঙৰ হোৱাৰ কাৰণে চশমা নামি আহি নাকৰ আগত বৈছিলহি। মই চশমাৰ ওপৰেদি দৰ্শকলৈ যেতিয়া চাইছিলো, দৰ্শকে বৰ আমোদ পাইছিল। মোৰ ভাওটোত মাত্ৰ এষাৰহে বচন ক'বলগা হৈছিল। এজন বেমাৰী বিচনাত শুই আছে। মই সোমাই গৈ তেওঁৰ হাতখনত ধৰি নাড়ীৰ জোখ চাইছিলো আৰু মোৰ ক'বলগীয়া বচনফাঁকি এইদৰে কৈছিলো— "নাড়ীৰ গতিতা একটু একটুকু মণ্ড বটেই।" মোৰ মুখত এই বঙালী বচন শুনি দৰ্শকৰ মাজত হাঁহিৰ ৰোল উঠিছিল। নাটকৰ শেষত বিচাৰকে মোৰ ভাওটোকে সৰ্বোৎকৃষ্ট হৈছিল বুলি কৈছিল।

বচনৰ উপৰি ভাওটোৰ Make Up এ সকলোকে আকৰ্ষণ কৰিছিল। এয়াই মোৰ মঞ্চ জগতত প্ৰথম প্ৰৱেশ আছিল। তাৰ পাছত পাৰ্বতি ককাইদেউইঁতৰ সৈতে নাট্যমঞ্চত কেইখনমান নাটক অভিনয় কৰিছিলো। পাৰ্বতি ককাইদেৱে পাছত মহিলাৰ সলনি পুৰুষ চৰিত্ৰতহে অভিনয় কৰিছিল। তেওঁ "চক্ৰধ্বজ সিংহ" নাটকত লাচিত বৰফুকনৰ ভাওত কৰা উৎকৃষ্ট অভিনয়ৰ কথা আজিও মনত পৰে।

১৯৪১ চনত পাৰ্বতি প্ৰসাদ বৰুৱাৰ লগত আমি যুটীয়াভাৱে প্ৰযোজনা কৰি 'ৰূপহী' নামৰ চতুৰ্থ অসমীয়া কথাছবিখন কৰিবলৈ লৈছিলো। সেই সময়ত চিনেমা কৰাটো জটিল কাম আছিল। বিশেষকৈ মহিলা ভাওলোৱা ছোৱালী পাবলৈ টান হৈছিল। কাৰণ এইদৰে নাট বা চিনেমাত ভাও কৰাটো সমাজৰ চকুত অসম্মানৰ কথা আছিল। আমি বোলছবি কৰিবলৈ গৈ কলিকতাৰ টালিগঞ্জ অঞ্চলত এটা তিনিমহলীয়া ঘৰ ভাড়া কৰি লৈ ৩০ জনমান অভিনেতা অভিনেত্ৰী কলা কুশলী কেম্প কৰি থাকিবলৈ লৈছিলো। আমাৰ মাজত ৪ গৰাকী অভিনেত্ৰীও আছিল। কিন্তু সমাজ ইমানেই ৰক্ষণশীল আছিল যে আমি বাস কৰা কেম্পটোৰ ওচৰৰ মানুহে আমাক সন্দেহৰ চকুৰে চোৱাই নহয়, সন্দেহজনক চৰিত্ৰৰ লোক বুলি অভিযোগ কৰি আমাৰ ওপৰত আলিপুৰ ল'ৰাৰ কৰ্টত হাকিমৰ ওচৰত গোচৰো তৰিছিল। আমি অসৎ চৰিত্ৰৰ মানুহ কিছুমানে কেম্প পাতি থাকি ওচৰৰ পৰিবেশ কলুষিত কৰিছো বুলি গোচৰৰ চমন আহিল আমালৈ। এসপ্তাহৰ ভিতৰত আমি আদালতত হাজিৰ হৈ গোচৰৰ ওপৰত আমাক কৈফিয়ৎ জনাবলৈ কোৱা হ'ল। সেই চমন পাই পাৰ্বতি ককাইদেউ ইমানেই মৰ্মাহত হৈছিল যে তেওঁ খুব অসম্মানবোধ কৰিছিল, অপমানবোধ কৰিছিল আৰু কথা ছবিৰ কাম সামৰি ঘৰলৈ ঘূৰি আহিব লাগিব বুলি ভাবিছিল। সেইদিনা গধূলি মোক মাতি আনি তেওঁ কৰ্টৰ কাগজ পত্ৰ দেখুৱাই কি কৰা উচিত হ'ব তাক আলোচনা কৰিছিল। মই কাগজ পত্ৰ চাই তেখেতক কৈছিলো যে চিন্তা কৰিবলগীয়া কথা একো নাই। নিৰ্দিষ্ট তাৰিখত মই নিজেই আলিপুৰ কৰ্টৰ হাকিমৰ ওচৰত হাজিৰ হৈ আমাৰ নিৰ্দোষিতা প্ৰমাণ কৰিবলৈ চেষ্টা কৰিম। কথামতে কাম। নিৰ্দিষ্ট তাৰিখত আলিপুৰ ল'ৰাৰ কৰ্টৰ হাকিমৰ ওচৰত মই হাজিৰ হ'লত মোৰ নাম ঠিকনা আৰু মোৰ উকীল আছে নেকি সুধিলে। মই নিজে কেচৰ ডিফেণ্ড কৰিম বুলি কোৱাত হাকিমে মোক আমাৰ কেম্পত অসৎ চৰিত্ৰৰ মানুহ থকাৰ বিষয়ে সুধিলে। মই ইংৰাজী ভাষাতে গৰজি উঠিছিলো আৰু কৈছিলো যে আমাৰ কেম্পত কথাছবিৰ কামত অহা কেউগৰাকী অভিনেত্ৰীৰ অভিভাৱক হিচাপে পিতৃ-মাতৃ লগত আহিছে। তাৰো এগৰাকী অভিনেত্ৰীৰ দেউতাকে ডিব্ৰুগড় ডি. চি. কৰ্টৰ পাব্লিক প্ৰচিকিউটৰ কাম কৰে। আৱশ্যক হ'লে এই কথা হাকিমে অসম চৰকাৰলৈ সুধি পঠিয়াবও পাৰে। মই সজোৰে কওঁ যে আমাৰ কথাছবিৰ কামত কোনো সন্দেহজনক

লোক নাই। এই অভিযোগ আমাৰ ওপৰত মিছা, মনেসজা আৰু আক্ৰোশমূলক ভাৱে জাপি দিয়া হৈছে। মোৰ কথাখিনি শুনাৰ পাছত হাকিমে দৰ্খাস্ত কাৰী সকলৰ কোনোবা উপস্থিত আছে নেকি সুধিছিল। কিন্তু তেওঁলোকে মোৰ যুক্তি শুনাৰ পাছত ফৰিংছিটিকা দিছিল। হাকিমে দৰ্খাস্তকাৰী পক্ষও উপস্থিত নাই বুলি ধৰি লৈছিল আৰু এই গোচৰ খাৰিজ কৰি আমাক স-সন্মানে গোচৰৰ পৰা মুক্তি দিছিল। মই দিনটোৰ শেষত কৰ্টৰ পৰা হাকিমৰ ৰায়দানৰ কপি এটা লৈ পাৰ্বতি ককাইদেউৰ হাতত দিলোঁগৈ। এই কামত তেখেতে বৰ সন্তোষ পালে আৰু মোৰ নথে শলাগ ল'লে। এই ঘটনাৰ পাছত আমি প্ৰায় তিনিমাহ কেম্প কৰি থাকি বোলছবিৰ কাম শেষ কৰিহে ঘৰলৈ ওলটি আহিলো।

সেই 'ৰূপহী' কথাছবিখনত পাৰ্বতি প্ৰসাদ বৰুৱাই এজন ভকতৰ ভাও লৈছিল। তেখেতৰ সুন্দৰ চেহেৰা আৰু দীঘল চুলিৰ সতে ৰূপসজ্জা আজিও সুন্দৰকৈ মনত পৰি থাকে। তেখেতে এই ভাওত নিম্ন উল্লেখিত ঘোষা সমূহ ইমান শুৱলাকৈ পৰিৱেশন কৰিছিল যে ইয়াক কেতিয়াও পাহৰিব পৰা নাযায়।

তুমি চিত্ত বিত্তি মোৰ প্ৰবৰ্তক নাৰায়ণ
তুমি নাথ মায়া নাথ অন্ত.....

০

কৃষ্ণ একদেৱ দুখ হাৰি
কাল মাযাদিৰো অধিকাৰী
কৃষ্ণ বিনে শ্ৰেষ্ঠ দেৱ নাহি নাহি আৰ....

০

ব্ৰহ্মা আদি কৰি জীৱ য'ত, ৰাম ৰাম ৰাম
ৰাম
মায়া মাথো মাজে আছয় ঘুমটি নাই.....

দুখৰ কথা যে এই গীতমাত আৰু তেখেতৰ ছবিৰ কোনো Record আমাৰ হাতত নাথাকিল। সময়ৰ আঁচোৰত এইবোৰ নষ্ট হৈ গ'ল। আজিৰ পুৰুষে এইবোৰ শুনিবলৈ বা দেখিবলৈ পোৱা হ'লে খুব সুখী হোৱাৰ লগতে নানা শিক্ষাও লাভ কৰিবলৈ সমৰ্থ হ'লহেঁতেন।। পাৰ্বতি ককাইদেউৰ বিষয়ে লেখিবলৈ আৰু বহুত আছে যদিও স্থানৰ অভাৱত ইমানতে সামৰণি মাৰিছো। □

# মোৰ শ্ৰদ্ধাৰ দেউতা পাৰ্বতিপ্ৰসাদ বৰুৱা

## সান্ত্বনা বৰুৱা

প্ৰথমেই মোৰ পূজনীয় পিতৃৰ সোঁৱৰণীত সশ্ৰদ্ধ প্ৰণতি জনাওঁ । আমাৰ জীৱনত দেউতাৰ সশৰীৰী অনুপস্থিতিৰ বহুদিনেই হ'ল। কিন্তু জীৱন-মৃত্যু অতিক্ৰমি দেউতাৰ ব্যক্তিত্বৰ, দেউতাৰ অস্তিত্বৰ জ্যোতি আমাৰ জীৱন ভৰি উদ্ভাসিত হৈ আছে। সন্তানৰূপে দেউতাৰ জীৱনৰ লগত নিবিড়ভাৱে জড়িত হৈ তেওঁৰ গীত, কবিতা তেওঁৰ জীৱনৰ লগত অঙ্গাঙ্গীৰূপে থকা অনুভৱ কৰোঁ। তেওঁৰ গীত, কবিতাই তেওঁৰ জীৱনৰ ৰূপ বা তেওঁৰ জীৱন বিচাৰেই তেওঁৰ গীত কবিতাত প্ৰতিভাত হৈ আছে।

গীতিকবি পাৰ্বতিপ্ৰসাদৰ গীত বুলিলে এটি ধাৰাৰে যত সৃষ্টি হ'ল, আমি তাত অসমৰ মাটিৰ গোন্ধ, অসমীয়া সংস্কৃতিৰ, অসমীয়া কবি মানসত জন্ম লোৱা সুৰৰ ধ্বনিৰে আবৃত অথচ স্বকীয় বৈশিষ্ট্যৰে বিশিষ্ট এটি ৰূপ দেখিবলৈ পাওঁ। আদিগুৰু মহাবৈষ্ণৱ শ্ৰীশ্ৰীশংকৰদেৱ আৰু শ্ৰীশ্ৰীমাধৱদেৱৰ সুৰৰ ধ্বনি, আইসকলৰ মুখত চলি অহা গোসাঁনীৰ নাম বা আই নাম, কোনোবা গাঁৱলীয়া অচিন সুৰ বলিয়াৰ কণ্ঠৰ যুগ যুগ ধৰি প্ৰবাহিত হৈ অহা বনগীত, বিহুগীতৰ হিয়া শাঁত পৰি যোৱা মিঠা সুৰৰ লয় আৰু উদাসী বৈৰাগীৰ টোকাৰীৰ সুৰৰ জোৱাৰ আটাইৰে সমন্বয়ত তেখেতৰ গীতৰ মাজত এটি নিজা বৈশিষ্ট্য ফুটি উঠিছে।

সৰুৰে পৰাই সুৰপিয়াসী দেউতাই কলাৰ সাধনা কৰিছিল। ঘৰতো উপযুক্ত পৰিৱেশ এটি পাইছিল। আজুককাক প্ৰথম অসমীয়া অভিধান ৰচোঁতা জাদুৰাম ডেকাবৰুৱা, দেউতাক স্বৰ্গীয় ৰাধিকাপ্ৰসাদ বৰুৱা সাহিত্যানুৰাগী আৰু মাতৃ স্বৰ্গীয়া হিমলা বৰুৱানী কবি-সাহিত্যিক আছিল। ককাইদেৱেক স্বৰ্গীয় ভগৱতীপ্ৰসাদ বৰুৱাৰ কম বয়সতে অসাধাৰণ সাহিত্যিক প্ৰতিভা ফুটি উঠিছিল। এইজন ককাইদেৱেক পাৰ্বতিপ্ৰসাদৰ প্ৰাণৰ বন্ধুস্বৰূপ আছিল। তেওঁৰ ভাব আদৰ্শৰে অনুপ্ৰাণিত হৈছিল। সুৰ সাধনাত ভগৱতীপ্ৰসাদে যথেষ্ট উৎসাহ দিছিল। কলিকতাত পঢ়াৰ কালতে ৰবীন্দ্ৰনাথৰ কিতাপ আৰু গানৰ সুৰ-চানেকি লৈ আহিছিল। দুয়োজনেই কবিগুৰুৰ সাহিত্য প্ৰতিভাক সন্মান আৰু তেওঁৰ ব্যক্তিত্বক শ্ৰদ্ধা কৰিছিল আৰু অনুকৰণীয় বুলি ভাবিছিল। ৰবীন্দ্ৰনাথৰ

আখৰৰ ছাপো তেওঁলোকৰ হাতৰ আখৰত দেখা যায়। ধ্বনিকবি বিনন্দচন্দ্ৰ বৰুৱা দেউতাৰ অন্তৰঙ্গ বন্ধু আছিল। কলিকতাত পঢ়োতে ৰবীন্দ্ৰনাথৰ বক্তৃতা বা অভিনয় য'তে নহয়, পাৰ্বতিপ্ৰসাদে আগতীয়াকৈ তাৰ খবৰ ৰাখি দুয়োজনলৈ দুটা টিকেট সদায়েই সংগ্ৰহ কৰি থৈছিল। উল্লেখযোগ্য যে কবিগুৰুৰ বক্তৃতা থকা সভাও টিকেট লগাইহে কৰিব লগীয়া হৈছিল। গীতিকবি পাৰ্বতিপ্ৰসাদ বৰুৱা স্মৃতিগ্ৰন্থত পাৰ্বতিপ্ৰসাদৰ উল্লেখ কৰি বিনন্দ বৰুৱাই কৈছিল যে, "বৰুৱা সাংস্কৃতিক সকলো দিশতে আগৰণুৱা, আন বিষয়ত তেওঁ বৰকৈ আগ নেবাঢ়ে।" (পৃ- ৪২)

নিজৰ সভ্যতাক বা বৈশিষ্ট্যক মূল্য দিয়াসকলেহে বিশ্বৰ বিভিন্ন প্ৰতিভাক স্বীকৃতি দি সম্মান জনায়। কিন্তু তাৰ প্ৰভাৱত নিজত্বক হেৰুৱাই নেপেলায়। পাৰ্বতিপ্ৰসাদৰ দৈনন্দিন জীৱনযাত্ৰা আৰু তেওঁৰ গীত, কবিতাৰ বিচাৰ কৰিলে এই কথাৰ সভ্যতাক বুজিব পাৰোঁ। সেই সময়ত ভাৰতীয় সাহিত্য আকাশত ৰবীন্দ্ৰনাথ উজ্জ্বল জ্যোতিষ্কৰ দৰে জিলিকি আছিল আৰু পাৰ্বতিপ্ৰসাদ প্ৰমুখ্যে ঘৰৰ সাহিত্যানুৰাগী কলানুৰাগী সকলোৱে তেওঁৰ প্ৰতিভাক ভক্তিৰে আদৰিলেও, সেই জ্যোতিৰ প্ৰভাৱত নিজক হেৰুৱাই পেলোৱা নাছিল। বৰঞ্চ আই অসমীৰ বৈশিষ্ট্যক প্ৰতিষ্ঠা কৰাত দুগুণ উৎসাহহে গোটাই ল'লে। শ্ৰীমন্ত শঙ্কৰে গঢ়ি থৈ যোৱা আমাৰ সমাজতকৈ ভাল সমাজ এখন ভাৰততে নাই বুলি তেওঁ বন্ধুবৰ্গক প্ৰতিপন্ন কৰাবলৈ যত্ন কৰে আৰু সত্ৰসভা, নামঘৰ আদিৰে গঠিত সমাজখন ভাগি গ'লে অসমীয়াৰ অস্তিত্বই নোহোৱা হ'ব বুলি ভাবিছিল। বিনন্দ বৰুৱাই ক'বৰ দৰে সাহিত্যৰ ক্ষেত্ৰত তেওঁ সাহিত্যৰথী বেজবৰুৱাক অনুসৰণ কৰিছিল। তেওঁৰ মতে বেজবৰুৱাদেৱেই আধুনিক অসমীয়া সাহিত্যৰ সৰবৰাহী (ষ্টেণ্ডাৰ্ড) ভাষাৰ প্ৰবৰ্তক (স্মৃতিগ্ৰন্থ পৃ- ৩৬/৪২)। তেতিয়াৰ ছাত্ৰসংঘৰ মুখপত্ৰিকা 'মিলন'ৰ সম্পাদনা সমিতিত তেওঁ আছিল। আৰু তাত নিজৰ ৰীতি-নীতি বেছিকৈ প্ৰয়োগ কৰিব খোজাত আন দুই এক সভ্যৰ লগত তৰ্কও হয়। এনে বিষয়ত কেতিয়াবা সাহিত্যৰথী বেজবৰুৱাদেৱৰ মধ্যস্থতাও বিচৰা হয়। সাহিত্যৰ ক্ষেত্ৰত ৰক্ষণশীল হ'লেও সমাজ, সাম্প্ৰদায়িকতা, ৰাজনীতিত উদাৰ মনোভাবৰ আছিল। গান্ধীজীৰ আদৰ্শক সন্মান দিছিল। ১৯২১ চনত মহাত্মাজীৰ অস্পৃশ্যতা বৰ্জন আৰু সমাজসেৱাৰ বাণীক সন্মান দি বন্ধুবৰ স্বৰ্গীয় শশীচন্দ্ৰ বৰবৰুৱাৰে সৈতে কটন কলেজৰ ছাত্ৰাবাসৰ শৌচাগাৰো চাফা কৰিছিল।

সাহিত্যত ৰক্ষণশীলতা আৰু সাহিত্যৰথীৰ প্ৰতি অগাধ ভক্তিতে তেওঁৰ প্ৰথম 'জোনাকী মেল'ৰ পাতনি মেলে সৰুচৰাই চাহ বাগিচাত কাম শিকি থকাৰ সময়ত ১৯২৯/৩০ চন মানত। শশীচন্দ্ৰ বৰবৰুৱাদেৱে স্বৰ্গীয় পাৰ্বতিপ্ৰসাদ বৰুৱাৰ স্মৃতিগ্ৰন্থত কৈছে যে 'অসম সাহিত্য সভাৰ নিয়মাৱলীখন খুঁত লগা হৈ আছিল। অসম ছাত্ৰ সম্মিলনৰ নিয়মাৱলীৰ দৰে নিখুঁত কৰিবৰ অভিপ্ৰায়ে 'চন্দ্ৰকান্ত অভিধান'ৰ পৃষ্ঠাই পৃষ্ঠাই কৰা ভুলবোৰ আঙুলিয়াই দি নতুন শুদ্ধ সংস্কৰণ কৰাৰ ব্যৱস্থা লোৱাবলৈ আৰু ৰসৰাজ

বেজবৰুৱাদেৱৰ স্মৃতিৰক্ষাৰ প্ৰস্তাৱ সূচাবলৈ আমি সকচৰাইত (যোৰহাটৰ ওচৰৰ বাগিচা) পাৰ্বতিপ্ৰসাদ বৰুৱাৰ নেতৃত্বত 'জোনাকী মেল' নাম দি সাহিত্য সভাৰ শাখা এটি কৰি লৈছিলোঁ। ইয়াৰ সভ্য আছিল — স্বৰ্গীয় সুৰেন্দ্ৰনাথ বুঢ়াগোহাঁই, স্বৰ্গীয় সৰ্বেশ্বৰ বৰচেতিয়া, স্বৰ্গীয় শশীপ্ৰসাদ বৰুৱা, স্বৰ্গীয় যোগকান্ত বৰুৱা আৰু আমি দুয়ো। 'জোনাকী মেল'ৰ উদ্দেশ্য আমি প্ৰায় আটাইখিনিকে কাৰ্যত পৰিণত কৰিছিলোঁ।" (পৃ-২৩)

অসমীয়াৰ অসমীয়াত্বৰ প্ৰতি মূল্যবোধতে স্বভাৱ কবিৰ কবিতা, গীতৰ কথাত আৰু সুৰত অসম আৰু অসমৰ প্ৰকৃতিয়ে, অসমীয়া বাপতি সাহোন সুৰে ৰঞ্জিত হৈ আছিল। গীত, কবিতাত প্ৰকৃতিৰ সূক্ষ্ম বস্তুটিয়েও অনিন্দ্য ৰূপত প্ৰকাশ পাইছিল। যিখিনি সময়ত "বনদেৱী যত সখী, বনত আমি নাচিছোঁ" বুলি গাউন পিন্ধি নচা 'থিয়েটাৰ'ৰ 'চোকোৰা'ৰ গানক গান বুলিছিল, সেই সময়ত 'আহিন মহীয়া শেৱালি সৰিলে, নিয়ৰত তিতিলে বন" বা "হেৰৌ বলিয়া নয়ন ভৰি ভৰি চা'ৰ দৰে সহজ-সৰল কথা আৰু নামৰ সুৰত গোৱা সংগীতক আধুনিক গান বুলি প্ৰতিষ্ঠা কৰাৰ প্ৰয়াসো সুৰৰ জগতলৈ সলনি অনাৰ এটা বলিষ্ঠ পদক্ষেপ। তেনেকৈ পাৰ্বতিপ্ৰসাদ আৰু তেওঁৰ সহযোগীসকলৰ চেষ্টাতে শিৱসাগৰৰ নাটঘৰত বেজবৰুৱাদেৱৰ 'চক্ৰধ্বজসিংহ' নাটকৰ অভিনয় হয় আৰু তেওঁ নিজে লাচিতৰ ভাও লৈ ৰজাদিনীয়া সাজপাৰেৰে অসমীয়া পৰিৱেশত সুন্দৰভাৱে নাটক পৰিৱেশন কৰে। ইয়াৰ লগতে নাচৰ অনুশীলনো কৰিছিল। 'নিজৰী নৃত্য' নামৰ নাচ এটি সৃষ্টি কৰিছিল। আমাৰো যে পৃথিৱীৰ আন আন সভ্য জাতিৰ দৰেই এটা ঐতিহ্যপূৰ্ণ অতীত আছে, সুকীয়া সংস্কৃতি, ভাষা আৰু সাহিত্য আছে পাৰ্বতিপ্ৰসাদৰ ব্যক্তিত্বই, সাজপাৰ আৰু আচাৰ-ব্যৱহাৰে তাক যেন সগৌৰৱে ঘোষণা কৰি আছিল।

এইখিনিতে উল্লেখযোগ্য যে বেজবৰুৱা ডাঙৰীয়া ১৯৩০ চনত সপৰিবাৰে অসমলৈ আহোঁতে তেখেতক বিভিন্ন ঠাইত সম্বৰ্ধনা জনোৱা হয়। যোৰহাটত ২০ অক্টোবৰত সম্বৰ্ধনাৰ পিছত আয়োজন কৰা থিয়েটাৰত পাৰ্বতিপ্ৰসাদৰ 'নটৰাজ'ৰ নৃত্য দেখি বেজবৰুৱা ডাঙৰীয়াই খুব ভাল পায়। তেখেতৰ জীৱন সোঁৱৰণত তাৰ উল্লেখ কৰি কয় যে, "শ্ৰীমান পাৰ্বতিপ্ৰসাদ বৰুৱাই নটৰাজৰ নৃত্য দেখুৱাই সঁচাকৈয়ে আমাৰ বিস্ময় আৰু শ্ৰদ্ধা আকৰ্ষণ কৰিছিল। অসমীয়া ডেকা এজনৰ এনে কৃতিত্ব দেখি মই নিজকে গৌৰৱান্বিত বিবেচনা কৰিছিলোঁ ... পাৰ্বতিপ্ৰসাদক মই অন্তৰেৰে আশীৰ্বাদ কৰি সূচাওঁ, অসমৰ ডাঙৰ ডাঙৰ সত্ৰবোৰত, ঘাইকৈ কমলাবাৰী সত্ৰত পুৰণি কালৰ পৰা প্ৰচলিত classics চালিনাচ, ঝুমুৰা নাচকে আদি কৰি নটুৱাৰ নাচবোৰ তেওঁ আয়ত্ত কৰি সেইবোৰ সত্ৰৰ চাৰিবেৰৰ ভিতৰৰ পৰা বাহিৰলৈ আনি অসমীয়া অতুলনীয় নৃত্যকলা জগতবাসীৰ চকুৰ গোচৰ কৰে।" (বেজবৰুৱা গ্ৰন্থাৱলী, মোৰ জীৱন সোঁৱৰণ, পৃ- ১২৭)।

দেউতা মানুহজনক ওচৰৰ পৰা চাই বুজিছিলোঁ, তেওঁৰ ব্যক্তিত্বৰ মূলতে

ওতপ্ৰোতভাৱে জড়িত হৈ আছে তেওঁৰ চৰিত্ৰৰ নিৰ্ভীকতা। সুৰ আৰু পোহৰৰ সন্ধানৰ প্ৰথম পদক্ষেপতে তেওঁৰ জীৱনলৈ আহে পৰম বিষাদৰ দিন — যাৰ অনুপ্ৰেৰণা আৰু পথ নিৰ্দেশনাত নিজকে সুৰৰ খেলাত সঁপি দিছিল, সেই মৰমৰ ককাইদেৱেক ভগৱতীপ্ৰসাদৰ সপৰিয়ালে, সৰু ভনী প্ৰতিমাক একেলগে অকালতে হেৰুৱাব লগীয়া হ'ল। জীৱনৰ নিমজ গতিত হঠাতে যতি পৰিল। অৱসাদভৰা মনে বহু দিনলৈ সৃষ্টি হেঁপাহক হেৰুৱাই পেলালে। তাৰ পিছত এদিন এই বিষাদৰ 'মৰণ নিৰ্মালি' ৰূপে লৈ পুনৰ সুন্দৰৰ সাধনাত ব্ৰতী হ'ল, মনত যেন এটি নিৰ্ভয় দৃঢ়তালৈ। সেয়েহে আমি দেউতাক পৰম নিৰ্ভৰৰূপে পাইছিলোঁ। আইদেউতা স্বৰ্গীয়া হিমলা বৰুৱানীক দেখিছিলোঁ পুত্ৰ শোকৰ বেদনাই ব্যক্তিত্বক উদ্ভাসিত কৰা আৰু শংকৰ, মাধব, গান্ধীজী, ৰবীন্দ্ৰনাথৰ ভাব-আদৰ্শেৰে নিজৰ জীৱন সমাহিত কৰি লোৱা। ল'ৰা-ছোৱালী, নাতি-নাতিনীকো সেই আদৰ্শেৰে অনুপ্ৰাণিত কৰিছিল। দেউতাকো দেখিছিলোঁ বেদনাক জয় কৰি নিৰ্ভীকতাক প্ৰাণবন্ত হিচাপে লৈ সত্য, সুন্দৰৰ সেৱাৰে নিজৰ জীৱনক সমাহিত কৰিব পৰা শক্তি। কীৰ্তন, ঘোষা বেজবৰুৱা আৰু ৰবীন্দ্ৰনাথৰ ৰচনাৱলীয়ে ইয়াত নিশ্চয় ইন্ধন যোগাইছিল। জীৱনলৈ অহা সৰু-ডাঙৰ বিঘিনিত এই নিৰ্ভীক সংকল্পই দেখা পাওঁ। দেহৰ অসুস্থতাই বা আৰ্থিক অভাৱে কলাৰ সেৱাত বাধা জন্মোৱা নাছিল। স্বৰ্গীয় ককাইদেৱেকৰ স্মৃতিত সোণাৰিত ভগৱতী বৰুৱা উচ্চ মাধ্যমিক বিদ্যালয়, শিৱসাগৰ নাট্য সমাজৰ ৰঙ্গমঞ্চত 'ঘূৰণীয়া ষ্টেজ', গুৱাহাটীৰ অসম সভাৰ ভগৱতীপ্ৰসাদ বৰুৱা ভৱন সজাই অসমী আইৰ সেৱাৰ লগতে ককাদেৱেকৰ স্মৃতিত শ্ৰদ্ধা তৰ্পণ কৰি তেওঁৰ মনত সান্ত্বনা লভাৰ চেষ্টা কৰিছিল। অসমৰ য'ৰে পৰা সংস্কৃতিৰ মেলালৈ আহ্বান আহিছে, তাতে যোগদান কৰিছে — উত্তৰকালৰ যুৱশক্তিক প্ৰেৰণা যোগাইছে। মৃত্যুৰ এবছৰৰ আগেয়ে ৬০ চনত 'জোনাকী মেল'ৰ শেষ সভা গুৱাহাটীত পাতি যায় — বহুতো কবি, সাহিত্যিক, গীতিকাৰ, সাংবাদিক আদিক একেলগে থুপ খুৱাই। জীৱনে দিয়া প্ৰতিদিনৰ বিভিন্ন অভিজ্ঞতাৰ মাজত যিখিনি আনন্দ পোৱা যায়, সেয়াই যেন জীৱনৰ পৰম-ধন, অমূল্য 'সোণৰ সোলেঙ'। ৰবীন্দ্ৰনাথৰ ভাষাত তেওঁক যেন 'জীৱন মৃত্যু পায়েৰ ভৃত্য, চিত্ত ভাবনাহীন'। এই নিৰ্ভয়তাৰ আঁৰতে লুকাই থাকিল সকলো বেদনা, অভিমান আৰু নিৰাশাৰ চকুলো। এই নিৰ্ভীকতাই আমাক এটি শিকনি দিলে — জীৱনৰ বিঘিনিক আঁতৰাব নোৱাৰিলে, তাক মানিব পৰাকৈ মনক প্ৰস্তুত কৰিবলৈ। আৰু উত্তৰ কালৰ কলাৰ পূজাৰীলৈ চিৰ যুৱক মনৰ চিৰ অসমীয়া দেউতাই নিজ মাটিত সাহসেৰে প্ৰতিষ্ঠিত হোৱাৰ নিৰ্ভীকতা দি থৈ গৈছে তেওঁৰ গীতৰ অসমৰ মাটিৰ গোন্ধ থকা নিভাঁজ সৰল সুৰ আৰু কথাত। এই নিৰ্ভীকতাই বিশ্বৰ কলাৰ সভাত মিলি গৈও স্বকীয় বৈশিষ্ট্যক সগৌৰৱে প্ৰতিষ্ঠা কৰাৰ যোগ্যতাক অৰ্জন কৰাৰ শক্তি যোগাব। সেই আত্মচেতনা লভিলেহে আমি পূৰ্বসুৰীৰ উচিত মূল্য দিয়া হ'ব।

# অন্তৰ্জীৱনৰ কবি পাৰ্বতিপ্ৰসাদ

## নগেন শইকীয়া

পাৰ্বতিপ্ৰসাদ, এই নামটো উচ্চাৰণ কৰাৰ লগে লগে মনলৈ আহে তেওঁৰ কবিতা আৰু গীতৰ পুথি কেইখনিৰ অসমীয়া জন-ভাষাৰ পৰা বুটলি অনা সাধাৰণ কিন্তু অসাধাৰণ অৰ্থব্যঞ্জক নামকেইটালৈ- 'গুণগুণনি', 'ময়াপী', 'মৌ-টোকাৰী', 'ভঙা টোকাৰীৰ সুৰ', 'খেল ভঙা খেল', 'লখিমী', 'সোণৰ সোলেঙ', 'শুকুলা ডাৱৰ ঐ কইঁৱা ফুল' আৰু 'লুইতী'লৈ। 'শুকুলা ডাৱৰ ঐ কইঁৱা ফুল' আৰু 'খেল ভঙা খেল'ৰ বাহিৰে তেওঁৰ বাকী পুথি কেইখন তেওঁৰ জীৱিত কালতেই দুষ্প্ৰাপ্য হৈ পৰিছিল; কেৱল মানুহৰ মুখে মুখে বাগৰি ফুৰিছিল 'নোবোলোঁ তোক সোণৰ অসম', 'হেৰ বলিয়া নয়ন ভৰি ভৰি চা', 'লুইতৰ চাপৰিত ক'ৰে নাৱৰীয়া' ইত্যাদি কেইটামান গীত। ১৯৮১ চনৰ মাৰ্চ মাহত 'পাৰ্বতিপ্ৰসাদ বৰুৱা-ৰচনাৱলী' প্ৰকাশিত হোৱাৰ পিছত পাৰ্বতিপ্ৰসাদ বৰুৱাক অসমীয়া মানুহে ন-কৈ বুজি পোৱাৰ সুবিধা হ'ল। ১৯৭৯ চনৰ ৭ জুনত সোণাৰিত আয়োজন কৰা 'পাৰ্বতিপ্ৰসাদ বৰুৱা সোৱঁৰণী দিৱস'লৈ বিশিষ্ট অতিথি হিচাপে নিমন্ত্ৰিত হৈ, সভাতে পাৰ্বতিপ্ৰসাদ বৰুৱাৰ ৰচনাৱলী প্ৰকাশৰ বিষয়ে কোৱাত, সভাৰ শেষত শ্ৰীযুত (এতিয়া স্বৰ্গীয়) পৱনাথ শৰ্মা ডাঙৰীয়া আৰু পাৰ্বতিপ্ৰসাদৰ জ্যেষ্ঠ পুত্ৰ প্ৰণৱিৰাম বৰুৱাই এই বিষয়টো গুৰুত্ব সহকাৰে আলোচনা কৰে। শ্ৰীযুত বৰুৱাই, অসম সাহিত্য সভাই প্ৰকাশৰ দায়িত্ব ল'লে অৰ্থ সাহাৰ্য আগবঢ়োৱাৰো আশ্বাস দিয়ে। মই ১৯৮০-৮১ চনত পুনৰ অসম সাহিত্য সভাৰ প্ৰধান সম্পাদকৰ দায়িত্ব লোৱাৰ সময়ত পৱনাথ শৰ্মা ডাঙৰীয়াৰ দ্বাৰা 'পাৰ্বতিপ্ৰসাদ বৰুৱা ৰচনাৱলী' সংকলন কৰোৱাই ১৯৮১ চনৰ মাৰ্চ মাহত অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশ কৰোৱাওঁ।

পাৰ্বতিপ্ৰসাদ, এই নামটিৰ লগত আধুনিক অসমীয়া গীত আৰু গীতি-কবিতাৰ বুৰঞ্জীৰ এটি অধ্যায় সমাৰ্থক হৈ পৰিছে। পাৰ্বতিপ্ৰসাদে ভাব, বিষয়, ৰূপ আৰু ৰসবোধৰ বিশিষ্টতাৰে আধুনিক অসমীয়া গীতি-সাহিত্য আৰু গীতি-কবিতাক এটি একক নতুন মাত্ৰা দান কৰি গৈছে। আধুনিক অসমীয়া সংস্কৃতিৰ নৱ ৰূপকাৰ জ্যোতিপ্ৰসাদৰ, বা

কঠিন আৰু কোমলৰ সমাহাৰ বিষ্ণুপ্ৰসাদৰ মাজত প্ৰকাশিত সমাজমুখী চেতনাৰ পৰিবৰ্তে পাৰ্বতিপ্ৰসাদৰ মাজত সাৰ পাই উঠিছে নিসংগ, আত্মমুখী এটি গভীৰ নিৰ্জনতাৰ সুৰ। তেওঁ যেন বাৰে বাৰে মুখামুখি হৈছে নিজৰ ভিতৰৰ সত্তাটোৰ লগত; এই সত্তাকে তেওঁ সম্বোধন কৰিছে এই সত্তাকে সোঁৱৰাই দিছে বহিৰ্বিশ্বৰ তথা বহিৰ্প্ৰকৃতিৰ ৰূপ-ৰস-গন্ধ-স্পৰ্শৰ কথা; সোঁৱৰাই দিছে ব্যক্ত জীৱন আৰু জগতৰ আঁৰত থকা বুজিব নোৱৰা কোনোবা অব্যক্তৰ ৰহস্যময় অস্তিত্বৰ কথা। তেওঁৰ ৰচনাত ইন্দ্ৰিয়গ্ৰাহ্য ৰূপৰ আঁৰত বিয়পি থকা অৰূপৰ জান-নেজান, ছয়া-ময়া ভাবনাটোৱেই নিয়ন্ত্ৰক শক্তি হৈ সুৰ আৰু শব্দ কঢ়িয়াই আনিছে। অন্তৰ্জীৱনৰ ব্যাখ্যাহীন অনুভৱৰ সুৰেই পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাৰ আধাৰ। অন্তৰ্ভাবনাৰ সুৰেই পাৰ্বতিপ্ৰসাদৰ গীতৰ আৰু কবিতাৰ শব্দৰো বাহক। পাৰ্বতিপ্ৰসাদৰ ৰচনা সেইবাবেই ভাবনা-প্ৰধান। ভাবনাক তেওঁৰ গীত আৰু গীতি-কবিতাৰ শব্দ আৰু সুৰে আত্মপ্ৰকাশৰ বাট উলিয়াই দিছে। ছন্দ তাত মাত্ৰাৰ অনুগামী নহ'বও পাৰে; বৰং ভাবনাৰ অনুগামী হৈ ধৰা দিয়ে। সুৰে তাত মাত্ৰা পূৰ্ণ কৰে। ফলস্বৰূপে, গদ্যময় যেন লগা, আৰু পাৰ্বতিপ্ৰসাদৰ ৰচনাৰ প্ৰসংগৰ পৰা আঁতৰাই চালে নীৰস যেন লাগিব পৰা শব্দ আৰু প্ৰকাশ-ভঙ্গীও তেওঁৰ ৰচনাত হৈ উঠিছে কবিত্ব-ভাব-ব্যঞ্জক-গভীৰ অথচ কোমল, ক'ৰবাত বিষাদ-গভীৰ, ক'ৰবাত আনন্দ-কোমল।

তেওঁৰ ৰচনাত ক'তো চঞ্চলতা নাই, উদ্দামতা নাই, ক'তো আৱেগৰ মেদ-বাহুল্য নাই; শৰতৰ দৰেই কোমল, স্নিগ্ধ, নিৰ্মল, শান্ত, অচঞ্চল ৰূপ তেওঁৰ গীত আৰু কবিতাৰ মাজত ব্যাপ্ত। পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতা ফেনে-ফোটোকাৰে বৈ অহা লুইত নহয়; হিমালয়ৰ গভীৰ খাদেদি বৈ অহা নিষ্কম্প-চিত্ত, ক্ষীণাংগী কিন্তু গভীৰ গংগাৰ যেন আগছোৱাৰ সুঁতিটি।

পাৰ্বতিপ্ৰসাদৰ কবিতাৰ প্ৰকাশভংগীত থকা স্বাভাৱিক গদ্য-কথনৰ ৰীতিটি তেওঁৰ ৰচনাৰ অন্যতম প্ৰধান বিশেষত্ব। শেষ বয়সত 'ৰামধেনু'ত প্ৰকাশিত তেওঁৰ কবিতাখিনিৰ মাজত এই বিশিষ্টতা অধিক স্পষ্ট হৈ পৰিছে। যেতিয়া তেওঁ কয়, 'মোৰ খেলৰ ৰংবোৰ/আৰু পিয়াহৰ পানীবোৰ/কোনোবাই মিহলাই/তেনেই লেটি-পেটি কৰিলে;/তুমিয়েই হ'বলা' তেতিয়া এই গদ্যগন্ধী, অজটিল, স্বাভাৱিক প্ৰকাশ-ভঙ্গীৰ ধেমেলীয়া যেন লগা সুৰটোৰ মাজত ব্যঞ্জিত হৈ উঠে অভ্যন্তৰৰ গভীৰ ক্ষতৰ পৰা নিঃসৰিত যন্ত্ৰণাৰ কৰুণ সুৰ। তেওঁ যেতিয়া কয়, 'মই যে হাৰিম/এইবাৰ খেলত ধুৰূপ; /তোমাৰ হাতত থৈছো লুকাই মৰণ-ক'লা তুৰুপ।/কোনহে তুমি,/ জীৱন-মৰণ আদ জীৱনৰ/তিন তাচ খেলৰ জুৱাৰী?/তোমাৰ লগত নোৱাৰি', তেতিয়া ভাবি বিস্মিত হ'ব লাগে কিমান অৱলীলাক্ৰমে কেইটামান সাধাৰণ শব্দৰ মাজত জীৱনৰ নিৰ্মম সত্য এটি তেওঁ ধেমেলীয়াকৈ কিন্তু হৃদয়ত ডাগ কাটি যোৱাকৈ দাঙি ধৰিছে।

পাৰ্বতিপ্ৰসাদৰ কবিতাৰ মাজত থকা এই অন্তৰ্ভেদী কাৰুণ্য সাধাৰণ মৃত্যু চেতনাৰ পৰা উদ্ভূত হোৱা নাই; উদ্ভূত হৈছে জীৱনৰ ভঙা-গঢ়াৰ বিশাল পটভূমিত কোনো অদৃশ্যৰ ইচ্ছাই হিয়াৰ আনন্দ কাঢ়ি লৈ যোৱা বেদনাৰ পৰা। বাস্তৱ-জীৱনৰ শোকৰ অভিজ্ঞতাই তাক কৰি তুলিছে আৰু অধিক গভীৰ। সেইবাবেইতো 'চকুলো নসৰা চকু' আৰু 'কান্দোন নুফুটা হিয়া'ৰ পৰা বাগৰি আহিছে চকুলো, আৰু ফুটিছে কান্দোন। তাৰ মাজত তেওঁ জীৱনৰ নিষ্ঠুৰ সত্যক দেখিছে, সেই সত্যক নিৰ্ভুলভাৱে অনুভৱ কৰিছে; আৰু দুখত ভাগি পৰিব খুজিও 'কলিজাতে ঢাকি থৈ কলিজাৰ হুল/সমুখলে' গাই যাবি গান' বুলি ভিতৰৰ মানুহটোক উছাহ দিছে। যি নিৰ্মম সত্য তেওঁ দেখা পাইছে, দেখা পাইছে নিৰ্মম ধেমালি, সেই সত্যকে তেওঁ মন্ত্ৰৰূপ দিছে তেওঁৰ গীতৰ মাজত আৰু তেওঁৰ কবিতাৰ মাজত। পাৰ্বতিপ্ৰসাদৰ মাজত 'সত্যদ্ৰষ্টা মন্ত্ৰস্ৰষ্টা' এই ঋষিত্ব অনুভৱ নকৰিলে তেওঁৰ গীত আৰু কবিতাৰ মৰ্মবাণী উপলব্ধি কৰা টান।

'ঋষিত্ব' বুলি ক'লে অনেকেই চক্ খাই উঠিব পাৰে। কাৰণ, 'ঋষিত্ব'ৰ লগত যেন বেদ-উপনিষদৰ আধ্যাত্মিক সত্যহে জড়িত এনে এটা ধাৰণা আমাৰ পৰম্পৰাত প্ৰৱাহিত হৈ আহিছে। কিন্তু আধ্যাত্মিক সত্যৰ পৰিধিয়ে বৰ বহল আৰু সি জীৱনৰ যি কোনো দিশকে সামৰি ল'ব পাৰে। সেই কথা সাধাৰণতে ভবা নহয়। তেনেকৈয়ে ভবা নহয় যে ঋষিত্বৰ সংজ্ঞাই সত্যদ্ৰষ্টা বিজ্ঞানী, শিল্পী, কবি প্ৰেমিক সকলোকে সামৰি ল'ব পাৰে। যথাৰ্থতে জীৱন সত্যক দেখা পোৱা আৰু তাক প্ৰকাশ কৰা সকলোৱেই 'ঋষি'। ঋষিত্ব প্ৰাপ্তি নঘটিলে কবিতা সৃষ্টি কৰা সম্ভৱ নহয় ঃ 'না ঋষি কুৰুতে স্তোত্ৰম্'। প্ৰতি গৰাকী মৌলিক কবিয়েই ঋষি। অৱশ্যেই 'মন্দঃ কৱিঃ যশোপ্ৰাৰ্থী' সকলৰ কথা আঁতৰাই থৈয়েই 'কবি'ৰ কথা ক'ব লাগিব। কবিতাৰ ধৰণেৰে কৰা সাজ-পোছাকেই কবিতা নহয়,- সেই সাজপোছাক ছন্দৰে হওক বা ছন্দহীন গদ্যৰে হওক। সত্যদ্ৰষ্টা কবিক প্ৰয়োজন-বিশেষে ছন্দই নিজেই লগ দিয়ে, নাইবা অনুভূত সত্য প্ৰকাশৰ বাবে যি ধৰণৰ বাণীৰূপে আহি কবিক ধৰা দিয়ে তেওঁ তাকে ব্যৱহাৰ কৰে।

পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাৰ বাণীৰূপ আৰু ছন্দসজ্জা সাৰ্থকভাৱে কেৱল পাৰ্বতিপ্ৰসাদৰ ভাৱনা আৰু অনুভৱ প্ৰকাশৰ বাবেই যথোপযুক্ত। যথাৰ্থতে সকলো মৌলিক লেখকৰে ৰচনা-শৈলী নিজৰ অন্তৰ্জীৱনৰ লগত সম্পৃক্ত হৈ থাকে। পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাৰ মাজতো পাৰ্বতিপ্ৰসাদৰ অন্তৰ্জীৱন পোত গৈ আছে। তেওঁ ব্যৱহাৰ কৰা উপমাদি অলংকাৰ, চিত্ৰকল্প, প্ৰতীক আদিয়েও তেওঁৰ জীৱন-বোধ আৰু জীৱন-দৃষ্টিভঙ্গীৰ পৰিচয় বহন কৰে। তেওঁৰ চৌপাশৰ জগতখনে যেন তেওঁৰ ভাবানুভূতি কঢ়িয়াব পৰা প্ৰতীক, উপমা, চিত্ৰকল্প তেওঁৰ চকুৰ আগত যেন চাৰিওফালে ওলোমাই থৈছে, তেওঁ হাত মেলিলেই হয়। অসমৰ গছ-গছনি, হাবি-বন, জান-জুৰি,

ডাৱৰ-কঁহুৱা, চৰাই-চিৰিকতি, পোক-পৰুৱা, নিয়ৰ-কুৰঁলী, এন্ধাৰ-পোহৰ, জোনাক-ৰ'দালি, গাঁৱৰ পঁজা, নিলগৰ চাপৰি, টুলুঙা নাও,- কি নাই তেওঁৰ গীত আৰু কবিতাত। তেওঁ যথাৰ্থতে অসমৰ এগৰাকী জাতীয় কবি। 'নোবোলো তোক সোণৰ অসম মাটিৰ অসম আই' ৰ দৰে কেইটিমান গীত আৰু কবিতাত ফুটি ওলোৱা দেশপ্ৰেমৰ বাবেই তেওঁ জাতীয় কবি নহয়; বৰং ক'ব পাৰি 'ৰূপসী বাংলা'ক নিজৰ কাব্যত অমৰ কৰা কবি জীবনানন্দ দাশ যি অৰ্থত বাংলাৰ জাতীয় কবি, পাৰ্বতিপ্ৰসাদো সেই অৰ্থত অসমৰ জাতীয় কবি।

সকলোৰেই কৈছে তেওঁ ঘৰুৱা শব্দ আৰু ঘৰুৱা ভাষা ব্যৱহাৰ কৰি গৈছে। হয়, তেওঁ জাতে-পাতে ঘৰুৱা অসমীয়া ব্যৱহাৰ কৰিছে। কিন্তু এনে ভাষা তথা শব্দাৱলী তেওঁৰ কষ্টোপাৰ্জিত ফচল নহয়, বৰং যি সাংস্কৃতিক পটভূমিত তেওঁ আৰু তেওঁৰ কবিসত্তা থিয় হৈ আছে, সেই সাংস্কৃতিক পটভূমিত জন্ম হোৱা আৰু বিকাশ লাভ কৰা শব্দাৱলী তেওঁৰ কবিসত্তাৰ লগত একাত্ম হৈ আছে। তাত নাৱে টুলুং-ভুটুং কৰে, বীণৰ তাঁৰ ছিগে, সুৰ সুৱদি হয়, আকাশত কপাহৰ জোলা উৰে, বতাহত কিহবাৰ ৰাগী ওপঙি থাকে, তাত কল্পনাও ময়াপী হয়, আমঠুৰ তেজ ছেটিয়াই ফুৰে, বুকুৰে অগনি লৈ ফুৰে, তৰাং পানীত মাণিক ভৰা নাও বুৰে, কলিজা ভাঙি চুচুৰ্মৈ হয়, মেঘে ওন্দোলাই আনে, লেক-লৌ পৰুৱাৰ লানি ওলায়, টোকাৰীত ঘূণে ধৰে, বুকুত কিহবাই খুন্দা মাৰি ধৰে, গেদেৰী টুপি পিয়ে— ইত্যাদি ইত্যাদি ধৰণৰ ঘটনাবোৰ ঘটে। অসমৰ গ্ৰামীণ জীৱন আৰু নৈসৰ্গিক জগতৰ লগত অবিশ্লিষ্ট ৰূপত বিকশিত এই বাকভংগীৰ লগত আজন্ম পৰিচয় নাথাকিলে কোনো লেখকৰ ৰচনাত লেখকৰ অন্তৰৰ ভাব-অনুভৱ প্ৰকাশ কৰিবলৈ স্বাভাৱিকভাৱে আৰু অৱলীলাক্ৰমে এই বাকভংগী ওলাই আহিব নোৱাৰে। অসমৰ গ্ৰামীণ জীৱন আৰু গ্ৰামীণ সংস্কৃতি এক গভীৰ জীৱন-বোধেৰে উজ্জীৱিত আৰু পৰিশীলিত হৈ আহিছে এহাতে বৈষ্ণৱ সংস্কৃতি আৰু সাহিত্যৰ দ্বাৰা, আৰু তাৰো বহু আগৰ পৰা বৈ অহা ভাৰতীয় সংস্কৃতিৰ মূল্যবোধৰ দ্বাৰা; আনহাতে প্ৰাগৈতিহাসিক কালৰ পৰা বিভিন্ন নৃ-গোষ্ঠী আৰু ভাষিক-গোষ্ঠীয়ে কঢ়িয়াই অনা বিশ্বাস, সংস্কাৰ আদিৰ সাৰবত্তাৰ দ্বাৰাও। অসমীয়া ভাষাৰ বাকভংগীৰ সাংস্কৃতিক পটভূমি বিচাৰ কৰোঁতে এই দিশবোৰো সমানেই বিবেচ্য হৈ পৰে। পাৰ্বতিপ্ৰসাদৰ দৰে কবি আৰু গীতিকাৰৰ ক্ষেত্ৰতো অসমীয়া জন-জীৱনৰ এই সাংস্কৃতিক পটভূমি সমান গুৰুত্বৰে বিবেচ্য। সন্দেহ নাই, পাৰ্বতিপ্ৰসাদৰ কবিমন আৰু শিল্পীসত্তা সমৃদ্ধ হৈ উঠিছিল ৰবীন্দ্ৰ- প্ৰতিভাৰ স্পৰ্শৰেও। কবিগুৰুৰ প্ৰায় দুহাজাৰ গীত তেওঁ গাব পাৰিছিল বুলি জনা যায়। ৰবীন্দ্ৰনাথৰ গীত, কবিতা, নাটক, নৃত্য-নাটিকাই মুগ্ধ কৰা পাৰ্বতিপ্ৰসাদৰ কবিসত্তাই যেন ৰবীন্দ্ৰ-ৰচনাৰ মাজত থকা অৰূপ-ৰূপৰ খেলাৰ ৰহস্য 'নিচিনি চি-নিলে'; অনেকে ভবাৰ দৰে তেওঁ

ৰবীন্দ্ৰনাথৰ দ্বাৰা পোনপটীয়াকৈ প্ৰভাৱিত হৈ গীত আৰু কবিতা লিখিছে বুলি ভাবিলে পাৰ্বতিপ্ৰসাদৰ মৌলিক সৃজনী-প্ৰতিভাক অস্বীকাৰ কৰা হ'ব। বৰং ক'ব পাৰি ৰবীন্দ্ৰ-প্ৰতিভাৰ স্পৰ্শই পাৰ্বতিপ্ৰসাদৰ মাজত থকা শিল্পীসত্তাটি জগাই তুলিলে। যি ৰহস্য তেওঁৰ মনৰ মাজত প্ৰশ্ন হৈ আছিল, সেই ৰহস্যৰ যেন তেওঁ জান-নেজান ওৰ এটি পালে। ই প্ৰভাৱ নহয় স্পৰ্শ। তেওঁৰ গীত আৰু কবিতাত, 'সোণৰ সোলেং' আৰু 'লখিমী'তো তাৰ ছিটিকনি পৰিছে। পাৰ্বতিপ্ৰসাদ কিন্তু সমৃদ্ধ হৈছে নিজৰ ভিতৰৰ ভাৱ-সম্পদেৰে। আটাইতকৈ গুৰুত্বপূৰ্ণ কথাটো হ'ল যে জ্যোতিপ্ৰসাদৰ দৰেই পাৰ্বতিপ্ৰসাদেও নিভাঁজ অসমীয়া সুৰ বিচাৰি ফুৰিছিল; আৰু তাৰবাবে অসমীয়া গণখীয়া নাম, বিয়ানাম, আইনাম আদিৰ সুৰত গীত ৰচনা কৰিবলৈ লৈছিল বুলি তেওঁ নিজেই কৈ গৈছে। জ্যোতিপ্ৰসাদৰ প্ৰতি তেওঁ আকৃষ্ট হোৱাৰো ই আছিল অন্যতম প্ৰধান কাৰণ। পাৰ্বতিপ্ৰসাদৰ গীতক আইনাম, বিয়ানাম, বনগীতৰ সুৰৰ স্পৰ্শই এটি বিশিষ্ট জাতীয় সাংস্কৃতিক চৰিত্ৰ দান কৰি থৈ গৈছে। জীৱনৰ সকলো ক্ষেত্ৰতে অসমীয়া জীৱন আৰু সংস্কৃতিৰ ভালখিনি ঘঁহি-পিহি নতুন যুগৰ উপযোগীকৈ ব্যৱহাৰ কৰাৰ বাবে সচেতন প্ৰয়াস কৰি যোৱা পাৰ্বতিপ্ৰসাদৰ মাজত যিদৰে জাতীয় ঐতিহ্য আৰু আধুনিকতাই এক বিৰল সমন্বয় লাভ কৰিছিল; তেওঁৰ গীত আৰু কবিতাৰ অন্তৰ্মুখী ভাবে যেতিয়া প্ৰকাশৰ বাট বিচাৰিছে তেতিয়াও ঐতিহ্যৰ পৰা আহৰণ কৰা পৰিচ্ছদ আধুনিক জীৱনৰ উপযোগীকৈ সজাই লৈছে। তেওঁৰ কবিতাত আহিন আৰু ফাগুণ থাকিলেও শৰৎ আছে অনেক ঠাই জুৰি। সেইবাবে তেওঁক শৰতৰ কবি আৰু গীতিকাৰ বোলাৰ প্ৰবণতা এটিও আছে। কিন্তু শৰৎ অনেক সময়ত উৎস আৰু আধাৰ হ'লেও লক্ষ্য নহয়; লক্ষ্য তেওঁৰ অন্তৰ্জীৱনৰ ঘাত-প্ৰতিঘাত, সুখ-দুখ, আশা-নিৰাশা; লক্ষ্য এই সকলোৰে আঁৰত ক্ৰিয়াশীল ৰহস্যময়জনো।□

# পূজনীয় দেউতা

## প্ৰণৱিৰাম বৰুৱা

শিৱসাগৰৰ দিখৌ নৈৰ পাৰত ১৯০৪ চনৰ ১৯ আগষ্টত স্বৰ্গীয় দেউতাৰ জন্ম হয়। ১৯৬৪ চনৰ ৭ জুনত সোণাৰীৰ 'সোণালী-পামত' তেখেত স্বৰ্গী হয়। ২৫ বছৰৰ আগেয়ে ইহসংসাৰ ত্যাগ কৰিলেও দেউতাৰ সান্নিধ্যৰ অনুভূতি আমাৰ মনত এতিয়াও একে উজ্জ্বলভাৱে সজীৱ হৈ আছে। দেউতা বুলিলেই শান্ত, সৌম্য, ব্যক্তিত্বৰে পূৰ্ণ, নিৰ্ভীক সুন্দৰ চেহেৰাৰ ছবিখন মোৰ মানস পটত সজীৱ হৈ উঠে।

দেউতা মানুহজনক বা তেওঁৰ ব্যক্তিত্ব, প্ৰতিভাক ভালকৈ বুজি শুনি উঠাৰ আগতেই তেখেতক আমি হেৰুৱাওঁ। কিন্তু সেই ব্যক্তিত্ব আৰু নিৰ্ভীকতাৰ প্ৰভাৱ, তেখেতৰ প্ৰতিভাৰ ছাপ আমাৰ আত্মাৰ লগত সানমিহলি হৈ একাকাৰ হৈ আছে। আৰু তাৰ চিৰ উদ্ভাসিত ৰেঙণিৰে আমাৰ জীৱনৰ বাট বুলাত উদ্‌গনি দি আহিছে।

কবি হিচাপে, গীতিকাৰ, গায়ক, অভিনেতা হিচাপে দেউতাৰ প্ৰতিভাৰ কথা অসমৰ ৰাইজে সোঁৱৰে। সন্তান হিচাপে দেউতাক নিচেই ওচৰতে পাই আমি দেউতা মানুহজনৰ নিৰ্ভীক ব্যক্তিত্বৰ ছাঁত ডাঙৰ হৈ দেউতাক কেনেকৈ চাবলৈ শিকিছিলো তাৰেই আভাস অলপ দাঙি ধৰিছোঁ পঢুৱৈ ৰাইজলৈ।

ভাৰতবৰ্ষৰ এটি কোণৰ অসম ৰাজ্যৰ দিখৌৰ পাৰত জন্ম লোৱা দেউতাই অসমক, অসমৰ প্ৰকৃতিক ভাল পাবলৈ শিকিছিল। গান আৰু কবিতাত সেয়েহে প্ৰকৃতিৰ সূক্ষ্ম বস্তুটিয়েও প্ৰাধান্য লাভ কৰিছিল। দিখৌৰ বুকুত ভাহি অহা লেকমৌ পৰুৱাই, শৰতৰ বগা মেঘ, নিৰ্মল আকাশ, আকৌ কবি কল্পনাত ভাহি উঠা ইকৰা পাতৰ নাও সাজি কলমৌ ঠাৰিৰে পেঁপা বজাই বনগীত গোৱাৰ দৃশ্য— সকলোৰে অসমৰ বিনন্দীয়া প্ৰকৃতিক প্ৰতিভাত কৰিছিল। অসমৰ কলা, অসমৰ সংস্কৃতি, অসমৰ গৌৰৱময় ঐতিহ্যক আত্মাৰে অনুভৱ কৰিছিল। সেয়েহে জীৱন পথত আগবাঢ়োতে সময়ে অনা বাধা বিপত্তিৰ মাজতো প্ৰতি ক্ষণতে নিজৰ অসমীয়াত্বক গৌৰৱেৰে প্ৰতিষ্ঠা কৰিবলৈ যত্ন কৰিছিল।

আমি জানো যে বৃটিছে অসম দেশ লোৱাৰ পাছত অসমীয়া ভাষাই স্বীকৃতি হেৰুৱাইছিল। তেতিয়া বহুতো অসমীয়া মানুহে নিজৰ সভ্যতা, সংস্কৃতিক আনতকৈ হেয় বুলি ভাবি তাৰ প্ৰসাৰৰ যত্ন নকৰি আনৰ সংস্কৃতিক অনুকৰণ কৰিবলৈ বিচাৰিছিল। এই নীচাত্মিকা মনোবৃত্তিৰ কাৰণেই অসমীয়াই শঙ্কৰ মাধৱৰ ঐতিহ্যৰে ভৰা নিজৰ ভাষাটোকে হেৰুৱাব লগা হৈছিল। তাৰ পাছত সাহিত্যৰথী বেজবৰুৱা, চন্দ্ৰকুমাৰ

আগৰৱালা, আনন্দৰাম ঢেকীয়াল ফুকন আদিৰ যত্নত ভাষাই স্বীকৃতি পালেও এচাম লোকৰ অৱহেলাত এতিয়াও আমি ভাষা আৰু জাতিক জীয়াই ৰাখিবলৈ যুঁজিব লগা হৈছে। দেউতাইতেও যুঁজিছিল। দেউতাৰ অসমীয়াত্বৰ মূল্যবোধৰ মাপকাঠি ইমান ওপৰত আছিল যে দেউতাৰ প্ৰভাৱত আমাৰ ঘৰখনেই, পৰিয়ালে অসমীয়া বুলি গৌৰব অনুভৱ কৰিছিলো।

নিজৰ সভ্যতাক বা বৈশিষ্ট্যক মূল্য দিয়া সকলেহে বিশ্বৰ বিভিন্ন প্ৰতিভাক আৰু সংস্কৃতিক মূল্য দিব জানে। আকৌ তাৰ প্ৰভাৱত নিজৰ বৈশিষ্ট্যক তেতিয়া তেওঁলোকে হেৰুৱাই নেপেলায়। দেউতাৰ ক্ষেত্ৰতো সেই কথাই খাটে। সৰুৰে পৰা গানৰ চৰ্চা কৰা দেউতাই বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ প্ৰতিভাক ভক্তিৰে আদৰিছিল। সেই সময়ৰ ভাৰতীয় সাহিত্যিকৰ লিখনিত তেওঁৰ প্ৰভাৱ পৰাটোৱে স্বাভাৱিক কথা। দেউতাৰ লিখনিত সেই প্ৰভাৱ থাকিলেও সি অসমীয়া সুৰ আৰু মাতৰ লগত বিলীন হৈ গৈছিল। তাকেই অন্ধভাৱে অনুকৰণ কৰা নাছিল। সেই সময়ত অসমীয়া নাটক, গীতৰ সুৰ আদিত বঙলুৱা প্ৰভাৱ পৰিছিল। বঙালীৰ নাটকৰ অসমীয়া অনুবাদ কৰি তাৰ অভিনয় কৰা হৈছিল। বঙালী সুৰৰ গীত গাইছিল। দেউতাৰ চেষ্টাতে শিৱসাগৰৰ নাটঘৰত বেজবৰুৱাৰ "চক্ৰধ্বজ সিংহ"ৰ অভিনয় হয় আৰু দেউতাই নিজে লাচিতৰ ভাও লৈ অসমীয়া সাজ-পাৰ অসমীয়া পৰিৱেশত সুন্দৰভাৱে নাটক পৰিৱেশন কৰে। সেইদৰে অসমীয়া আইনাম, বৰগীত, বিয়ানামৰ সুৰ গীতত প্ৰকাশ কৰিবলৈ চেষ্টা কৰে। 'আহিন মহীয়া শেৱালি সৰিলে নিয়ৰত তিতিলে বন' গীতটিত নিভাঁজ অসমীয়া ঘৰুৱা শব্দ, অসমৰ শৰত কালৰ চিনাকি প্ৰকৃতিৰ লগত অসমীয়া সুৰ সংযোজন কৰি তাক পৰিৱেশন কৰে আৰু দৰ্শক শ্ৰোতাৰ আদৰত নিজৰ সাফল্যৰ লগতে অসমীয়াৰ নিজত্ব প্ৰতিষ্ঠাত সাফল্য লভা বুলি গৌৰববোধ কৰে। আমাৰো যে পৃথিৱীৰ আন আন সভ্য জাতিৰ দৰেই এটা ঐতিহ্যপূৰ্ণ অতীত আছে, সুকীয়া সংস্কৃতি, ভাষা আৰু সাহিত্য আছে- দেউতাৰ ব্যক্তিত্বই, সাজপাৰ আচাৰ ব্যৱহাৰেৰে তাক যেন সগৌৰৱে ঘোষণা কৰি আছিল। পৃথিৱীৰ সংস্কৃতিৰ বৰমেলাত সমানে আগভাগ লৈ বিশিষ্ট হৈ জিলিকিব পৰা সেই ব্যক্তিত্ব। আমাৰ আজিৰ ডেকা চামৰ তেনে এক ব্যক্তিত্বৰ নেতৃত্ব আৰু তেনে পোহৰৰ ছাঁত আগবাঢ়ি যোৱাৰ প্ৰয়াস কৰাই আজি অতি প্ৰয়োজন হৈ পৰিছে।

এই ব্যক্তিত্বৰ মূলতে ওতপ্ৰোতভাৱে জড়িত হৈ আছে দেউতাৰ চৰিত্ৰৰ নিৰ্ভীকতা। এই নিৰ্ভীকতাই দেউতা মানুহজনৰ প্ৰাণবস্তু। দৈনন্দিন জীৱনৰ বহু সৰু সৰু কথাও এনে নিৰ্ভীকতাক — জীৱনক উলাই কৰি গ্ৰহণ কৰিব পৰা সাহস আমি দেখি আহিছোঁ। সুন্দৰৰ পূজাৰী কলাৰ সাধক মনটোৱে ব্যক্তিগত অৰ্থাৎ শাৰীৰিক, মানসিক কোনো বাধাৰে বশ্যতা স্বীকাৰ কৰা নাই। নিয়তিৰ পৰিহাসত পৰি যেতিয়া অনুভৱ কৰিছে — 'জীৱন যদি হেৰালে তোৰ মৰণ যদি নাই- কি গতি হ'ব হায় দুৰ্কপলীয়া' তেতিয়াই মনৰ

বল গোটাই লৈ কৈছে — 'জীৱনভৰা দুখৰ বোজা সাহসেৰে বওঁ, তোমাৰ চৰণ ধৰি প্ৰভু থিৰেৰে মই ৰওঁ।' আৰু দৃঢ়তাৰে সংকল্প লৈ গাইছে— 'তোৰ নাই যে বন্ধোৱা বাট তোৰ পদে পদে আছে কতনো উজুতি কত ঘাত- প্ৰতিঘাত' তথাপি — 'তই জিনিব লাগিব ভয়, তই আনিব লাগিব জয়।' জীৱনৰ পদে পদে এই নিৰ্ভীক সংকল্পই দেখা পাওঁ। অসমৰ চতুৰ্থখন বোলছবি 'ৰূপহী'ৰ প্ৰযোজক, পৰিচালক আছিল দেউতা। অসমৰ প্ৰাকৃতিক দৃশ্যৰ বহিৰ্দৃশ্য গ্ৰহণ কৰাৰ পাছত কলিকতা ষ্টুডিঅ'ত সেইবোৰ 'ডেভলপ' কৰিবলৈ গৈ দেখে সেই সকলোবোৰে নষ্ট হ'ল। বহুদিনৰ পৰিশ্ৰমৰ লগতে আৰ্থিক ক্ষতি যথেষ্ট হোৱা সত্ত্বেও দেউতাই দৃঢ় মনেৰে কলিকতাৰ 'ষ্টুডিঅ'তে পুনৰ "আউট ডৰৰ ছবিসমূহ লৈ ছবিখন সম্পূৰ্ণ কৰে। চাহ ব্যৱসায়ী দেউতাই বহুত সময়ত আৰ্থিক সমস্যাত পৰিছিল। কিন্তু কলাৰ সেৱাত সি বাধা জন্মোৱা নাছিল। এবাৰ দেখিছো কাবুলীৰ পৰা অৰ্থ-সাহায্য লৈ বাগিছাৰ আৰ্থিক সমস্যাৰ সমাধান কৰিছে। পিছ মুহূৰ্ততে ৰবিশঙ্কৰৰ চেতাৰ বাদন শুনিবলৈ আনন্দ মনেৰে ওলাই গৈছে। ব্লাড প্ৰেচাৰত দেহৰ এটা অংশ অৱস হোৱাৰ পিছতো বিচনাত পৰি থকা নাই। অসমৰ যৰে পৰাই সংস্কৃতিৰ মেলালৈ আহ্বান আহিছে তাতে যোগদান কৰিছে— উত্তৰ কালৰ যুৱশক্তিক প্ৰেৰণা যোগাইছে। বাবষ্ঠি চনৰ চীনা আক্ৰমণৰ সময়ত যেতিয়া ভাৰতীয় সৈন্যই পিছ হুঁহকি অসম ত্যাগ কৰিছিল তেতিয়া অসমীয়াৰ নৈতিক মনোবলৰ বৰ আৱশ্যক হৈছিল। অসমৰ বিভিন্ন শিল্পীয়ে বাটে বাটে গীত গাই সেই প্ৰেৰণা আনিবলৈ চেষ্টা কৰিছিল। সেই সময়ত দেউতাইও শিল্পীসকলক উৎসাহ দি পঙ্গু দেহাৰেই ট্ৰাকত উঠি গুৱাহাটী চহৰৰ চৌপাশে দেশপ্ৰেমৰ গান গাই ফুৰিছিল। আন এবাৰ "এৰা বাটৰ সুৰ" ছবিখনৰ শুটিং চলি থাকোতে অৱস শৰীৰ লৈ ডাংকোলাৰে দেউতা 'চুটিং' চাবলৈ অহাত নটসূৰ্য ফণী শৰ্মাই কলাগুৰু বিষ্ণুৰাভাক কোৱা শুনিছিলো— 'সৌৱা চোৱা সংস্কৃতিৰ যুদ্ধক্ষেত্ৰলৈ নবীয়া গাৰে লাচিত আহিছে আমাক প্ৰেৰণা যোগাবলৈ।"

বিকল শৰীৰ বা মনে পঙ্গু কৰিব নোৱাৰা চিৰদিনৰ যুৱক মনৰ চিৰ অসমীয়া দেউতা আজি আমাৰ মাজত নাই কিন্তু নিৰ্ভীক ব্যক্তিত্বৰ প্ৰভাৱ তেওঁৰ জীৱনৰ মাজেৰে তেওঁৰ গানত, কবিতাত এৰি থৈ গৈছে। শিল্পীৰ জীৱনৰ বাট সেইদিনাই সফল হ'ব— যিদিনা উত্তৰ কালৰ কলা সেৱকে তেওঁৰ আদৰ্শক মূল্য দি তাৰ প্ৰেৰণাৰে কলাৰ বন্তিগছি জ্বলাবলৈ শিকিব। তেওঁৰ আদৰ্শত অনুপ্ৰাণিত হৈ নিজকে অসমীয়া বুলি গৌৰৱ কৰাৰ যোগ্যতা আৰ্জি বিশ্বৰ সংস্কৃতিৰ বৰ সবাহত নিৰ্ভীক চিত্তে যোগদান কৰিবলৈ আগবাঢ়ি পৰিব। নিজক জীয়াই ৰখাৰ যুঁজ কৰিবলগীয়া হোৱা প্ৰতি অসমীয়াৰ আজি সেই নিৰ্ভীকতাই আৱশ্যক হৈছে যি স্বকীয় বৈশিষ্ট্যক গৌৰৱেৰে প্ৰতিষ্ঠা কৰিব পৰা সাহস আৰু আত্মচেতনাক আনিব পাৰিব। □

*মূল প্ৰবন্ধৰ নাম পূজনীয় দেউতা পাৰ্বতিপ্ৰসাদ বৰুৱাৰ সৌঁৱৰণত*

# 'বাঁহী' যুগৰ প্ৰতিনিধি পাৰ্বতিপ্ৰসাদ বৰুৱা আৰু আধুনিক অসমীয়া কবিতা

**ভবেন বৰুৱা**

ভাৰতীয় ৰেনেছাঁছৰ ৰবীন্দ্ৰনাথৰ যুগটোৰ দুটা অন্তিম বঙ্গীয় পৰ্ব আছিল প্ৰমথ চৌধুৰীৰ 'সবুজপত্ৰ'ৰ যুগ আৰু সুধীন্দ্ৰনাথ দত্তৰ 'পৰিচয়'ৰ যুগ। আধুনিক অসমীয়া চেতনাৰ ক্ষেত্ৰত এবিধ অসম্পূৰ্ণতা প্ৰায় সদায়ে দেখা গ'লেও 'বাঁহী' যুগত ই আধুনিক বঙ্গৰ উচ্চ ধাৰাটোৰ বিশেষকৈ ৰবীন্দ্ৰনাথৰ দ্বাৰাও অনুপ্ৰেৰিত হৈছিল বুলিব পাৰি। সেই কাৰণে সেই সময়ৰ অসমীয়া মানসিকতাই এবিধ মূল্যবান পোহৰৰো প্ৰতিনিধিত্ব কৰিব পাৰিছিল।

'বাঁহী' যুগ আৰম্ভ হৈছিল ১৯০৯ চনৰ পৰা আৰু 'বাঁহী' যুগৰ কেন্দ্ৰীয় স্পিৰিট্‌টোৰে প্ৰতিনিধিত্বমূলক কবিতা হিচাপে দেখা দিছিল লক্ষ্মীনাথ বেজবৰুৱাৰ 'বীণ ব'ৰাগী'। দ্বিতীয় দশকৰ আৰম্ভণিৰ ফালে ওলোৱা এই কবিতাটো সাংস্কৃতিক ইতিহাসৰ পৰিপ্ৰেক্ষিতত বুজিবলৈ হ'লে আধুনিক বঙ্গীয় সংস্কৃতিত ওলোৱা 'সবুজপত্ৰ' নামৰ আলোচনীখনৰ ওচৰলৈও যাব পাৰি। ৰবীন্দ্ৰনাথেও প্ৰমথ চৌধুৰীৰ সম্পাদনাত ওলোৱা 'সবুজপত্ৰ'ৰ পথত এবিধ নতুন বাৰ্তা শুনাইছিল। প্ৰমথ চৌধুৰীৰ ক্ষেত্ৰত সেই 'সবুজপত্ৰ'ৰ নেপথ্যত অৱশ্যে ফৰাচী দাৰ্শনিক বেৰ্গছঁৰ elan vital তত্ত্বটোৰো প্ৰভাৱ আছিল। ৰবীন্দ্ৰনাথৰো 'বলাকা' পৰ্ব আছিল সেইটো — গীতাঞ্জলিৰ পিছত অহা পৰ্ব। ভাৰতীয় কবিতাত আনহাতে মহম্মদ ইকবালেও বেৰ্গছঁক অঙ্গীকৃত কৰি লৈছিল। ইকবাল বা প্ৰমথ চৌধুৰীৰ দৰে অসমীয়া লক্ষ্মীনাথ বেজবৰুৱায়ো বেৰ্গছঁ পঢ়িছিল বুলি ক'ব নোৱাৰোঁ; কিন্তু এবিধ অনুৰূপ জীৱনধৰ্মিতাৰ দৰ্শন তেওঁ 'বীণ ব'ৰাগী'ৰ পথতে প্ৰকাশ কৰিছিল বুলি ক'ব পাৰি। বেজবৰুৱাৰ 'বীণ ব'ৰাগী'ৰ আনন্দমুখী-জীৱনমুখী দৰ্শনৰ পথত চন্দ্ৰকুমাৰ আগৰৱালায়ো পিছত গান্ধীৰ আগমনৰ প্ৰতি সঁহাৰি জনাই এটা নতুন মাত্ৰা সংযোগ কৰি লিখিছিল 'বীণ ব'ৰাগী' নামৰ দ্বিতীয় অসমীয়া এই কবিতাটো। এইদৰে ইতিমধ্যে দুবাৰ প্ৰতিষ্ঠিত হোৱা আধুনিক যুগৰ অসমীয়াৰ 'বীণ ব'ৰাগী'য়ে পাৰ্বতিপ্ৰসাদৰ যোগেদি

'সোণৰ সোলেঙ'ত এবিধ মেটাৰলিষ্কীয়-ৰাবীন্দ্ৰিক চৰিত্ৰ লৈও তৃতীয়বাৰলৈ দেখা দিছিল — ১৯৩৩ চনৰ আগতেই। 'বীণ ব'ৰাগী' — কেন্দ্ৰিক তিনিওটা কবিতাই আছিল একোজন entepreneur অৰ মনৰো কবিতা।

'আবাহন' (১৯২৯) ওলাবলৈ ধৰাৰ বহুত আগতেই — দ্বিতীয় দশকৰ শেষ ভাগতে জ্যোতিপ্ৰসাদৰ দৰে 'বাঁহী' যুগতে ওলোৱা আৰু প্ৰতিষ্ঠা লাভ কৰা 'বাঁহী' যুগৰ কবি-গীতিকাৰ পাৰ্বতিপ্ৰসাদ বৰুৱা ১৯৩৩ চনৰ পিছৰে পৰাই এটা পাৰিবাৰিক দুৰ্ঘটনাৰ প্ৰবল আঘাতত বহুত দিনলৈ কাৰ্যক্ষেত্ৰত কবি হিচাপে নীৰব হৈ পৰিছিল। বহুত দিনৰ পিছত ভাৰতৰ স্বাধীনতা লাভৰ লগে লগে আৰম্ভ হোৱা নেহৰু যুগটোতে এই কবিজনে যেন নতুন পথত এটা জীৱন লাভ কৰিছিল। বহুত বছৰৰ নীৰৱতাৰ পিছত ১৯৫০ চনত তেওঁ লিখিছিল 'ছুফী' দাৰ্শনিক ভাবনাৰে 'চাকি'ৰ ছবি এখনো টানি আনি এই গীতটো ঃ

তোমাৰ প্ৰেমৰ ভোগজৰাটি

তোমাৰ প্ৰেমৰ ভোগজৰাটি
দিয়া বাকি,
মৰমিয়াল!
জীৱন হওক ভাল।
তোমাৰ প্ৰেমৰ ধলত পৰি,
উটি য'ক মোৰ জীৱনতৰী,
চিৰ-আনন্দৰ পাৰটি চাই —
উৰক শুকুলা পাল।
অসুন্দৰৰ মলিন ছায়া
দূৰলৈ নিয়া;
অ' ধুনীয়া!
তোমাৰ ৰূপ-অমৃত ঢালি
দিয়াচোন মোৰ নয়ন মেলি;
চিৰ সুন্দৰ ৰূপটি চাই
ভাগক ঘুমটি জাল।

কবিতা-গীতটোত থকা 'চাকি' যেন পাৰ্বতিপ্ৰসাদে উলিওৱা এখন ৰবীন্দ্ৰায়িত

ওমৰৰো 'চাকি' আৰু অসমীয়া 'ভোগজৰা' হাতত লৈও দেখা দিয়া এক ৰহস্যও।

পাৰ্বতিপ্ৰসাদে এই গীতটো ১৮৭২ শকৰ ৩০ ফাগুণত (১৯৫০ চনত) লিখিছিল বুলি পাৰ্বতিপ্ৰসাদ ৰচনাৱলীত দিয়া তথ্যই দেখুৱাইছে।

পাৰ্বতিপ্ৰসাদৰ জীৱনৰ এটা নতুন আৰম্ভণিৰ প্ৰতিনিধিত্বমূলক এই গীতটোৰ মাজেৰেই নেহৰু যুগত দেখা দিয়া নতুন পৰ্বৰ পাৰ্বতিপ্ৰসাদলৈ আমি যাব পাৰোঁ। সেই পৰ্বটোতে পঞ্চাছৰ দশকৰ শেষ ভাগৰ পৰা আৰু ষাঠিৰ দশকৰ আৰম্ভণিলৈ পাৰ্বতিপ্ৰসাদে আধুনিক সুৰত বা গদ্য ছন্দত কেইটামান আধুনিক কবিতা লিখিছিল। এই কবিতাকেইটা সিবোৰত থকা আধ্যাত্মিক-দাৰ্শনিক ভাবনাৰ এটা ঐতিহ্যৰ পোহৰখিনিৰ জোৰতে সেই সময়ৰ আধুনিক অসমীয়া কবিতাৰ ইতিহাসৰ এটা তাৎপৰ্যপূৰ্ণ অধ্যায় বুলিয়েই আজি বিবেচিত হ'ব পাৰে। সঙ্গীতকেন্দ্ৰিক এক জীৱন-দৰ্শনৰে এটা আধুনিক প্ৰকাশৰ আদৰ্শটো আছিল তাত।

> "যিমানেই সংসাৰৰ ভাৰ বাঢ়িব, উচ্ছৃংখলতাৰ আৰু অত্যাচাৰত আমাৰ জীৱন দুঃসহ হৈ উঠিব, সিমানেই পৰিপূৰ্ণ কোমল মাধুৰ্যৰ বিৱৰণে আমাক অসীম আৰু সুন্দৰৰ লগত সংশ্লিষ্ট ৰাখিব। যি এনেকুৱা সুন্দৰ হ'ব জানে আৰু মানুহৰ জীৱনৰ নিগূঢ় মধুৰ ৰস নিজৰ প্ৰাণত পাইছে, তেওঁলোকেই যেন নিজৰ কথা গান কৰে। তেওঁলোকেই যেন লিৰিক কবিতা লিখে, কাৰণ সেই এটি জ্যোতিঃসম্পদত সমস্ত মানৱ-জাতিৰ গৌৰৱ।
>
> অসীম য'ত সীমাৰ মাজত তাত ছবি; অসীম য'ত সীমাহীনতাত তাত গান। কবিতা উভচৰ। ছবিৰ মাজতো চলে। গানৰ মাজতো চলে। কিয়নো, কবিতাৰ উপকৰণ হৈছে ভাষা। ভাষাৰ এফালে অৰ্থ আৰু এফালে সুৰ। এই অৰ্থৰ যোগত ছবি গঢ়ি উঠে, সুৰৰ যোগত গান।" (পাৰ্বতিপ্ৰসাদ ৰচনাৱলী, পৃ-৩১৩)

পাৰ্বতিপ্ৰসাদৰ 'আধুনিক' কবিতাখিনি ৰবীন্দ্ৰনাথৰ 'গীতাঞ্জলি' আৰু 'গীতালি'ৰ পথৰ নহয়। গানৰ সুৰৰ পৰা দূৰত — পুৰণি কবিতাৰ ছন্দৰ পৰাও এটা দূৰত্বতে আছে। ইয়াত সঙ্গীতৰ অসীমতাৰ পৰিবৰ্তে চিত্ৰৰ সসীমতা বা সীমাৰ পৰিচয় বেছি উজ্জ্বল।

'লিপিকা'ৰ পিছত 'পুনশ্চ'ৰ পৰা 'শেষ লেখা'লৈকে পোৱা আধুনিক পৰ্বৰ ৰবীন্দ্ৰনাথৰ পথটোকো আধুনিক অসমীয়া কবিতাৰ ইতিহাসৰ লগত পাৰ্বতিপ্ৰসাদৰ এইখিনি কবিতায়েই গোপনে হ'লেও নিবিড়ভাৱে অন্বিত কৰি থৈ গ'ল। ৰবীন্দ্ৰনাথৰ 'লিপিকা'ৰ পথৰ কথা-কবিতাৰ লগতে ভগৱতীপ্ৰসাদৰ আধুনিকতাৰ এটা

সম্পৰ্ক আমি অনুভৱ কৰিব পাৰোঁ। আনহাতে, তেওঁৰ মৃত্যুৰ বহুকালৰ পিছত পাৰ্বতিপ্ৰসাদেই অসমীয়াক আধুনিক ৰবীন্দ্ৰনাথৰ শেষ পৰ্যায়টোৰ মাজলৈও অলপ তাৎপৰ্যপূৰ্ণ ৰূপত আগবঢ়াই দি থৈ গ'ল বুলি ক'ব পাৰোঁ।

'লিপিকা' (১৯২২) কাব্যগ্ৰন্থৰ পিছত 'পুনশ্চ' (১৯৩২) কাব্যগ্ৰন্থখনে ৰবীন্দ্ৰনাথৰ নতুন পৰ্বৰ কবিতাৰ ধাৰাটোৰ আন এটা পৰিচয় প্ৰকাশ কৰিছিল। এই পথতে 'পত্ৰপুট' (১৯৩৫) আৰু 'শ্যামলী' (১৯৩৬) ওলাইছিল। 'পটপুট'ত থকা এই কবিতাটোৰ পৰাই পাৰ্বতিপ্ৰসাদৰ আধুনিক কবিতাকেইটালৈ আহিবলৈ অলপ সহজ হ'ব —

উদাসীন

ফাল্গুনের রঙিন আবেশ
যেমন দিনে দিনে মিলিয়ে দেয় বনভূমি
নীরস বৈশাখের রিক্ততায়
তেমনই করেই সরিয়ে ফেলেছ হে প্রেমদা,
তোমার মদির মায়া
অনাদরে অবহেলায়।
একদিন আপন হাতে আমার চোখে
বিছিয়েছিলে বিহ্বলতা,
রক্তে দিয়েছিল দোল,
চিত্ত ভরেছিল নেশায়, *হে আমার সাকি,*
পাত্র উজাড় ক'রে
জাদুরসধরা আজ ঢেলে দিয়েছ ধুলায়।...

এই পথতেই আমি পাবগৈ পাৰো ৰবীন্দ্ৰনাথৰ 'সঞ্চয়িতা'ৰ শেষ কবিতাটো —

তোমার সৃষ্টিপথ

তোমার সৃষ্টির পথ রেখেছে আকীর্ণ করে
বিচিত্র ছলনাজালে
*হে ছলনাময়ী!*
মিথ্যা বিশ্বাসের ফাঁদ পেতেছ নিপুণ হাতে

সরল জীবনে।
এই প্রবঞ্চনা দিয়ে মহত্বেরে করেছ চিহ্নিত;
তার তরে রাখ নি গোপন রাত্রি।

পাৰ্বতিপ্ৰসাদৰ দৰে ৰমন্যাস যুগৰ অসমীয়া কবি কেইজনমানৰ বাবে এনে পথতো এবিধ 'আধুনিক' কবিতাৰ মাজলৈ অহাৰ সম্ভাৱনা আছিল। দেৱকান্ত বৰুৱাৰ প্ৰকাশিত শেষ কবিতা 'বিষকন্যা'ও এনে পথৰে (এটা পৰ্যায়ৰ) 'আধুনিক' অসমীয়া কবিতা।

পাৰ্বতিপ্ৰসাদ বৰুৱাই পঞ্চাছৰ দশকৰ আৰম্ভণিৰ পৰা লিখা আধুনিক ছন্দৰ কবিতাখিনিত ঘাইকৈ পাওঁ সুকীয়া সুকীয়া ৰূপত এখন বিশেষ ধৰণৰ খেল বা নাটকৰে কথা। এই নাটকখনত আমি যেন কবি আৰু কবিৰ 'জীৱন-দেৱতা'কো দেখা পাওঁ। ৰবীন্দ্ৰনাথৰ 'জীৱন-দেৱতা' 'নিয়তি' (Fate) নহয়, নিয়তিতকৈ উচ্চতৰ দাৰ্শনিক তত্ত্ব এটা তাত নিহিত হৈ আছিল আৰু আছেও। চন্দ্ৰকুমাৰেও তেওঁৰ 'অজেয়' নামৰ কবিতাটোত নিয়তিক সম্বোধন কৰি উত্তৰ দিছিল এক জীৱন-দেৱতাৰ উপলব্ধিৰেই। এই জীৱন-দেৱতাৰ তাৎপৰ্যখিনি এনে ধৰণৰ দাৰ্শনিক পোহৰতো আমি উপলব্ধি কৰিব পাৰোঁ —

"According to both the Upanishads and

সাধাৰণভাৱে এই ধৰণৰ গূঢ়াৰ্থ এটাৰ সূত্ৰতে বোধগম্য হৈ পৰিব পাৰ্বতিপ্ৰসাদৰ আপাত-দুৰ্বোধ্য 'আধুনিক' কবিতাকেইটাও।

ৰবীন্দ্ৰনাথৰ মৰমীয়া (mystical) চেতনাই প্ৰকাশ কৰি থৈ যোৱা জীৱন-দেৱতা আৰু চলনাময়ীৰ ছবি দুখনকে বিশেষকৈ পাৰ্বতিপ্ৰসাদ বৰুৱাই এটা অসমীয়া আধুনিক ৰূপত সজাই লৈ নিজৰ জীৱন-কাহিনী এটাও যেন ক'বলৈ লৈছিল — তেওঁৰ এনে 'আধুনিক' কবিতাতে —

চৰণ ছাব
গৰা খহনীয়াই ভাঙিলে পাৰ
পাৰতে সাজিলোঁ
ওমলা ঘৰ, জুপুৰী!
ঘৰ উটি বুৰি গ'ল।
দিনটো অনাই বনাই ফুৰিলোঁ
গধূলি বেলিকা

পাৰলৈ আহি চাওঁ—
ভঙা জুপুৰীটোৰ
খুঁটিকেইটা
থিয় হৈ আছে;
আৰু কেইটামান
চৰণ ছাব
— তোমাৰ।

ইয়াত কাৰ 'চৰণ ছাব'ৰ কথা কোৱা হৈছে? এয়া কেনে ধৰণৰ প্ৰেমৰ কাহিনীৰ কবিতা? গদ্যছন্দতে ৰোৱা সহজ-সৰল ভাষাৰ এই কথাখিনিক এক ৰহস্যবোধ আৰু প্ৰহেলিকাৰ ভাবেই এক প্ৰতীকী ব্যঞ্জনা দান কৰিছে। জীৱনদেৱতাৰ লগত কবিৰ সম্পৰ্কটো প্ৰেম আৰু যন্ত্ৰণাৰে সম্পৰ্ক বুলিয়েই আমি অনুভৱ কৰোঁ।

উদ্ধৃত কবিতাটোত 'ভঙা জুপুৰীটোৰ/খুঁটিকেইটা/থিয় হৈ আছে'' — এই ছবিখনৰ আঘাতটোৰেই মাৰাত্মক হৈ পৰিছে যদিও জীৱনদায়িনী তাৎপৰ্যৰ 'চৰণ ছাব'ৰ ছবিখনো সমান্তৰালভাৱেই আহিছে। আন এটা কবিতা হ'ল —

একেই
পোনতে তুমিয়েই
ভাল পাওঁ বুলি ক'লা
ইমান সৰহ জীৱনৰ ৰহ
ঢালি দিলা।
বানবাটি উপচি গ'ল,
ধেমালি কৰোঁতে
দুপৰ হ'ল।
হঠাৎ পিছল খালোঁ
সন্ধিয়া বেলিকা
চুৰ্চুমৈ হৈ
চকুৰে চকুৰে চালোঁ।
তুমিচোন সেই
একেই আছা
মইহে জুৰুলা হ'লোঁ।

'চুৰ্চুমৈ' শব্দটো ইয়াত এটা বিশেষ শক্তিশালী শব্দ, আৰু সেই চকুৰে চকুৰে চোৱাৰ মুহূৰ্তটোতে কবিতাটোৰ ক্লাইমেক্স। এটা নতুন — যেন আধ্যাত্মিক — উপলব্ধিৰো মুহূৰ্ত সেইটো। পাৰ্বতিপ্ৰসাদে পঞ্চাছৰ দশকতে লিখা এই কবিতাটোতো ৰূপকী-প্ৰতীকী তাৎপৰ্যৰ এবিধ কথাই আছিল। জীৱন-দেৱতাক বুজিবলৈ-চিনিবলৈ গভীৰভাৱে ধৰিবলৈ চলোৱা এক আধ্যাত্মিক-দাৰ্শনিক প্ৰয়াস ইয়াত আছিল। আনহাতে, আকৌ সেই পথটোলৈ আহিবলৈ পাৰ্বতিপ্ৰসাদৰ বুকুৰ মাজতে তেওঁ আচল 'বাঁহী' যুগটোতে গোৱা তেওঁৰ সেই অপৰূপ গীতটোৰ সাঙ্গীতিক মিষ্টিকেল শক্তিখিনি আছিল — 'কিহৰ বাগিত জলাকলা হ'লি, কোন পগলাৰ বিজয়মালা ল'লি?'

ৰবীন্দ্ৰনাথৰ জীৱন-দেৱতাৰ লগতে আমি সংযোগ কৰি ইতিমধ্যে দেখুৱাইছোঁ ৰবীন্দ্ৰনাথৰে শেষ বয়সৰ কবিতা এটাৰ 'বিচিত্ৰ ছলনাজাল' তৰা ছলনাময়ীক। এনে ছলনাময়ীৰ ছবিখনে পাৰ্বতিপ্ৰসাদৰ এই কবিতাখিনি বুজাত আমাক সহায় কৰিব। জীৱনৰ 'কঠিন সত্য'ক বুজাত — গ্ৰহণ কৰাত বিশেষকৈ 'আধুনিক' পৰ্বৰ ৰবীন্দ্ৰনাথৰ দৰেই পাৰ্বতিপ্ৰসাদেও এই কবিতাবোৰত গুৰুত্ব দিছিল। এক ট্ৰেজিক চেতনাৰ পোহৰ সেয়ে এই কবিতাখিনিত আছে।

কেইটামান কেন্দ্ৰীয়ভাৱেই এই ধৰণৰ কবিতাকেইটাক এটা সূত্ৰত গাঁঠি থৈছে।

মূৰ্তি

একেথৰে
কি চাই আছা মুখলৈ?
তোমাৰ ৰুদ্ৰ তাণ্ডৱ দেখি
বৰণ সলাওঁ,
জুমুঠি ভাগি যায়।

চাই থাকা
পচাৰ নেপেলোৱাকৈ —
হেঁপাহ পলোৱা নাই নে?

তোমাৰ মনৰ ভালপোৱাখিনি মিহলাই
আঁকি থাকা
সানি থাকা ৰং

মই মাথোঁ বৰণ সলাওঁ;
তুমি মূৰ্ত্তি ধৰি থাকা।

ইয়াত অলৰ-অচৰ হৃদয়ৰ 'মূৰ্ত্তি ধৰি' থকা ঈশ্বৰৰ হাতত গঢ় লোৱা এক শিল্পকৰ্ম হিচাপেই যেন কবিয়ে নিজকে অনুভৱ কৰিছে। একাধিক ৰূপত জীৱন-দেৱতাক কবিয়ে এই কবিতাখিনিত দেখুৱাইছে। কবিৰ জীৱন-দেৱতা যেন জীৱনৰ ৰহ ঢালি দিয়া 'চাকি'ও, খেলৰ সঙ্গীও, নজৰাজো আৰু শিল্পী বা স্ৰষ্টাও, আৰু ধেমালিতে এটা ফৰিঙৰ ঠেং ভাঙি দিয়া এটা সৰু ল'ৰাও!

ফৰিং

সেউজীয়া বননিত মনৰ আনন্দত
মুকলি মূৰে জঁপিয়াই ফুৰা
এটা সৰু সেউজীয়া ফৰিং।
তুমি এটা সৰু ল'ৰা,
এদিন কি মন গ'ল
থাপ মাৰি ধৰি
মুখৰ আগত লৈ তাক সুধিলা —
"গাগিনী কিমান পানী?"
সি কিবা এটা বুজি
আগ ঠেং দুখন মেলি দিলে।
তুমি পানীৰ জোখ দেখুৱাইছে বুলি
খিল্‌খিলকৈ হাঁহিবলৈ ধৰিলা।
বাৰে বাৰে সুধি থাকোঁতে
তাৰ আমনি লাগি
এবাৰ ঠেং দুখন নেমেলা হ'ল।
তোমাৰো অলপ খং উঠিল হ'বলা —
ধেমালিতে পাখি এখন ছিঙি
ঠেং এটা ভাঙি এৰি দিলা।
সি আকৌ মুকলি পাই
মনৰ আনন্দত এইবাৰ

জঁপিয়াব নোৱাৰি লাহে লাহে
এটা ঠেঙেৰেই চুঁচৰি চুঁচৰি
সেউজীয়া বননিখনলৈ গুচি গ'ল
এটা সৰু পাখি-ছিঙা, ঠেং-ভঙা
সেউজীয়া ফৰিং।

কোন সেই 'তুমি'? আৰু কোন সেই এটা সৰু ফৰিং? — এই নোকোৱা কথাবোৰৰ গুঞ্জনখিনিৰ জোৰতে সাধাৰণ গদ্যছন্দতকৈও এটা সৰু কাহিনীৰ ৰূপৰ এই কবিতাটোৱে এটা ভাবনাসঞ্চাৰী কাব্যিক শক্তি লাভ কৰিছে। এই কবিতাটোত আন ধৰণৰ কাব্যিক আকৰ্ষণ বেছি নাই — ছন্দৰ এক অসাধাৰণ পোহৰ নাই। — কবিতাই একাধিক পথত ব্যঞ্জনা লাভ কৰিব পাৰে।

খেল বা ধেমালি এখনৰ কথাও পাৰ্বতিপ্ৰসাদৰ এই আধুনিক কবিতাকেইটাত সোমাই আছে। আৰু সেই খেলৰ আৱেশটোৱে এটা প্ৰতীক হ'ল 'ফৰিং'। এই 'ফৰিং' এফালে পাৰ্বতিপ্ৰসাদৰ একালৰ 'গৰখীয়া হেৰ' গৰখীয়া' গীতৰ পৰিৱেশটোৱেও আনিব পৰা ফৰিং; আনহাতে, ই জীৱন-খেলৰ এক প্ৰতীকিৰ ৰূপৰ ফৰিং। জীৱনৰ খেলখনৰ প্ৰকাশ পোৱা এটা নিষ্ঠুৰতাৰো পৰিচয় যেন এই ফৰিঙৰ কাহিনীটোত (—শ্বেক্সপীয়েৰৰ আৰু টমাছ হাৰ্ডিৰ এবিধ চিন্তাকো মনলৈ আনিব পৰা ভাবনা কাহিনীটোত) পাওঁ। 'অন্ধকাৰ যাত্ৰা' নামৰ কবিতাটোত এই খেলৰ আন এটা দিশৰ ওপৰতে গুৰুত্ব ঃ

অকলে আছিলোঁ
তুমি আহি লগ দিলা,
দুয়ো একেলগে
ফৰিং বলি দিলোঁ।

আঁহত, বগৰী, বেলৰ তলত
ভগা গৰখীয়া দ'লত
ভাগৱত টোপনি আহিল
গছৰ তলতে শুলোঁ।

সাৰ পাই চাওঁ
তুমিচোন কাষত নাই!

চাওঁতে চাওঁতে বিয়লি হ'ল
বেলি লহিয়াই গ'ল।

এন্ধাৰো আহিল নামি,
খেপিয়াই তোমাক পালোঁ।
হাতখনি হাতৰ মুঠিত ধৰি
দুয়ো আগুৱাই যাওঁ
এন্ধাৰত।

'বাঁহী' যুগৰে অন্যতম অবিস্মৰণীয় গীত আছিল — 'কিহৰ ৰাগীত জ্বলাকলা হ'লি' গীতটোৰ দৰেই পাৰ্বতিপ্ৰসাদৰে 'গৰখীয়া হেৰ' গৰখীয়া' ... জগৎ নিজম পৰি যায় ... (—আজিও এই গীতটো শুনিলে মোৰ গাৰ নোমবোৰ শিয়ৰি উঠে! সেই 'গৰখীয়া' যুগৰে পৰা অহা 'ফৰিং' সেয়া!)

'অন্ধকাৰ যাত্ৰা' কবিতাত মিলন, বিৰহ আৰু পুনৰ্মিলনৰ কাহিনী এটা আছে। শেষ পৰ্যায়টো চলিছে অন্ধকাৰৰ মাজত — মৰমীয়া (mystical) অন্তৰ্দৃষ্টিৰ পোহৰত।

এই কবিতাখিনিৰ মাজেৰে পাৰ্বতিপ্ৰসাদৰ জীৱনটোৰ কাহিনী এটাও প্ৰচ্ছন্নভাৱে প্ৰকাশ হৈছে। অন্যান্য তথ্যপাতিৰ পৰাও আমি জানিব পাৰোঁ যে পাৰ্বতিপ্ৰসাদ বৰুৱাৰ ককায়েক আৰু 'বাঁহী' যুগৰে কবি ভগৱতীপ্ৰসাদৰ অকাল মৃত্যুৰ লগে লগেই আগৰ পাৰ্বতিপ্ৰসাদজনৰো মৃত্যু হৈছিল। "১৯৩৩ চনৰ পিছৰ পৰা বিশেষকৈ দিচাং নদীত হোৱা নাও দুৰ্ঘটনা আৰু নানা সাংসাৰিক আলে-আহুকালৰ কাৰণে পাৰ্বতিপ্ৰসাদৰ জীৱনৰ সোঁত বদলি গ'ল। তাৰ পিছত দুই-এটা গীত ৰচনা কৰিছিল যদিও সেইবোৰত কৰুণ ৰস আৰু নিৰাশাবাদক সুৰ শুনিবলৈ পোৱা যায়।" ('পাৰ্বতিপ্ৰসাদ বৰুৱা ৰচনাৱলী')।

পাৰ্বতিপ্ৰসাদৰ 'আধুনিক' কবিতাকেইটা আছিল ৰবীন্দ্ৰনাথৰ পথৰ পোহৰতে আৰু ভগৱতীপ্ৰসাদৰ প্ৰেৰণাতে পাৰ্বতিপ্ৰসাদে 'বাঁহী' যুগতে সুৰ, গীত, কবিতা আৰু নাটকেৰে শুনোৱা এটা কণ্ঠস্বৰে এটা নতুন ৰূপ। এই ৰূপটোত কঠুৱা বাস্তৱৰ গদ্যছন্দৰ আঘাত আছে, কবিয়ে নতুনকৈ জীয়াই থাকিবলৈ চলোৱা এটা গোপন আধ্যাত্মিক সংগ্ৰামৰো নাটকীয় মুহূৰ্ত কিছুমানৰ পৰিচয় আছে। 'অৰ্পণ' কবিতাটো এনে প্ৰক্ৰিয়াটোৰ এটা উদাহৰণ।

হে সংসাৰ,
জীৱন যেতিয়া
পৱিত্ৰ সুন্দৰ
পূজাৰ ফুল

নেমানি বগা জাতিচন্দন
সানিলা ক'লা চিএগ্ৰাহীবোৰ।

হে নিয়তি,
জীৱনৰ পথাৰত
সৃষ্টিৰ কঠীয়া
লহ্‌পহ্‌কৈ গজি ধৰিলে ঠন।
বা-মাৰলিৰ ঘূৰণ বতাহত
মৰিমূৰ কৰি পেলালা ঠন।

হে ঈশ্বৰ,
গৰাখহনীয়াত উঘালি পৰা
পঁচতীয়াজোপাৰ তলেদিয়েই
ঘাটলৈ নামি সোঁতত উটি যোৱা
মলিয়ন লেৰেলা ফুলপাহি
আৰু পিহি গুড়ি কৰা
কঠীয়ামুঠিয়েই
এইবাৰলৈ তোমালোকৰ
জুৰিব নে?

১৯৬২ চনত লিখা এই কবিতাটোৱে ধৰি ৰখা এই নাটকীয় প্ৰশ্নটোত এটা ট্ৰেজিক চেতনাৰ নীৰৱ কঠোৰতাও আছে। এই কবিতাটোৱে 'বাঁহী' যুগৰে অন্যতম কৰ্ণধাৰ চন্দ্ৰকুমাৰ 'অজেয়' নামৰ কবিতাটোৰ প্ৰসঙ্গটোও আমাৰ মনলৈ আনিব খোজে। সেই 'অজেয়' কবিতাটোৰ বলিষ্ঠ ছন্দৰ উক্তিখিনিৰ ঠাইত ইয়াত আছে গদ্যছন্দতে প্ৰকাশ কৰিব পৰা এটা অনুদাত্ত (quiet) কণ্ঠৰ স্বৰ। যি ক্ষেত্ৰত চন্দ্ৰকুমাৰৰ কবিতাটো আছিল 'হিৰইক' কণ্ঠস্বৰৰ ভঙ্গীৰে কবিতা — পাৰ্বতিপ্ৰসাদৰ এই কবিতাটোত থকা কঠোৰতাখিনিৰ লগত কণ্ঠস্বৰৰ তেনে 'হিৰইক' ভঙ্গীটো নাই। তেওঁ নিজকে ধূলিৰ লগতো — মাটিৰ লগতো মিহলি কৰি দিছে আৰু তেওঁ যেন আঁঠুকাঢ়িও তেওঁৰ কথাখিনি কৈছে। আঁঠুকাঢ়ি কথাখিনি ক'লেও কিন্তু পথাৰত 'কঠীয়া' অনা এটা জীৱনীশক্তিৰ নীৰৱ জোৰতেই কথাখিনি কৈছে। চন্দ্ৰকুমাৰৰ 'হে নিয়তি তই/যদিও দুখৰ পিহনি-শিলত থৈ/ভাঙিলি মোৰ জীৱন-শস্য চূৰ্ণ-বিচূৰ্ণকৈ' — এনে উদাত্ত ভঙ্গীটোৰ ঠাইত পাৰ্বতিপ্ৰসাদে ইয়াত

সুকীয়া এটা ভঙ্গী দেখুৱাইছে। বিধ্বস্ত-জৰ্জৰিত মানুহৰ অনুদাত্ত অথচ অজেয় হ'ব পৰা কণ্ঠস্বৰ ভঙ্গী।

এনে অনুদাত্ত অজেয় কণ্ঠস্বৰৰ এটা আধুনিকতাৰ পথতেই পাওঁ কবিৰ আধুনিক জীৱন-দেৱতাকো। গোপনে এটা গভীৰ অৰ্থত 'সকলো মানুহ যায় যি বাটেদি' — সেই মানৱধৰ্মৰ সন্ধানটোও পাওঁ ইয়াত —

জীৱনদেৱতা

হেৰা দেৱতা
এই জীৱনতে হ'বনে পূৰ
সকলো হেঁপাহ মোৰ?
সকলো মানুহ যায় যি বাটেদি
সেই বাটৰ কাষৰ দুবৰি বন
মোই ই জীৱন।
শত গছকত শুচি হোৱা এই
মোৰ হৃদয়ত, ৰঙা চৰণৰ
পৰশ লাগিব যিদিন,
জোকাৰি বাজিব জীৱনৰ বীণ
মহামানৱৰ মূৰ্ত ৰাগিনী পাই।
সিনো কি জোকাব
সিনো কি মহান সুৰ?
হেৰা দেৱতা আৰু নো কিমান দূৰ?
এই জীৱনতে হ'বনে
হৃদয় পূৰ?

ৰবীন্দ্ৰনাথৰ 'জীৱন-দেৱতা'ৰ উপৰি 'ঐ মহামানৱ আসে দিকে দিকে ৰোমাঞ্চ লাগে' কথাৰ স্মৃতিও এই কবিতাত সোমাই আছে। আছে কাৰণেই বহুত অসমীয়া কবিতাত নথকা এটা উচ্চ গ্ৰামৰ আৰু দাৰ্শনিকসুলভ মানসিকতাৰ অনুৰণন এনে কবিতাত শুনিবলৈ পাওঁ।

পাৰ্বতিপ্ৰসাদৰ আধুনিক কবিতাকেইটাৰ ভিতৰত ১৯৬২ চনত লিখা 'আহিলি, ৰাঙলী, ৰঙালী' আৰু 'বুঢ়া আঁহত আৰু যৌৱতী নৈ' কবিতা দুটাতো একাধাৰে ৰবীন্দ্ৰনাথৰ

আৰু আনহাতে অসমীয়াৰ 'বাঁহী' যুগৰ কেন্দ্ৰীয় জীৱন-দৰ্শনৰ ধাৰাটোও যেন নতুন বা 'আধুনিক' পথতে অলপ বেছি স্পৰ্শসহ (tangible) ৰূপতে প্ৰকাশ হৈছিল।

শীতৰ বুকুতে যে বসন্তৰ জন্ম-প্ৰক্ৰিয়াটো আৰম্ভ হয় — এই কথাটো সূক্ষ্ম কাব্যিক চিন্তাৰ সহায়তে প্ৰকাশ কৰি পাৰ্বতিপ্ৰসাদে লিখিছিল —

**আহিলি, ৰাঙলী, ৰঙালী**

মাঘৰ শেষত দোকমোকালিতে
গোটেই বননিখনে
শুকান পাত সৰুবাই
নিয়ৰ সিঁচা বতাহত
কঁপি কঁপি ফুচ্‌ফুচাইছিল
"কোনোবা আহিছে যেন"।

ফাগুণৰ দুপৰীয়া
পদুলিমূৰৰ অশোকজোপাত
কোমল কুঁহিৰ থোপাবোৰ দেখি
চিনাকি দহিকতৰাটোৱে
চুচুক্‌চামাক্‌কৈ সুধিলে আহি
"কোনোবা আহিছে নে?"

আজি চ'ত-মহীয়া আবেলি
অজস্ৰ মলিয়াই থকা
লিচুজোপাৰ তলৰ পৰা
কাণকুৰিকাজনী
ওলাই আহি ক'লে —
"অঁ আহিছে তো।"

আৰে! মইচোন সেই
বহিয়েই আছোঁ
অথনিৰে পৰা,

চোতালৰ আগতে
মূঢ়া এটা পাৰি;
কোনোবা অহাৰ উমানো
পাইছিলোঁ কেতিয়াবাই।

এতিয়া সৌ ঢাপৰ
কাঞ্চনজোপা,
পুখুৰী পাৰৰ শিমলু
আৰু নগুলামুখৰ
মদাৰ কিজোপালৈ
মূৰ তুলি চাই
কাষতে কলা-ঘুমটিয়াই থকা
কবিয়ে মাত লগালে —
"আহিলি, ৰাঙলী, ৰঙালী"।

ৰাজনৈতিক চেতনা আৰু একাধাৰে লাফৰ্গীয়-এলিয়টীয় আৰু মাৰ্ক্সীয় চৰিত্ৰৰ নগৰ-চেতনাৰ প্ৰবলতাৰ হেঁচাতে 'জয়ন্তী' যুগৰ আধুনিক অসমীয়া কবি আৰু 'ৰামধেনু' যুগৰ পৰিচিত পথৰ আধুনিক কবি প্ৰকৃতিয়ে দিব পৰা জীৱনীশক্তিৰ ৰহস্যখিনিৰ উপলব্ধিৰ পৰা সাধাৰণতে দূৰলৈ গুচি গৈছিল। সেই উপলব্ধি আহে এক অন্তিম বা মৌলবিধৰ 'সহজ' চেতনাৰ পথতহে। 'বাঁহী' যুগৰ সেই প্ৰকৃতিৰ জীৱনীশক্তিৰ বন্দনাও গোপনে গোপনে নতুন ৰূপত যেন অসমীয়া কবিতালৈ ঘূৰাই আনিছিল ষাঠিৰ দশকৰ আৰম্ভণিত তেওঁৰ জীৱনৰ শেষ পৰ্যায়ত পাৰ্বতিপ্ৰসাদৰ এনে কবিতায়েই। এই পথতে আমি আকৌ ঘূৰাই পাওঁ বেজবৰুৱাৰ 'ল'ৰা বুঢ়া কাক কয়' গীতৰ বুঢ়া নাহৰজোপাক যি পেলায় 'কোমল কলি' — ঘূৰাই পাওঁ বেজবৰুৱাৰ 'বাঁহী' যুগৰ বুকু জুৰোৱা লুইতখনকো। 'জয়ন্তী' আৰু 'ৰামধেনু' যুগত বেজবৰুৱাৰ যুগৰ অসমীয়া জাতীয় জীৱনৰ আচল নৈখন আৰু প্ৰকৃতি যাইকৈ মহিম বৰাইহে নতুন সাহিত্যিকসকলৰ মাজত ধৰি ৰাখিছিল — কবিতাতো। বৰাৰ সাহিত্য আৰু ওপৰলৈ উঠিলহেঁতেন যদিহে 'বাঁহী' যুগৰ মৰমীয়াবাদৰ অসমীয়া 'ৰবীন্দ্ৰ-সঙ্গীত'খিনিও তেখেতৰ বুকুৰ মাজত বাজিলহেঁতেন। আধুনিক অসমীয়া কবিসকলৰ বুকুৰ মাজত 'বাঁহী' যুগ আৰু ৰবীন্দ্ৰ-সঙ্গীত নতুন ৰূপত জী নুঠিল। একেলগে ৰবীন্দ্ৰনাথ আৰু লক্ষ্মীনাথ বেজবৰুৱাকো সঁচাকৈয়ে পুনৰাবিষ্কাৰ কৰিবলৈ শিকিলে আধুনিক অসমীয়া কবিয়ে নতুন এটা পৰ্বৰ

মাজলৈ গতি কৰি কোন নতুন সম্ভাৱনাবোৰ পাব? — তাৰো এটা আভাস যেন পাৰ্বতিপ্ৰসাদে শেষ বয়সত দি থৈ গ'ল— তেওঁৰ জীৱন-দৰ্শনৰ এই শেষ টেষ্টামেণ্টটোৰ যোগেদি —

**বুঢ়া আঁহত আৰু বৌৱতী নৈ**

কোন মান্ধাতাৰ আমোলৰে পৰা
আলিৰ দাঁতিত থিয় হৈ আছে
কৌটিকলীয়া বুঢ়া আঁহতজোপা;
ওচৰতে ওপজাৰে পৰা চিনাকি
*পুৰণি নৈখনত*
*নিতৌ নতুন পানীৰ সোঁত*
*অকাই-পকাই বৈ আছে।*

দুয়ো কথা পাতে অবুজ ভাষাত।
সন্ধিয়া বেলিকা গা ধুবলৈ অহা
জলকুঁৱৰীবোৰ খিল্‌খিলীয়া হাঁহিৰ
নুশুনা শব্দ মাজে মাজে
বতাহতে আছে।

জাতিস্মৰ মনটো
মনে মনে ওলাই আহি
আঁহতজোপাৰ তলত
কত দিনৰ, কত জনমৰ যেন
চিনাকি পুৰণি কথাবোৰ
মনে মনে পাতিবলৈ ধৰে,
আৰু কোনোবা নিচিনা-নজনাক
লগ পাই, কত অচিনাকি
নতুন কথাবোৰ পাতিবলৈ নৈখনৰ
সোঁতৰ লগতে ভটিয়াই যায়
আদিম সত্তাটোৰ ৰোমাঞ্চ আনি
চ'তমহীয়া বিহু নাচত গাভৰুৰ হাতবোৰ

ঠাৰিতে ভাঙি ঘূৰাৰ নিচিনাকৈ
আঁহতজোপাৰ পাতবোৰ একেবাৰে
সৰি নাইকীয়া নোহোৱালৈকে
বতাহত ঘূৰিয়েই থাকে।
নৈখনো বৈয়েই থাকে,
কেতিয়াবা গোটেই গাঁও-ভূঁই বুৰাই
যেনে ফুটুকাৰে ফেটী মুৰুলী হৈ।
ৰংজুলিৰ কেশৱ ওস্তাদে
বেহেলা বজাই গায় —
"শুনক হেৰি আই ক্ষন্তেক ওলাই
দেশখনৰ শুনকচোন কি হৈছে বিলাই।
ভঁৰালৰ ধান, গোহালিৰ গৰু
সাঁচতীয়া ধন, আখলৰ চৰু,
পোৱাতী কেঁচুৱা, দুৰ্বলী নৰীয়া
সকলোকে আজি নিয়ে উটুৱাই।"

কেতিয়াবা শুকাই চিৰচিৰীয়া হৈ
তলিত শেলুৰৈৰ চুলিবোৰ মেলি,
মাজে মাজে ক'লাকৈ একোডাল জগা কাঠ জিলিকাই
একোটা বালিচট পেলাই
বৈয়েই থাকে।

কেতিয়াবা ফোপোলা মনৰ
মাটি কলহেৰে বোজাই নাওখন
মৰিশালীখনৰ ওচৰৰ বালিচটটোত
লাগিব খোজে।
"হৰিবে মহিমা হৈইছৌ!
কি কাম কৰিলোঁ হৈইছৌ
বালিতে লগালোঁ হৈইছৌ।"
ঠেলিবলগীয়া হয়।

আঁহতজোপাৰ নৈৰ ফালৰ শিপাবোৰ
জটামাংসী হৈ ওলমি আছে;
কেতিয়াবা বান-বাৰিষা আহিলে
গৰাখহনীয়াত উঘালিয়েই নিব নেকি?
এই শিপাবোৰৰ মাজত যে
এদিন মোৰ জীৱনৰ
জীৱন্ধৰী মণিটো
হেৰাই পাইছিলোঁ।

নিলে নিয়ক!
আঁহতজোপাৰ ডালতে ধৰি
বনগীত গাই, বিহুনাচ নাচি বৌৰতী নৈতে উটি গৈ
থাকিম।
মোক পিছে মৰিশালীখনৰ ওচৰৰ
গাঁওখনৰ বৈৰাগীচুকৰ মানুহবোৰে চিনি নাপায়।

ময়ে সেই যুগে যুগে গৰাখহনীয়াত উঘলি পৰা
বুঢ়া আঁহতৰ ডালে ডালে নাচ নাচি
বৌৰতী সুঁতিত সেউজী পাম বিচাৰি ভটিয়াই যাওঁ।

বাৰে বাৰে ৰংনাথ দ'লৰ চোতালত
জীৱনৰ হুঁচৰি গাওঁ

চিৰকলীয়া চেঙেলীয়া কবি মোৰ নাম।

যেতিয়াই মানুহ এজনৰ মাজত এবিধ অপাৰ্থিব চেতনাৰ সঙ্গীত জাগৰিত নহয় বা হোৱাৰ পিছতো কিবা কাৰণত সি হেৰাই নোহোৱা হয় — নাইবা জাগতিক চেতনা, সাংসাৰিক চেতনা, সামাজিক চেতনা, ৰাজনৈতিক চেতনা আদিয়েই তেওঁৰ মনত সৰ্বাত্মক চৰিত্ৰৰ প্ৰধান স্থান লাভ কৰে — অপাৰ্থিব প্ৰেমশক্তি-সঙ্গীতশক্তি লুপ্ত হয়, তেতিয়া তেওঁ 'কবি' হিচাপে মৰি যায়। তেতিয়াইহে প্ৰতীকি ব্যঞ্জনাৰ পথতে পাৰ্বতিপ্ৰসাদে উল্লেখ কৰা 'মৰিশালিখনৰ ওচৰৰ গাঁওখনৰ বৈৰাগীচুকৰ মানুহবোৰৰ' নিচিনাই হৈ

পৰে কবি-সাহিত্যিকসকলো — সাংসাৰিক বুদ্ধি আৰু চতুৰালিৰ বাবে। Spiritually-musically dead মানুহবোৰ সেই চুকৰে বাসিন্দা। এটা গভীৰ অৰ্থত আচল কবি সদায়ে 'চিৰ তৰুণ'। অৰ্থটো দাৰ্শনিক চৰিত্ৰৰে। 'চিৰ-তৰুণ' যেন এই কবিৰ মাজত 'ল'ৰা-বুঢ়া কাক কয়' গীতৰ জীৱনদায়ী 'বাঁহী' যুগটোৱেও নতুনকৈ কথা কৈছিল।

এই বিশেষ মূল্যবান কবিতাটো আকৰ্ষণীয় বৰ্ণনা কিছুমান আছে; আনহাতে, সেই বৰ্ণনাবোৰৰ আঁৰে আঁৰে এটা দাৰ্শনিক ভাবনাৰো ক্ৰিয়া চলি আছে। লুইতখন 'ফেনে ফুটুকাৰে' 'ফেঁটী মুৰুলী' হোৱা দেখি 'ৰংজুলিৰ কেশৰ ওস্তাদে/ বেহেলা বজাই' গোৱা কাহিনীটোও তাৎপৰ্যপূৰ্ণ। বিপৰ্যয়ৰ সন্মুখতেই মানুহৰ বুকুৰ মাজত বেছিকৈ প্ৰয়োজন হয় কাল-মায়াদিৰ ঊৰ্দ্ধৰ অপাৰ্থিৱ চেতনাৰ সঙ্গীত (ৰংজুলিৰ কেশৰ ওস্তাদ'ৰ ছবিখন পাৰ্বতিপ্ৰসাদে আনিছে ভাৰত-শিল্পৰ নেপথ্যত থকা দৰ্শনৰ প্ৰতিনিধিত্বৰ বাবেই)। আন এটা অংশত পাওঁ এই ছবিখন : 'শেলুৰৈৰ চুলিবোৰ মেলি/মাজে মাজে ক'লাকৈ একোডাল জগা কাঠ জিলিকাই/একোটা বালিচট পেলাই/বৈয়েই থাকে।" অৰ্থপূৰ্ণ দৃশ্য-কল্পনাৰ (visual imagination) এইখন ছবিৰ পৰা সহজেই বিপৰীতধৰ্মী বৰাগীচুকৰ দৰ্শনলৈও যাব পাৰি। সেয়ে তাৰ পিছতে পাওঁ —

> কেতিয়াবা ফোপোলা মনৰ
> মাটি কলহেৰে বোজাই নাওখন
> মৰিশালিখনৰ ওচৰৰ বালিচটটোত
> লাগিব খোজে।

ইয়াত পাৰ্বতিপ্ৰসাদৰ এই সাধাৰণ অসমীয়া কথ্য ভাষাও metaphor আৰু symbol অৰ অনুৰণনভৰা পোহৰেৰে বাৰে বাৰে আলোকিত হৈ পৰিছে।

লক্ষ্মীনাথ বেজবৰুৱাৰ 'বীণ ব'ৰাগী' আৰু চন্দ্ৰকুমাৰ আগৰৱালাৰ 'বীণ ব'ৰাগী' কবিতা দুটাৰ পিছত 'বাঁহী' যুগতে যি তৰুণ পাৰ্বতিপ্ৰসাদে এবিধ দাৰ্শনিক ভাবনাৰ পথতে তৃতীয়টো 'বীণ ব'ৰাগী' লিখিছিল — তেঁৱেই জীৱনৰ শেষ পৰ্বটোত এই মূল্যবান আধুনিক কবিতাটো লিখি থৈ গ'ল — 'বাঁহী' যুগৰ শেষ প্ৰতিনিধি হিচাপেই। 'বাঁহী' যুগৰ মূল জীৱনদায়ী স্পিৰিটটোকে তেওঁ আধুনিক অসমীয়া কবিতাৰ জগতখনৰ মাজতো এইদৰে এটা নতুন ৰূপত ধৰি প্ৰকাশ কৰি থৈ গ'ল। পাৰ্বতিপ্ৰসাদৰ 'বুঢ়া আঁহত আৰু বোঁৱতী নৈ' কবিতাটোত এনে ঐতিহ্য-চিন্তা এটাও বৈ গৈছিল — 'আদৰ্শৰ ধ্ৰুৱতৰাটো ঠিক ৰাখি 'আৰ্টৰ' জীয়া ভৰলীৰ কোবাল গতিত প্ৰতিটো গোচৰতেই নতুন ছবি দেখিবলৈ পালেহে মন ভৰি উঠিব আৰু সেয়েহে স্বাভাবিক ভাৰতীয় শিল্পৰ আদৰ্শত

ঠিক থাকিলেই যিকোনো প্ৰকাশভঙ্গীতে প্ৰকাশ পালেও বিশ্ব-শিল্পৰ মাজত ভাৰত-শিল্পই নিজৰ সুকীয়া আসন প্ৰতিষ্ঠা কৰিবলৈ সমৰ্থ হ'ব।" (পাৰ্বতিপ্ৰসাদ) — এই চিন্তাখিনিৰো মূল্য আছে।

কবিতাৰ আলোচনাত কোনো কবিৰ ৰচনাত প্ৰতিফলিত হোৱা জীৱন-দৰ্শনৰ গতিটোৰ তাৎপৰ্য তেওঁৰ সমকালীন ইতিহাসৰ সূত্ৰতে বুজিবলৈ ল'লে ভুল সিদ্ধান্তত উপনীত হোৱাৰে ভালেখিনি সম্ভাবনা আছে। এনে পঞ্জিকাৰ নিৰ্দেশো এই ক্ষেত্ৰত বিভ্ৰান্তিকৰ হ'ব পাৰে। তথাপি ষাইকৈ পঞ্চাছৰ দশকটোতে উজ্জ্বল হৈ থকা নেহৰু যুগটোৰ দুটামান কথা এই প্ৰসঙ্গতে লক্ষ্য কৰিব পাৰি। "পঞ্চাশের দশক সারা ভারতবর্ষে আসা উদ্দীপনার সকল্পের প্রস্তুতিপর্ব।" (বার্নিক রায় ঃ 'কবিতা ঃ চিত্রিত ছায়া', পৃ-২৬০) "শুধু ভারতবর্ষে নয় সারা পৃথিবীতে দ্বিতীয় মহাযুদ্ধের পর সুস্থ জীবনের প্রতি আকর্ষণ দেখা দিছিল।" (ঐ)

ষাঠিৰ দশকৰ মাজভাগৰ পৰাই বা আচলতে চীনৰ আক্ৰমণৰ সময়ৰ পৰাই নেহৰু যুগটোৰ সম্মুখত ভাৰতত এটা অশুভ পৰিস্থিতিয়ে দেখা দিছিল। চীনৰ চেয়াৰমেনৰ ধৰ্ম বিচৰা উগ্ৰ বামপন্থাই ভাৰতত ষাটিৰ দশকৰ মাজভাগৰ পৰা উগ্ৰ সোঁপন্থাবোৰো সক্ৰিয় কৰি তুলিলে। নেহৰুৰ মৃত্যুৰ (১৯৬৪) পিছৰে পৰাই মাও চে টুঙৰ চীনেও আহি যেন ভাবজগততো এটা নতুন অভিযান চলাইছিল ভাৰতৰ মাজতো। পাৰ্বতিপ্ৰসাদে তেওঁৰ 'আধুনিক' কবিতাখিনি লিখিছিল ভাৰতৰ নেহৰু-যুগটোৰ পোহৰ ভৰা অধ্যায়টোৰ মাজতে। তেওঁৰ শেষ কাব্যিক-দাৰ্শনিক ইস্তাহাৰস্বৰূপ 'বুঢ়া আঁহত আৰু বোঁৱতী নৈ' নামৰ দীঘল কবিতাটোও লিখিছিল ১৯৬২ চনৰ জুলাই মাহতে। তেতিয়াও চীনা যুদ্ধ আৰম্ভ হোৱা নাছিল। জৱাহৰলাল নেহৰুৰ মৃত্যুৰ কিছুদিনৰ পিছতেই ১৯৬৪ চনৰ জুন মাহত পাৰ্বতিপ্ৰসাদৰো মৃত্যু হৈছিল। বিৰিঞ্চিকুমাৰ বৰুৱাৰো। অসমীয়া সাহিত্য-সংস্কৃতিৰ এটা যুগও শেষ হৈ গৈছিল এখেত দুজনৰ মৃত্যুতে।

পাৰ্বতিপ্ৰসাদে নেহৰু-যুগতে কবি হিচাপে এটা 'আধুনিক' জীৱন যদিও তেওঁৰ মনৰ মূল আধ্যাত্মিক শক্তিখিনি আহিছিল 'বাঁহী' যুগৰে পৰা। নেহৰু-যুগৰ অনুকূল পৰিবেশে তেওঁৰ মনক এটা আনুষঙ্গিক বিধৰ সহায়হে আগবঢ়াইছিল। পাৰ্বতিপ্ৰসাদৰ মনৰ মাজত অসমীয়াৰ আচল 'বাঁহী' যুগৰ এক সৃষ্টিধৰ্মী পৰ্যায়ৰ চিন্তাৰ সঙ্গীতেই আছিল। চন্দ্ৰকুমাৰৰ পিছত পাৰ্বতিপ্ৰসাদেই আছিল প্ৰথম অসমীয়া কবি, যি সম্পদৰ ক্ষেত্ৰতো স্ৰষ্টা আৰু দাতা হিচাপেই কাম কৰি গ'ল। (চন্দ্ৰকুমাৰ আগৰৱালাই 'চাকৰি-স্তোত্ৰ নামৰ কবিতাটোত ব্যঙ্গ কৰা) চাকৰি-সন্ধানী, চাকৰিজীৱী নিম্ন মধ্যবিত্ত তথা মধ্যবিত্ত শ্ৰেণীৰ মাজতে বেছি সুলভ হ'ব পৰা এটা গোপন parasital মানসিকতাৰ পৰাও entepreneur হিচাপে পাৰ্বতিপ্ৰসাদ বহুত দূৰলৈ মুক্ত আছিল। (যদিও

পাৰ্বতিপ্ৰসাদক মই এটা ফটা গেঞ্জি পিন্ধি থকা ৰূপতো কল্পনা কৰিব পাৰোঁ। তেওঁ সম্পদ সৃষ্টিহে কৰি গৈছিল আৰু অসমৰ জাতীয় জীৱনলৈ কবি চন্দ্ৰকুমাৰ আগৰৱালাৰ দৰেই ভালেখিনি দানো আগবঢ়াই থৈ গ'ল — অসমৰ কেইবাখনো নগৰতে। অসমীয়া 'বাঁহী' যুগৰ 'বীণ ব'ৰাগী' কবিতা তিনিটাৰ নেপথ্যত আছিল বঙ্গীয় চাকৰিমুখী মধ্যবিত্ত শ্ৰেণীটোৰ মানসিকতাৰ প্ৰতিমুখী হ'ব পৰা entrepreneurial spirit টোৰো এটা ভূমিকা। চন্দ্ৰকুমাৰ আগৰৱালাই নিজৰ হাতেৰে গঢ়া 'তামোলবাৰী' চাহ বাগিচাখনৰ দৰেই পাৰ্বতিপ্ৰসাদ বৰুৱাৰ 'সোণাৰি' চাহ বাগিচাখনৰ কথাও এই প্ৰসঙ্গতে মনলৈ আনিব পাৰি।

উজনি অসমতে কুৰি শতিকাৰ আৰম্ভণিৰ দশক দুটাত এবিধ অসমীয়া পৰিয়ালে লোৱা entepreneurial spirit টো আৰু ঘাইকৈ উজনি অসমৰ কৃষক সমাজৰ মাজত থিত লোৱা ব্ৰিটিছ যুগৰ অসমৰ 'ৰায়তৱাৰী' ব্যৱস্থাৰ জীৱনটো। ঐতিহাসিক-সমাজতাত্ত্বিক পৰিপ্ৰেক্ষিতৰ বিচাৰত পাৰ্বতিপ্ৰসাদ-জ্যোতিপ্ৰসাদৰ গীতবোৰ আছিল এই সঙ্গমথলৰে প্ৰতিনিধিত্বমূলক।

'বাঁহী' যুগত পাৰ্বতিপ্ৰসাদ আৰু জ্যোতিপ্ৰসাদ আদিয়ে ৰবীন্দ্ৰনাথক লওঁতেও এনে এটা প্ৰাচীন অসমীয়া ঐতিহ্যৰ পথটো ল'ব পাৰিছিল। সেই পথটোত বঙ্গীয় বৰ্ণহিন্দুসকলৰ ব্ৰাহ্মণ্য ধৰ্মৰ জগতখনত নথকা এটা সম্পদ আছিল। মাটিৰ এবিধ বিশেষ মূল্য অসমীয়া আৰ্য্য 'ভৌম' ঐতিহ্যত — প্ৰাচীন ভূএল্ল ঐতিহ্যত আছিল — বিষ্ণুৰ লগত ভূমিদেৱীক অসমৰ আচল প্ৰাচীন ভৌম বংশৰ কোনো ৰজাই কেতিয়াও পাহৰা নাছিল। ড° সুনীতিকুমাৰ চট্টোপাধ্যায়েও কথাটো লক্ষ্য কৰি উল্লেখ কৰি গৈছে এঠাইত। সেই কাৰণেই বঙ্গৰ ৰবীন্দ্ৰনাথৰ 'আমার সোণার বাংলা' গীতটোৰ সমান্তৰালভাৱেই পাৰ্বতিপ্ৰসাদে লিখিব পাৰিছিল —

> নোবোলো তোক সোণৰ অসম
> মাটিৰ অসম আই,
> সোণতকৈও যে চ'ৰা এই মাটি
> এয়ে মোৰ ওপজা ঠাই।

জ্যোতিপ্ৰসাদ আৰু পাৰ্বতিপ্ৰসাদক লগ লগালে এটা বৃত্তৰে দুটা খণ্ডক লগ লগোৱাৰ নিচিনা কথাও হয়। জ্যোতিপ্ৰসাদৰ গীতবোৰত আইনাম-বিয়ানামৰ লগত মিলা অসমীয়া নাৰীকণ্ঠৰ এটা আয়তনো বিশেষভাৱেই আছে; আনহাতে, পাৰ্বতিপ্ৰসাদৰ গীতবোৰত আছে প্ৰধানভাৱে আৰু বিশেষভাৱে এবিধ অসমীয়া পুৰুষ কণ্ঠৰে ভূমিকা। অসমীয়া টোকাৰী গীত, ব'ৰাগীৰ গীত আদিৰ চৰিত্ৰটোকো এবিধ নতুন ভঙ্গীৰ লগত — ৰবীন্দ্ৰনাথৰ পথৰ লগত — সংযুক্ত পৰিবৰ্তিত কৰি লৈছিল পাৰ্বতিপ্ৰসাদেই।

জ্যোতিপ্ৰসাদ আৰু পাৰ্বতিপ্ৰসাদ বেজবৰুৱাৰ যুগৰ — 'বাঁহী' যুগৰে সন্তান আৰু প্ৰধানতঃ সেই যুগটোৰহে প্ৰতিনিধি। তেওঁলোকৰ মনৰ পথত যি ধৰণৰ কাব্যিক-দাৰ্শনিক পথ এটা জড়িত হৈ আছিল সি 'আবাহন' যুগৰ পৰা ওলোৱা (১৯২৮ চনৰ পিছৰে পৰা ওলোৱা) আৰু ১৯০৫ চনৰ পিছত জন্ম হোৱা অসমীয়া সাহিত্যিকসকলৰ মাজত সাধাৰণতে নাছিল। 'আবাহন'ৰ পৰা এটা নতুন যুগ আৰম্ভ হৈছিল বুলি ক'ব পাৰি আৰু এই পথত গদ্য তথা গদ্যৰ পথত ওলোৱা গল্প সাহিত্যই কেন্দ্ৰীয় গুৰুত্ব আৰু প্ৰাধান্য লৈ দেখা দিবলৈ ধৰিছিল।

বেজবৰুৱা-চন্দ্ৰকুমাৰৰ যুটীয়া প্ৰচেষ্টাত চলা 'বাঁহী' যুগটো আছিল দুজন entepreneurঅৰ নেতৃত্বাধীন আৰু ঘাইকৈ উজনি অসমত 'ৰায়তৱাৰী' ব্যৱস্থাই অনা নতুন অসমীয়া কৃষক সমাজখনৰ মাজত মুক্ত হোৱা মনটোৰ 'অ' মোৰ সুৰীয়া মাত'ৰ সঙ্গীতখিনিৰো এটা যুগ। গোৱালপৰীয়া জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ নেতৃত্বত আৰু নামনি অসমৰে ডাঃ দীননাথ শৰ্মাৰ সম্পাদনাত ১৯২৯ চনৰ পৰা ওলোৱা 'আবাহন' এফালে হৈছিল অধিক পৰিমাণে নামনি অসমৰ নতুন মধ্যবিত্ত শ্ৰেণীৰ মানসিকতাৰ প্ৰতিনিধিত্বমূলক — এই পথত গদ্য-সাহিত্যও কেন্দ্ৰলৈ আহিছিল। আনহাতে, ৰবীন্দ্ৰনাথৰ কাব্য দৰ্শনৰ পৰা দূৰলৈ গুচি যোৱা — বেজবৰুৱাই প্ৰতিনিধিত্ব কৰা বৈষ্ণৱ-ব্ৰাহ্মণ মিলনৰ পথটোৰ পৰা দূৰলৈ যোৱা — ব্ৰাহ্মণ্য ধৰ্মৰ প্ৰভাৱৰ নিয়ন্ত্ৰণৰ পৰা মুক্ত — এবিধ কৃষকৰ সমাজখনৰ পৰাও দূৰলৈ যোৱা এটা মানসিকতায়ো অসমীয়া সংস্কৃতিত 'আবাহন' যুগৰ পৰা গোপনে-অগোপনে গুৰুত্ব লাভ কৰিবলৈ ধৰিলে। □

*(ৰচনা : ১২ মে' ১৯৯৪)*

# পাৰ্বতিপ্ৰসাদ বৰুৱাৰ 'ভঙা' কবিতা

## মদন শৰ্মা

গীতিকবি পাৰ্বতিপ্ৰসাদ বৰুৱাই অকল কবি হিচাপেই নহয়, কবিতাৰ এগৰাকী সংবেদনশীল অনুবাদক হিচাপেও স্বাক্ষৰ ৰাখি থৈ গৈছে। 'অসম সাহিত্য সভা'ই প্ৰকাশ কৰা পাৰ্বতিপ্ৰসাদ বৰুৱা ৰচনাৱলীৰ শেহতীয়া সংস্কৰণটিত কবিগৰাকীয়ে ইংৰাজীৰ পৰা অনুবাদ কৰা (ভঙা) কবিতা কেইটিমান সংযোজিত হৈছে। কবি গৰাকীয়ে পিছলৈ আৰু কিবা অনুবাদ কাৰ্যত হাত দিছিল নেকি জনা নাযায়। আমাৰ আলোচনা সেইহে প্ৰাপ্ত অনূদিত কবিতাকেইটিৰ পঠনৰ ভিত্তিতে যুগুতোৱা হৈছে।

বৰুৱাদেৱে অনুবাদ কৰা কবিতাকেইটাৰ পাঁচটা ইংৰাজ ৰমন্যাসিক কবি শ্যেলিৰ। এইখিনিতে কৈ থ'ব পাৰি যে এইকেইটা কবিতা শ্যেলিৰ কাব্য-প্ৰতিভাৰ উৎকৃষ্টতম নিদৰ্শন নহয়। তেনেদৰে বাইৰণৰ কবিতাটোও বৰ বিশেষভাৱে উল্লেখযোগ্য কবিতা নহয়। অনূদিত আনটি কবিতা ফাৰ্চী কবি হাফিজৰ কবিতাৰ ইংৰাজীৰ ৰূপান্তৰ। আটাইকেইটা কবিতা ভাববস্তুৰ পিনৰ পৰা পৰস্পৰ সম্পৰ্কিত; আটাইকেইটাৰ বিষয় প্ৰেম।

ৰচনাৱলীত অনূদিত ৰূপটিৰ লগতে মূল কবিতাত উদ্ধৃত কৰা বাবে কবিৰ অনুবাদ কি পৰিমাণে মূলানুগ বা সৃষ্টিশীল হৈছে, সেই সম্পৰ্কে মন্তব্য কৰাত সুবিধা হৈছে।

কবিগৰাকীয়ে অনুবাদ কৰা শ্যেলিৰ প্ৰথম কবিতাটো হ'ল Lines to an Indian Air। এই কবিতাটো পোনতে ১৮২৩ চনত liberal পত্ৰিতাত Song written for an Indian Air নামেৰে ছপা হৈছিল। এতিয়া ইয়াক The Indian Girl's song বুলিহে জনা যায়। এই নামটো শ্যেলিৰ নিজা হাতৰ আখৰৰ পাণ্ডুলিপিত (১৯৬২ চনত আৱিষ্কৃত) পোৱা গৈছে। অনূদিত দ্বিতীয় কবিতাটো ৰচনাৱলীত The Flight of Love বুলি উল্লেখ কৰা হৈছে। পিছে, এতিয়া ইয়াক When the Lamp is Shattered (কবিতাটোৰ প্ৰথম শাৰী) নামেৰে জনা যায়। তৃতীয় কবিতা One Word is Too Often Profaned ৰমন্যাসিক কবি গৰাকীৰ মৃত্যুৰ পিছত ১৮২৪ চনত প্ৰকাশিত হয়। বৰুৱাদেৱে অনুবাদ কৰা শ্যেলিৰ আন দুটা কবিতা হ'ল Music, when Soft Voices Die আৰু

Love's Philosophy। বাইৰনৰ When we two parted আৰু হাফিজৰ কবিতাৰ ইংৰাজী ভাঙনি The Feast of Spring অৰ অনুবাদো তেখেতে আগবঢ়াইছে।

যিকোনো অনুবাদকে কেতবোৰ নীতি অনুসৰণ কৰি অনুবাদৰ কামত আগবাঢ়ে। সেই নীতি স্পষ্টকৈ ক'তো ব্যাখ্যা নকৰিবও পাৰে। তেওঁ কৰা অনুবাদ ভালদৰে পঢ়ি চালেই সেই নীতি সম্পৰ্কে আৰু 'আদৰ্শ অনুবাদ' সম্পৰ্কে তেওঁৰ ধাৰণাৰ এটা আভাস পোৱা যায়। পাৰ্বতিপ্ৰসাদ বৰুৱা অনূদিত কবিতাকেইটি একেলগে পঢ়ি উঠি ধাৰণা হয়— কবি গৰাকীয়ে অনুবাদ যিমান পাৰে সিমান মূলানুগ কৰিবলৈ প্ৰয়াস কৰিছিল। অনুসৃষ্টি (transcreation)তকৈ অনুবাদতহে তেওঁ জোৰ দিছিল। অৱশ্যে যিকোনো অনুবাদেই কম-বেছি পৰিমাণে পুনৰ নিৰ্মাণ, পুনৰ সৃজন হোৱাটো তেনেই স্বাভাৱিক। পাৰ্বতিপ্ৰসাদ বৰুৱাই মূলৰ প্ৰতি অধিক বিশ্বস্ত হৈ থাকিব খুজিয়ে কবিতাৰ একোটাইঁত শাৰীৰ আক্ষৰিক অনুবাদ আগবঢ়াইছে। এনে অনুবাদ প্ৰায়ে অস্বাভাৱিক কৃত্ৰিম হৈ পৰিছে। কিছুমান শাৰী খৰখেদাকৈ অনুবাদ কৰা যেন লাগে (হয়তো তেওঁ প্ৰকাশ কৰিম বুলি ভাবি অনুবাদ কৰিবলৈ লোৱা নাছিল। আনহাতে অনুবাদত তেওঁ আকৌ এবাৰ হাত ফুৰালেহেঁতেন নেকি, তাকো জনা নগ'ল।):

(ক) My cheek is cold and white,
alas!
গাল মোৰ চেঁচা আৰু শেঁতা হ'ল, হায়!
My heart is beats loud and fast
কলিজাই ঘনকৈ বৰকৈ মাতে

(খ) They knew not I knew thee
সিহঁতে নেজানে চিনো বুলি
Who knew thee too well
তোমাক যে ভালকৈয়ে জানোঁ

(গ) Pale grew thy cheek and cold
গালখনি শেঁতা আৰু চেঁচা

অনুবাদক গৰাকীয়ে মূল কবিতাৰ লয় আৰু ছন্দ সজ্জা অনুবাদতো ৰক্ষা কৰিবৰ চেষ্টা কৰিছে। প্ৰথম কবিতাৰ ছন্দসজ্জা ক-খ-গ-খ অক্ষত ৰখাৰ প্ৰয়াস সফলো হৈছে—

তোমাৰ সপোন দেখি সাৰ পালোঁ মই
নিশাৰ প্ৰথম সুখ টোপনিৰ পৰা,
সমীৰণ বলিছিল সুৰ সুৰ কৈ,
আকাশত জ্বলিছিল তিৰ বিৰ তৰা।

এই কবিতাটিৰ (Lines to an Indian Air বা The Indian Girl's Song) ভাঙনিৰ এটা দিশ উল্লেখযোগ্য। মূল কবিতাটোৰ বাক্যবোৰ বৰ্তমান (Simple present tense) কালৰ। অনুবাদত কিন্তু অতীত কালৰ বাক্যহে ব্যৱহাৰ কৰা হৈছে। ইয়াৰ বাবে মূলৰ অৰ্থ অক্ষুণ্ণ ৰখাত বিশেষ অসুবিধা হৈছে বুলি ক'ব নোৱাৰি।

পাৰ্বতিপ্ৰসাদ বৰুৱাৰ আক্ষৰিক অনুবাদ নিমজ নহ'ব পাৰে; কিন্তু মূল কবিতাৰ ভালেমান শব্দ, শব্দগুচ্ছ অসমীয়া সাঁচত ঢলাৰ ক্ষেত্ৰত তেওঁ মৌলিকতা দেখুৱাব পাৰিছে। প্ৰথম কবিতাটিৰ 'The nightingale's **complaint**' ৰ ভাঙনি কৰা হৈছে এইবুলি — '**ভীমৰাজ পখিটিৰ ওজৰ-কান্দোন**'। 'Complaint' ৰ অনুবাদ 'ওজৰ-কান্দোন' যথাযথ হৈছে। তেনেকৈ When the Lamp is Shattered নামৰ কবিতাটিৰ Loved accents are soon forgot' ৰ অনুবাদ কৰা হৈছে এইবুলি, 'সাদৰী মাতৰ বেগতে ঠেও পাহৰে' (শাৰীটো এনেদৰে লেখাৰ স্থল আছিল 'সাদৰী মাতৰ ঠেও বেগতে পাহৰে')। 'Accent' ৰ ৰূপান্তৰ 'ঠেও' সঁচাকৈ সুন্দৰ আৰু অৰ্থবহ হৈছে। পিছে কেতিয়াবা আকৌ অধিক সৃষ্টিশীল হ'বলৈ গৈ মূলৰ একোটাইত শব্দ বা শব্দগুচ্ছৰ দ্বাৰা সৃষ্ট ব্যঞ্জনা আওকাণ কৰাও দেখা যায়। উদাহৰণ স্বৰূপে The Flight of Love (প্ৰথম শাৰী 'When the Lump is Shattered')ৰ মাজৰ শাৰী দুটামানলৈ আঙুলিয়াব পাৰি ঃ

Like the win through a ruin'd cell,
On the mournful surges
That ring the dead sea man's knell.'

ইয়াৰে প্ৰথম দুটা শাৰীৰ ভাঙনিত সৃষ্টিশীলতা আছে। ইয়াত আক্ষৰিক অৰ্থতকৈ ভাবাৰ্থতহে গুৰুত্ব দিয়া দেখা যায়ঃ

গুহা-সুৰুঙাৰ জীৰ্ণ বায়ুৰ গান
সাগৰ বুকুৰ বিষাদ-উৰুমি

mournful surges' ৰ অনুবাদ 'বিষাদ-উৰুমি' ব্যঞ্জনা সমৃদ্ধই হৈছে। কিন্তু শেহৰ শাৰীটোৰ ভাঙনি 'মৰা নাৱিকৰ শংখধ্বনিৰ তান' শুনিবলৈ শুৱলা যদিও ই মূলৰ তাৎপৰ্য অটুট ৰাখিব পৰা নাই। 'Knell' শব্দটিৰ বিশেষ অৰ্থ আওকাণ কৰা বাবেই হয়তো এনে হ'ল। ইয়াত 'knell' এ মৃত্যু ঘণ্টা (কাৰোবাৰ মৃত্যুৰ জাননী দি বজা

ঘণ্টা)হে বুজাইছে; 'শঙ্খধ্বনিৰ তান'এ 'knell' ৰ দ্বাৰা সৃষ্ট অনুষংগ, ব্যঞ্জনা কোনোটোৱে ধৰি ৰাখিব পৰা নাই। এনে ক্ষেত্ৰত হয়তো কিছু পৰিমাণে আক্ষৰিক অনুবাদ গ্ৰহণযোগ্য হ'লহেঁতেন।

দুই এক ক্ষেত্ৰত অনুবাদক গৰাকীয়ে লোৱা স্বাধীনতাৰ ফল ভালেই হৈছে। 'ভাঙনি" নহৈ 'অনুসৃষ্টি'ৰ পৰ্যায় পোৱা কেতবোৰ পংক্তিত পাৰ্বতিপ্ৰসাদ বৰুৱাই মূলৰ ভাবাৰ্থ; ব্যঞ্জনাৰ্থ অটুট ৰাখিব পাৰিছেঃ

(ক) ধুনীয়া মালতী পাহি লেৰেলি শুকায়,
মনৰ মাজত তাৰ গোন্ধ বৈ যায়
(মূল ঃ Odours, when sweet violets sicken,
live withing the sense they quicker)
(খ) যেতিয়া জাৰৰ কুঁৱলী বলিব
এটি দুটি কৰি পাত যাব জহি খহি
(মূল ঃ When leaves fall and cold winds came ...)
(গ) উম লগা বাহ উঁৱলি পৰিব
(মূল ঃ Wrom thy nest every rafter
Will rot ...)

ওপৰৰ উদাহৰণকেইটি মনোযোগেৰে পঢ়িলে দেখা পোৱা যাব যে বিদেশী কবিতাৰ আমাৰ বাবে অপৰিচিত পৰিস্থিতি, প্ৰকৃতিৰ বিভিন্ন দিশৰ উল্লেখ কৰা শব্দ বা শব্দ গুচ্ছৰ অৰ্থ (বাচ্যাৰ্থ) কবিৰ ভাষাত ফুটাই তোলাৰ সলনি, কবি-অনুবাদকে মূলত উল্লিখিত দৃশ্যাবলী, প্ৰকৃতি, নৈসৰ্গৰ আভাস দিব পৰা আমাৰ পৰিৱেশৰ সৈতে খাপ খোৱা শব্দ বা শব্দগুচ্ছহে বাছি লৈছে। সেইহে Sweet violets sicken অৰ ভাঙনি কৰা হৈছে 'ধুনীয়া মালতী পাহি লেৰেলি শুকায়' বুলি। তেনেদৰে উদাহৰণ (খ)ৰ মূলৰ ... 'Cold winds come...' হৈ পৰিছে 'জাৰৰ কুঁৱলী বলিব'। 'বলিব' শব্দৰ প্ৰয়োগ মন কৰিব লগীয়া। অনুবাদকে এই তিনিওটা ক্ষেত্ৰত (ক-গ) লোৱা স্বাধীনতা সকলোৰে মনঃপুত নহ'ব পাৰে। আমাৰ বিচাৰত ই অনুবাদক গৰাকীৰ সৃষ্টিশীলতা আৰু কল্পনাশক্তিৰ তীব্ৰতাৰ পৰিচায়ক। আমাৰ বোধেৰে কবিতা অনুবাদৰ ক্ষেত্ৰত পাৰ্বতিপ্ৰসাদ বৰুৱাই সামগ্ৰিকভাৱে আৰু যুগপৎভাৱে দুটা কৌশল (Strategy) অবলম্বন কৰা যেন লাগে; দুইটাৰে মূল উদ্দেশ্য 'বিশ্বস্ততা' বজাই ৰখা ঃ (১) মূলৰ ভাব, ব্যঞ্জনা আত্মস্থ কৰি পিছত তাক অসমীয়া ভাষাৰ সমল সৃষ্টিশীলভাৱে ব্যৱহাৰ কৰি সাবলীল অনুবাদত জোৰ দিয়া; (২) অৰ্থৰ ফালৰ পৰা বেছি জটিল আৰু ঘননিবদ্ধ নোহোৱা মূলৰ কেতবোৰ

পংক্তি আক্ষৰিকভাৱে অনুবাদ কৰি মূলৰ অৰ্থ অটুট ৰখা। দ্বিতীয়টো কৌশল প্ৰয়োগ কৰিও পঢ়ুৱৈৰ পঢ়ি ভাল লগা ধৰণৰ ভাঙনি আগবঢ়াব পৰা যায় নিশ্চয়। পিছে পাৰ্বতিপ্ৰসাদ বৰুৱাদেৱে কৰা আক্ষৰিক বা প্ৰায়-আক্ষৰিক ভাঙনি সময়ত 'যান্ত্ৰিক' আৰু নিষ্প্ৰভ হৈ পৰে ঃ

(ক) যুক্তিয়ে আহি গৰিহণা দিব
(মূল ঃ Bright reason will mock thee)
(খ) তোমাৰ শপত ভাগি গ'ল
যশ গ'ল পাতলীয়া হৈ
(মূল ঃ Thy vows are all broken
And light is thy fame)

বাইৰণৰ কবিতা 'When we two parted - অৰ আৰু শ্যেলিৰ One word is too often profaned ৰ বাহিৰে আনকেইটি কবিতাৰ অনুবাদ সামগ্ৰিকভাৱে ভাল হৈছে বুলি ক'ব লাগিব। মূল কবিতাৰ মৰ্মাৰ্থ অটুট ৰাখি, মূলৰ লয় আৰু ছন্দ সজ্জাৰ অন্ততঃ একোটা আভাস দি কবিতাকেইটিৰ বিশ্বস্ত অনুবাদ আগবঢ়োৱাত কবিগৰাকী সফল হৈছে। অনুবাদ কাৰ্যত আৰু অধিক সময় ব্যয় কৰি প্ৰতিটো কবিতাৰ অনূদিত ৰূপত অন্ততঃ আকৌ এবাৰ হাত ফুৰোৱা অৱকাশ আছিল। অনুমান হয় (অনুমান ভুলো হ'ব পাৰে) এই অনুবাদ কাৰ্য বৰুৱাদেৱৰ লেখক জীৱনৰ আগডোখৰৰ প্ৰচেষ্টা। আমাৰ আলোচনাত আঙুলিয়াই দিয়া সীমাবদ্ধতা সত্বেও ক'ব পাৰি যে এতিয়া প্ৰাপ্ত অনূদিত ৰূপতো গীতি-কবিগৰাকীৰ সিদ্ধি তেনেই কম নহয়। □

# পাৰ্বতিপ্ৰসাদ আৰু ঐতিহ্য-বিচাৰ

ডম্বৰু কাকতী

পূৰ্বকথা ঃ যি সকলৰ কৃতি আৰু মনীষাই উনবিংশ শতাব্দীৰ শেষ ভাগ আৰু বিংশ শতাব্দীৰ প্ৰথম পাঁচটা দশকত অসমক উজ্জ্বল ঐক্য দিছিল, সেইসকলক মৃত্যুৱে আমাৰ মাজৰ পৰা এজন এজনকৈ আঁতৰাই নিছে। অসমীয়াৰ জীৱন আৰু মানসিকতা গঠনত আগভাগ লোৱা এই ৰমণীয় ব্যক্তি সকলৰ সামগ্ৰিক ৰচনা, চিন্তাধাৰা জীৱন আৰু কৰ্ম সম্বন্ধে শ্ৰমজনিত নৱ অনুসন্ধান একান্ত আৱশ্যক। নতুন জেনেৰেশ্যনৰ সন্মুখত যুগমানস বিশৃঙ্খলা অবক্ষয় চেতনা আৰু নৈতিক বিপৰ্যয়ৰ মাৰাত্মক ত্ৰুটী সমূহৰ অপসাৰণ আৰু কেন্দ্ৰিকতাভ্ৰষ্ট দুৰাশ্ৰয়ী মানসিক অলসতাৰ বিৰুদ্ধে পূৰ্বসুৰী সকলৰ কৃতি আৰু মহাত্মাক ঐতিহ্যলৈ নৱ-যাত্ৰাৰ এক প্ৰশস্ত পথ সৃষ্টি কৰাৰ সময় অতীত হৈছে। তথাকথিত প্ৰগতিশীলতাৰ নামত চলা বিভ্ৰান্তকাৰী অৰাজকতা আৰু অন্ধসংস্কাৰৰ অদ্ভুত সংমিশ্ৰণৰ তৰল আধ্যাত্মিকতাত কণ্ঠৰোধ হোৱা বিষাক্ত বায়ুৰ পৰা নতুন পুৰুষক ৰক্ষা কৰা এপালি ঔষধ উলিয়াৱাৰ প্ৰয়োজন অধিকতৰ। ইউৰোপৰ মোহিনী স্পৰ্শত আমাৰ প্ৰায়ভাগ পূৰ্বসুৰী জীৱন আৰু চেতনা গঢ় লৈ উঠিছিল। আমাৰ জীৱন ধাৰাত মধ্য উনবিংশ শতাব্দী আৰু বিংশ শতাব্দীৰ প্ৰথমাৰ্দ্ধত যি উদাৰ নৈতিক চেতনাৰ আধিপত্য বিস্তাৰ হৈছিল তাৰ সামাজিক দৃষ্টি ভঙ্গী আমাৰ অগ্ৰজ সকলৰ কাৰ্যাৱলী আৰু সৃষ্টিত পৰিস্ফুট হৈছিল। বিংশ শতাব্দীৰ সমাজ জীৱনৰ বিভিন্ন অৱয়ৱৰ সংযোগ সাধনৰ চেষ্টাত যি সকলে নিজকে লিপ্ত কৰিছিল, তেওঁলোকৰ স্বকীয় ধ্যান ধাৰণাত প্ৰতিফলিত হৈছিল বেপাৰী সভ্যতাৰ বাণিজ্যিক যুক্তি আৰু ইতিহাসৰ মূল প্ৰেৰণা। অৱশ্যে নন্দনতাত্ত্বিক দিশতো ব্যাপক মানসিক প্ৰস্তুতিৰে আধ্যাত্ম জীৱন গঠনৰ উৎস সন্ধান তেওঁলোকে নকৰাকৈ থকা নাছিল।

এই কালছোৱা অসমীয়া মানসিকতা গঠন পৰিক্ৰমা, জাতীয় জীৱন আৰু বিকাশ ধাৰাৰ এক বিস্ময়কৰ আৰু চমকপ্ৰদ অধ্যায়। যুগপৎ ভঙা গঢ়াৰ ইতিহাসৰ বস্তুধাৰাৰে

এই সময়ছোৱাৰ প্ৰাণ পৰিপুষ্ট। এই সময়ছোৱাৰ পূৰ্ববৰ্তী কালখণ্ডত ইংৰাজ আগমনৰ ফলত বৈদেশিক ভাবধাৰাৰ আঘাতত প্ৰাচীন জীৱনাদৰ্শ সামাজিক বিন্যাস মূল্যবোধ আৰু ধ্যান ধাৰণা মূহ্যমান হৈছিল, গঢ়ি উঠিছিল এক অভিনৱ সংঘাতৰ পটভূমি। পশ্চিমীয়া ভাবধাৰাৰ আঘাতত অৱশ্যে অন্যহাতে আমাৰ জীৱনৰ পৰিসৰ বহল হৈছিল। এই অভিনৱ সমাজ সংঘাতৰ পৰিপ্ৰেক্ষণত প্ৰত্যেক জীৱনধাৰাত সৃষ্টিশীল সত্তা সৃষ্টিৰ বাবে যি সকল ব্যক্তি ওলাই আহিছিল আৰু সংঘাতৰ মৰ্মবাণীক আত্মস্থ কৰিছিল, ইতিহাসৰ গো পন আকুতিক বাস্তৱত ৰূপান্তৰিত কৰিছিল, তেওঁলোক ভাৰতবৰ্ষৰ আধুনিক নিৰ্মাতা হিচাবে অম্লান শ্ৰদ্ধাত প্ৰতিষ্ঠিত হৈ থাকিব। এই নিৰ্মাতা সকলৰ পথ অনুসৰণ কৰি যিসকলে বিংশ শতাব্দীৰ বাটত বাট বুলিছিল, নন্দনতত্বৰ দৃষ্টিৰে জীৱনক বিচাৰ কৰাৰ প্ৰয়াস কৰিছিল, সেই সকলৰ ভিতৰত গীতিকবি পাৰ্বতিপ্ৰসাদো এজন। জীৰ্ণ প্ৰাচীনতাৰ পৰবৰ্তী নতুন আদৰ্শ প্ৰতিষ্ঠাৰ অৰ্থে যি সকলে সাংস্কৃতিক বিপ্লৱৰ পটভূমি ৰচনা কৰিছিল, জীৱনৰ সামগ্ৰিকতাৰ কথা কৈছিল সেই মুষ্টিমেয় লোক কেইজনৰ ভিতৰত পাৰ্বতিপ্ৰসাদৰ ব্যক্তিত্ব অপূৰ্ব আৰু ৰমণীয়। এই কালছোৱা 'নিৰ্ঝৰেৰ স্বপ্ন ভঙ্গৰ' কাল য'ত প্ৰাণৰ ক্ষুধা আছিল অসীম, গান আৰু কথাৰ ভাণ্ডাৰ আছিল অক্ষয়। কি মহৎ শিল্প সৃষ্টিৰ প্ৰেৰণাত উদ্বুদ্ধ হৈ পাৰ্বতিপ্ৰসাদে, জ্যোতিপ্ৰসাদৰ সগোত্ৰ হৈ অসমীয়া সংস্কৃতিৰ প্ৰকাশক প্ৰাণবন্ত ৰূপ দিলে সেই কথা আজি অসমীয়া সংস্কৃতিৰ ইতিহাস হৈছে। এই নৱ উন্মেষণৰ সাৰৱত্তা বাছি উলিওৱা পৰম আৱশ্যকীয় বিষয়। যিহেতু আমাৰ মন ধ্ৰুপদাশ্ৰয়ী গানৰ সুৰৰ বিস্তাৰৰ স্বল্পতাত অসন্তুষ্ট, উপাদান আৰু বিশ্লেষণ গুণেৰে গুণান্বিত। শিল্পসৃষ্টিৰ পূৰ্বে ঐতিহ্যৰ অনুসন্ধানত আসক্ত সেইবাবে স্থানীয় প্ৰভাৱ সম্পৃক্ত শিল্প আস্বাদন আমাৰ পৰম আশ্ৰয়ৰ স্থল। এনে স্বয়ং সম্পূৰ্ণ আৰু external reality গুণেৰে গুণান্বিত পাৰ্বতিপ্ৰসাদৰ শিল্পসৃষ্টিৰ সম্যক মূল্যায়ন নোহোৱা অতি পৰিতাপৰ বিষয়। শিল্পৰ আবেদন বিভিন্ন যৌক্তিক ইন্দ্ৰিয়ানুগামী বুলিলে সত্যৰ অপলাপ নহয়। একোটা মানব গোষ্ঠী বা একোটা খণ্ডৰ মানসিক উৎকৰ্ষতাৰ মূল বুনিয়াদ একোটা সাংস্কৃতিক সুগম পৰিবেশ সৃষ্টিত এই কথা সকলোৰে জনাজাত হ'লেও ইয়াৰ মুখ্যতম সম্পদ হ'ল "অন্তৰ্নিষ্ট ক্ষমতা"। শিল্প ঐতিহ্যৰ পটভূমিত যি সকলে এটা জাতিৰ আন্তৰিক সম্পদসমূহ মানসিক স্তৰ হিচাপে গঢ়ি তুলিব পাৰিছে। তেওঁলোক মানুহৰ ইতিহাসৰ এক বিশিষ্ট মৰ্যাদাৰ আসনত প্ৰতিষ্ঠিত হৈছে। পাৰ্বতিপ্ৰসাদো এনে এক ব্যক্তি। বাস্তৱিকতে বেজবৰুৱাৰ পৰবৰ্তী কালৰ জনমানসৰ চলমান জীৱন ধাৰা বিকাশৰ চমকপ্ৰদ অধ্যায়ৰ এক বিশিষ্ট পৰিচ্ছেদেই পাৰ্বতিপ্ৰসাদৰ জীৱন ইতিহাস। আজি আমাৰ জীৱনৰ অৱক্ষয় চেতনাৰ পাৰ্বতিত দিশহাৰা নতুন পৌৰুষক নৱজাগৃতিৰ পথ দেখুৱাবলৈ আমাৰ

পূৰ্বসুৰীসকলৰ চিন্তাচৰ্চা ধ্যান ধাৰণা আৰু চৰিত্ৰৰ মুখাসম্পৰৰ সাৰবস্তু বাছি উলিওৱা একান্ত প্ৰয়োজন। আমাৰ উত্তৰ কালৰ জীৱন আৰু সমাজ মানসৰ সাৰ্থক ঐতিহ্য সৃষ্টিৰ বাবে পাৰ্বতিপ্ৰসাদৰ কৃৰ্তি আৰু চিন্তাদৰ্শৰ আৱশ্যকতা কিমান সেইখিনি বিচাৰ কৰা হয়, এই প্ৰবন্ধৰ প্ৰতিপাদ্য বিষয়। তেওঁৰ ব্যক্তিত্বৰ স্বাতন্ত্ৰ্য আপোন প্ৰতিভাৱে ৰশ্মিৰে উজ্জ্বল যদিও, সেই ব্যক্তিত্ব অসমৰ জাতীয়তাৰ প্ৰমূল্য নিৰ্দ্ধাৰণত কিমান সহায়ক এই কথা নিৰপেক্ষ ভাৱে বিচাৰ কৰা প্ৰয়োজন।

সকলো সৃষ্টিৰ মূলতে একোটা কালৰ দ্যোতনা থাকে। যি কালত নব্য অসমীয়া সাহিত্যৰ সৃষ্টি হৈছিল, সেই উনবিংশ শতাব্দীৰ শেষাৰ্দ্ধৰ পৰা বাস্তবানুগামিতাই সাংস্কৃতিক বুনিয়াদ গঢ়িব নোৱাৰে বাবে আমাৰ জাতিৰ সমগ্ৰ চেতনাত নৱজাগৰণ প্ৰস্ফুটিত নহ'ল। নৱ জন্মৰ সূচনা বা নৱজীৱনৰ উন্মাদনা বুলিলে অসমীয়াৰ জীৱন আৰু মানসিকতা গঠনৰ সাংস্কৃতিক সম্পদকে পৰিচ্ছেদৰ দুই এটা সম্পদকে আঙুলিয়াব পাৰি। বহুতৰ মতে উনবিংশ শতাব্দীত অসমত এটা নৱজাগৰণৰ পতন হৈছিল। এই কালছোৱাত সমগ্ৰ ভাৰতবৰ্ষৰ ৰাজহুৱা জীৱনৰ অস্তিত্ব ৰক্ষাৰ কাল এই অস্তিত্ব ৰক্ষাৰ বুনিয়াদটোক আমি ইণ্ডিয়ান ৰেণেসাঁ বুলি কওঁ। যিবোৰ অৰ্থত ইউৰোপত নৱন্যাস পতন হৈছিল, সেই একে কাৰণত আমাৰ ইয়াত হোৱা নাই। কাৰণ ইউৰোপৰ ৰেণেসাঁ আৰু আমাৰ নৱজাগৰণৰ মাজত কালগত ব্যৱধান পাঁচশতকৈও অধিক বছৰৰ। ইউৰোপীয় ৰেণেসাঁ মুখ্যতঃ গ্ৰীক সংস্কৃতিৰ পুনৰ্বিকাশ, ভাৰতীয় নৱজাগৰণ পাশ্চাত্যৰ বুৰ্জোৱা আলোকত নিজকে আৱিষ্কাৰ কৰাৰ চিন্তা মানস। উনবিংশ শতাব্দীত ইউৰোপীয় মহৎ চিন্তাধাৰা এফালে অতীতমুখী আৰু আনফালে গতিশীল হৈছিল। ইউৰোপীয় নৱন্যাসৰ প্ৰৱক্তাসকলৰ উদ্দেশ্য আছিল বৌদ্ধিক জ্ঞানৰ ভৰত এটি all inclusive ধাৰণা প্ৰচাৰ কৰা যত বিমূৰ্ত কলাৰ দৃষ্টিয়ে গ্ৰীক যুগীয়ে চিন্তাৰ লগত সঙ্গতি ৰাখিবলৈ সমৰ্থ হ'ল। আনহাতে শীলাৰ আদিৰ প্ৰয়োগবাগী ভাৱবাদে Auslate Realism ত ব্ৰতী হ'ল। শীলাৰ মানৱতাবাদ ব্যক্তি প্ৰভাৱ মুক্ত আৰু মানৱ প্ৰভাৱ মুক্ত বৈজ্ঞানিক চিন্তাধাৰাক বিমূৰ্ত সূত্ৰৰ ওপৰত প্ৰতিষ্ঠা কৰা। মূলতঃ এই চিন্তাধাৰা মানসিকভাৱে সুশৃংখল ইচ্ছাবাদৰ সমগোত্ৰীয়।

মানুহৰ শ্ৰম শক্তি, ইতিহাস ব্যাখ্যা, উৎপাদন ভিত্তি সম্পৰ্ক আৰু পৰিবৰ্তনৰ এটা সুকীয়া তাৎপৰ্য আছে। ইউৰোপীয় চিন্তামানসত যিদৰে গ্ৰীক সংস্কৃতিৰ ঐতিহ্যই বিশালতা দিছে, সেইদৰে আমাৰ জীৱনক দিব পৰা নাই যিহেতু পৰাধীন জাতিৰ আত্মা মুক্তিৰ প্ৰচেষ্টা (পৰাধীন মানে ৰাজনৈকি সাংস্কৃতিক আৰু অৰ্থনৈতিক অনগ্ৰসৰতা আৰু মুক্তিহীন পৰিবেশ) স্বাধীন জাতিৰ আত্ম মুক্তিৰ প্ৰচেষ্টা একে হ'ব নোৱাৰে, সেই বাবে পাশ্চাত্যৰ

আলোকত আমাৰ নৱ-জাগৰণ বা অস্তিত্ব ৰক্ষাৰ মানসিকতাৰ মূল সোঁতৰ বেগ উপলব্ধিৰ নহয়। তথাপিও এই কালছোৱা সাংস্কৃতিক পৰিবৰ্তনৰ আধাৰত নৱন্যাস পতনৰ কাল (আংশিক অৰ্থত।) মুদ্ৰক-যন্ত্ৰৰ প্ৰতিষ্ঠা গুণাভিৰাম, ঢেকিয়াল ফুকনৰ কাৰ্যাৱলী, জাদুৰামৰ ব্যক্তিনিষ্ঠতা, মণিৰাম দেৱানৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক চিন্তাৰ পৰা আৰম্ভ কৰি চন্দ্ৰকুমাৰ, বেজবৰুৱা দলৰ কাৰ্যাৱলীলৈকে, ৰাজনৈতিক সংস্থাৰ সূচনাৰে পৰা পাৰ্বতিপ্ৰসাদ, জ্যোতিপ্ৰসাদৰ সংস্কৃতি সাধনালৈকে অসমীয়া সমাজ সংস্কৃতিৰ গুৰুত্বপূৰ্ণ কাল। পাৰ্বতিপ্ৰসাদৰ শিল্পাদৰ্শ, বিমূৰ্ত চেতনা, বিশৃঙ্খল উদ্যোগৰ আকাৰ, উপাদান দ্ৰব্য আৰু ধৰ্ম (substance and accident) ৰ পটভূমি হ'ল সাংস্কৃতিক নৱন্যাস। এই পটভূমিত যি বস্তুৱে সক্ৰিয় ভূমিকা গ্ৰহণ কৰিছিল, সি হ'ল লিবাৰেল হিউমেনিজিম। এই Liberal Humanism বা মনৰ কেন্দ্ৰিক অধ্যাত্মতত্ত্ব ভাৰতবোধ সাধনাতে প্ৰতিষ্ঠিত হ'লেও অস্বাভাবিক আত্ম সংকোচনৰ দোষত দোষী। সম্ভৱতঃ এই আত্ম-সংকোচনে মধ্যযুগৰ ভাৰতীয় সমাজখনৰ জীৱননিষ্ঠ সাধনাৰ মূল সত্তাটোক আয়ত্বৰ ভিতৰলৈ আনিব নোৱাৰিলে। ফলত যুগধৰ্মৰ অবিমিশ্ৰ ফলশ্ৰুতিবোধৰ অন্তৰ্ভুক্ত হিচাপে এই ব্যাপক উদ্যোগে নৱজীৱনৰ বোধন শঙ্খ বজাব নোৱাৰিলে। তথাপিও জ্যোতিপ্ৰসাদ, পাৰ্বতিপ্ৰসাদ আৰু বিষ্ণুপ্ৰসাদৰ সৃষ্টিয়ে অস্থিৰতাৰ কুৱঁলী আতঁৰাবলৈ আংশিকভাৱে সক্ষম হৈছিল। এই কথাৰ অৰ্থ হ'ল পাৰ্বতি প্ৰসাদ বা জ্যোতিপ্ৰসাদৰ সৃষ্টিয়ে সমাজৰ বৈপ্লবিক (বৈপ্লবিক মানে বহল সামাজিক আৰু নন্দনতাত্বিক অৰ্থত) পৰিবৰ্তনৰ বাণী বহন কৰিব নোৱাৰিলে আৰু সাজৰ মূল সত্য নতুন জীৱন যাত্ৰা, নতুন জীৱন দৰ্শন, ঐতিহ্যতা, জীৱনানন্দ বুদ্ধিৰ মুক্তি, ব্যক্তিসত্বাৰ আত্মপ্ৰতিষ্ঠা, সাংস্কৃতিক চেতনাক পূৰ্ণ ৰূপত প্ৰকাশ দিব নোৱাৰিলে। সংস্কৃৰ্তি চেতনাৰ মূল লক্ষ্য হোৱা উচিত নৱব্যাস আৰু বিশ্ববীক্ষা এই দুয়োটা বস্তুৰ দুৰন্ত অভাৱৰ বাবে আজি অসমত চলি থকা ঠেক হিন্দু জাতীয়তাবাদ মুচলিম জাতীয়তাবাদ, জনজাতীয়তাবাদৰ অন্ত পৰা নাই। যোৱা চাৰি হেজাৰ ধৰি ভাৰতীয় জনতাৰ অন্তঃপ্ৰকৃতি এনে কিছুমান স্তৰ প্ৰতিষ্ঠিত হৈছে যিবোৰৰ আত্মতত্ত্ব আৰু অৰ্ন্তদ্বন্দ্ব অতি ভয়ানক। ভাৰতীয় গ্ৰামবাদ, প্ৰকৃতিবাদ, ধৰ্মপুত্ৰ আচাৰ অনুষ্ঠান সম্পৰ্কীয় এনে কিছুমান তত্ত্ব আছে যিবোৰ দূৰ কৰিবলৈ এখন ভয়ানক সাংস্কৃতিক আন্দোলনৰ ক্ষেত্ৰ সৃষ্টি কৰিব লাগিব। পাৱৰ্তিপ্ৰসাদৰ দৃষ্টিত এনে সম্পদ আছেনে— এই প্ৰশ্নৰ উত্তৰ পাৰ্বতিপ্ৰসাদৰ সৃষ্টিত নিদিয়াকৈ থকা নাই। পাৰ্বতিপ্ৰসাদ উচ্চ বৰ্ণৰ অসমীয়াৰ প্ৰতিনিধি। কাজেই তেওঁৰ সৃষ্টিত সাধাৰণ ভাৱে উচ্চ বৰ্ণৰ অসমীয়াৰ জীৱন জিজ্ঞাসা আছে। এইটো নিতান্ত সাধাৰণ কথা। কিন্তু সংস্কৃতিকাৰ পাৰ্বতিপ্ৰসাদৰ দৃষ্টিয়ে অসমৰ মূল মানব গোষ্ঠীৰ সম্পদ আহৰণ কৰি বৰ অসমৰ সাংস্কৃতিক ভেটী

ৰক্ষাৰ কাৰ্যত ব্যস্ত আছিল। এই ভেটী আছিল সুন্দৰৰ ভেটী। ইয়াত জীৱনৰ সামগ্ৰিকতাৰ, সুন্দৰৰ কথা আছে। সেইবাবে পাৰ্বতিপ্ৰসাদৰ সৃষ্টিৰ কৌমীয় চেতনাৰ পৰিধিত সদায়েই নতুনৰ এক সামগ্ৰিক জীৱন দৃষ্টিয়ে লুকাভাকু খেলিছিল। এইটো এটা পৰম আৱশ্যকীয় সম্পদ। এই সম্পদত অসমীয়াৰ হক ৰক্ষা আৰু ভাৰতবৰ্ষৰ নৱ জীৱনৰ স্বাৰ্থৰ বস্তু লুকাই আছে।

জীৱনৰ এক মহত্তম উদ্দেশ্য সাধন প্ৰক্ৰিয়া মহৎ শিল্প সৃষ্টিৰ দায়িত্বৰ অন্তৰ্গত। এনে উদ্দেশ্য সাধনত জীৱনৰ পূৰ্ণত্বই প্ৰধানকৈ ক্ৰিয়া কৰে। আবহমান কালৰে পৰা জীৱনৰ পূৰ্ণত্বৰ সম্পৰ্কে এটা প্ৰশ্ন উদয় হৈ আহিছে— জীৱনক পূৰ্ণত্ব দিয়ে কিহে?

হাৰ্বাৰ্ট ৰীড ৰ মতে জীৱনক পূৰ্ণত্ব দিয়ে দেশ আৰু মানুহৰ মুক্তিৰ প্ৰতি ব্যক্তিৰ অন্তৰত থকা উদীপ্ত স্বপ্ন আৰু প্ৰেমে। মানুহৰ সৰ্বাত্মক উন্নয়নৰ বাবে যাৰ চেতনা ঐতিহাসিক স্তৰলৈ ধাবিত হৈছে তেওঁৰ জীৱনত পূৰ্ণত্বৰ প্ৰতিশ্ৰুতি আছে। স্থূলশিল্প বস্তুৱে যেনেকৈ মানুহৰ মন আকৰ্ষিত কৰিব নোৱাৰে। সেইদৰে সৌষ্ঠৱহীন শিল্পকৰ্মইও মানুহক অস্তিত্বৰ এটা নতুন ব্যাপ্তি দিব নোৱাৰে। শিল্পকলাৰ ক্ষেত্ৰত প্ৰয়োগ কৰিব পৰা 'ৰীডৰ' এই মন্তব্যটো একোজন ব্যক্তিৰ জীৱনতো প্ৰয়োগ কৰিব পাৰি। যাৰ জীৱনত এক উদীপ্ত সামাজিক স্বপ্নই লুকাভাকু খেলা নাই, তেওঁৰ জীৱন সৌষ্ঠৱশালী হ'ব নোৱাৰে। পাৰ্বতিপ্ৰসাদৰ জীৱন সম্পূৰ্ণতম অৰ্থত সৌষ্ঠৱশালী আছিল; উদ্ভাসিত আছিল এক উদীপ্ত সামাজিক স্বপ্নেৰে। অসমীয়া ভাষা, সাহিত্য, জীৱন, নন্দনতত্ত্ব মানৱতা আৰু সংস্কৃতিক সাৰাটি এই স্বপ্ন প্ৰাণৱন্ত হৈছিল। মানুহৰ জীৱনৰ লগত সাহিত্য সংস্কৃতিৰ কি গভীৰতম সম্পৰ্ক আছে তাক সাৰ্থক ভাবে নিৰ্ণয় কৰিবলৈ পাৰ্বতিপ্ৰসাদে যত্ন কৰিছিল। পাৰ্বতিপ্ৰসাদ বৰুৱাৰ চিন্তাধাৰা, তেওঁৰ শিল্পকাৰ্যৰ লগত ওতপ্ৰোতভাবে জড়িত তেওঁৰ ৰচনাত জ্যোতিপ্ৰসাদৰ দৰে সপোনে শীৰ্ষস্থান পোৱা নাছিল যদিও এটা অব্যাখ্যাত সুস্থ জীৱন চেতনাই মুখ্যস্থান অধিকাৰ কৰিছিল। মানুহৰ জীৱনৰ ঋতুপৰ্যায়ৰ যিবোৰ মহতন পৰিবৰ্তন হয়, সেই পৰিবৰ্তনৰ প্ৰতিক্ৰিয়া তেওঁৰ সৃষ্টিৰ আৰু চেতনাৰ মূল উপাদান। শিল্পী সত্তাত তেওঁৰ এনে এটা গভীৰ বিশ্বাস আছিল য'ত শিল্পৰ মূলসত্তাত এটা Monadie isolation বিচাৰি পাইছিল। যি কোনো গভীৰ সম্পৰ্কৰ মাজত স্থায়ীত্বৰ বীজ আৰু আনুগত্যৰ সম্ভাৱনা লুকাই থাকে। একান্ত নিৰলস বা সৰৱ সামাজিক জীৱনত আৱেগৰ পূৰ্ণ প্ৰকাশ য'তেই ৰুদ্ধ হৈছে, জীৱন তাতেই তৰাং হ'বলৈ বাধ্য। পাৰ্বতিপ্ৰসাদে জীৱনক এক আদিম আনন্দৰ উৎসৰ পৰা জীৱনানন্দ আত্মপৰিক্ৰমা অতিক্ৰম কৰি নিস্পৃহতাৰ বেদনাৰ স্তৰলৈকে গ্ৰহণ কৰিছিল। জীৱনক অবিকৃত ভাৱে গ্ৰহণ কৰাৰ প্ৰতিশ্ৰুতি সত্তাৰ গভীৰ ঐক্যৰ বাণী।

সুৰদীয়েই হওক বা তিতাই হওক গেদেৰীৰে সৈতে তেওঁ জীৱনৰ সাজপানী টুপি পিছে। ধাৰণা হয় মানুহৰ সত্তাৰ আভ্যন্তৰীণ বিপৰ্যয়ৰ সম্বন্ধে তেওঁ বৈজ্ঞানিক ভাবে সচেতন আছিল। সম্ভৱতঃ সেইবাবে তেওঁ জীৱনৰ Aesthetic-ৰ বুনিয়াদটোও ইউটোপিয়াৰ স্বপ্ন নাছিল। সেয়েহে পাৰ্বতিপ্ৰসাদে জীৱনৰ সকলো খৰ্বতাক হাঁহিমুখে গ্ৰহণ কৰিছে। তুচ্ছতম বস্তুৰ মাজতো যিদৰে জীৱনৰ অতৃপ্ত সৌন্দৰ্য পিপাসা উপলব্ধি কৰিছে, সেইদৰে প্ৰাকৃতিক সৌন্দৰ্যৰ প্ৰতিটো বস্তুৰ মাজত বিচাৰিছে মানৱ আত্মাৰ নিৰলস সম্পৰ্ক। তেওঁৰ সৃষ্টিত জীৱনৰ অপাৰ্থিৱ বিষাদ বেদনা আৰু সৌন্দৰ্য চেতনা এক অন্তৰ্ভূত আনন্দবাদত সংস্পৃক্ত হৈছে। তেওঁৰ আদি জীৱনৰ প্ৰতীক আছিল 'সোণৰ সোলেঙ' আৰু শেহতীয়া প্ৰতীক 'ফৰিঙ'। 'একো ঠেহ নাপাতি' 'খেল ভঙাখেল খেলা' কৰিয়ে এহাতেৰে নিজৰ ঐশ্বৰ্যময়ী অতীতটোক সাৱটি আনখন হাতেৰে নতুন কিবা এটা বিচাৰিছিল। এই নতুন কিবাটো হয়তো নৱতম আধুনিকতাৰ আগজাননী। বিশুদ্ধ সৌন্দৰ্যৰ বস্তুসৃষ্টি আৰু উপভোগৰ প্ৰেৰণাই কবিশিল্পীক বাউল কৰে। পাৰ্বতিপ্ৰসাদৰ কাব্যত এই সৌন্দৰ্যৰ চেতনা, আনন্দময় ইতিবাদৰ লগত সংযুক্ত। তেওঁৰ ৰোমাণ্টিক দৃষ্টিভঙ্গী সমন্বয়ধৰ্মী সাংস্কৃতিক আস্থা শাশ্বত সত্যত অবিচলিত বিশ্বাস, বিশুদ্ধ সৌন্দৰ্য চেতনা, অতীন্দ্ৰিয় প্ৰেমানুভূতি, কল্পনাৰ নিৰ্ভৰযোগ্য ঐশ্বৰ্যমমতা অসমীয়াৰ জীৱন আৰু মানসিকতাৰ এক অমূল্য সম্পদ।

একেধাৰে সু-কবি, গীতিকাৰ, সুৰস্ৰষ্টা, প্ৰাবন্ধিক, সুৰীয়া প্ৰতীকধৰ্মী ৰূপক লিখোতা সু-গায়ক, অভিনেতা, চিত্ৰ আৰু নৃত্যশিল্পী আছিল পাৰ্বতিপ্ৰসাদ। তেওঁ আমাৰ আগৰ চাম মানুহৰ ভাল মানুহৰ (cultured man) প্ৰতিভূ আছিল। আছিল অসমীয়া সংস্কৃতিৰ এজন সাৰ্থক প্ৰবক্তা। প্ৰতিটো কথাত, প্ৰতিটো কামতে মানুহজনৰ সজ আচৰণ সংস্কৃত মন আৰু কলাসুলভ অন্তৰৰ পৰিচয় ফুটি উঠিছিল।

বৈষয়িক জীৱনত পাৰ্বতিপ্ৰসাদ আছিল চাহ ব্যৱসায়ী। কিন্তু তুচ্ছ ক্ষয়-ক্ষতিৰ বেদনাই বা হেমভাবে ধন গোটোৱাৰ আগ্ৰহে পাৰ্বতিপ্ৰসাদক বহুতীয়া কৰিব পৰা নাছিল। তেওঁ জীৱনৰ সুন্দৰতাক ভালকৈ বুজি পাইছিল। সেয়েহে অসমৰ সংস্কৃতিৰ বিবৰ্তনৰ পটভূমিত তেও জীৱনক বহুল ঐতিহাসিক স্তৰত বিচাৰ কৰিবলৈ যত্ন কৰিছিল। শেষ জীৱনত তেওঁ চিন্তাধাৰা আৰু জীৱনবোধত আধ্যাত্মিক বিপ্লৱ সংঘটিত হৈছিল যিটো খুব কম মানুহৰ জীৱনত ঘটে। এনে আধ্যাত্মিক বিপ্লৱৰ বস্তু সম্ভাৱে পাৰ্বতিপ্ৰসাদৰ ব্যক্তিত্বৰ এটা অপূৰ্ব ঐকান্তিক স্তৰত অন্তৰ্মুখিনতা আৰু ৰসানুভূতি উদ্ৰেক কৰিছিল। আশৈশৱ প্ৰাকৃতিক বিচিত্ৰ বৰ্ণালীৰ অনিৰ্বচনীয় অভিজ্ঞতাৰ মুখামুখি হৈ তাৰ সৌন্দৰ্য উপভোগ কৰিয়েই ক্ষান্ত থকা নাছিল, সেই সৌন্দৰ্য, সেই অভিজ্ঞতাক, অৰ্থবহ কৰি

তুলিবৰ বাবে কাব্যগঠন পৰিক্ৰমাত ৰসব্যঞ্জনাপ্ৰসূত দাৰ্শনিক ৰাখ্যা প্ৰতিভাত কৰিছে। আশৈশৱ এক সু-বিশাল অন্তৰ জগত সৃষ্টি কৰি এক subjective individualism গঢ়ি তুলিছে। সোণৰ সোলেঙে এই কথাকে প্ৰমাণ কৰে। ৰবীন্দ্ৰনাথৰ দৰে সৎ জীৱন যাত্ৰা আৰু সামাজিক শৃঙ্খলাৰ কেন্দ্ৰ হিচাবে আত্মাক তেওঁ অপাৰ্থিৱ স্থান দিছে। এনে ৰস সন্ধানে তেওঁৰ সৃষ্টিক ভাৰতীয় মনীষাৰ দীৰ্ঘ ঐতিহ্যৰ লগত সম্পৃক্ত কৰিছে।

জীৱনৰ শেহৰ কালছোৱাত পাৰ্বতিপ্ৰসাদ বৰুৱাদেৱৰ সান্নিধ্যলৈ যোৱাৰ সৌভাগ্য হৈছিল। সোণালী পামৰ ৰোগ শেতেলীত পৰি থকা ব্যক্তিজনৰ জীৱনবোধ শৰতৰ শেৱালীয়ে পৰশা মুক্ত আকাশৰ দৰে বিশাল আৰু ৰহস্যময় আছিল। এটি নিৰ্লিপ্ত চেতনাই তেওঁক গভীৰ ভাৱে পীড়া দিছিল ঃ অনুভৱ হৈছিল তেওঁ যেন 'নৈৰ্ব্যক্তিক নিস্পৃহতাৰ' বেদনাত ভূগিছিল। জীৱনৰ খৰ্বতাক, সীমাবদ্ধতাক মহৎ বীক্ষাৰে জীৱন সন্ধানী কৰি তুলিলে। সোণৰ হৰিণা যেদি ভাগৰি নপৰি জীৱনৰ প্ৰবহমান ছন্দৰ তালে তালে কবিয়ে ভগা টোকাৰীৰ সুৰত জীৱনক চিনি পোৱা আন্তৰিকতাৰ সুৰ বিচাৰিলে।

আজিৰ সমাজ জীৱনৰ বেপাৰী সভ্যতাৰ আৰু দেনা পাওনাৰ মকৰা জালেৰে আবৃত মৰ্ম্মন্তুদ হতাশ, অবিশ্বাস আৰু অভিযোগৰ ছায়া পুঞ্জীভূত হোৱা কালত পাৰ্বতিপ্ৰসাদৰ সৃষ্টিৰ কাৰ্যকৰী মানসিকতা আৰু আধুনিক জীৱন চিন্তাৰ সুন্দৰখিনি বাছি উলিওৱা কি গভীৰ প্ৰয়োজন আছে সেই কথাই যি কোনো চিন্তাশীল লোকৰ অন্তৰ স্পৰ্শ নকৰাকৈ নেথাকে। পাৰ্বতিপ্ৰসাদ আজি আমাৰ মাজত নাই, কিন্তু তেওঁৰ ভাৱধাৰা, সুন্দৰৰ সাধনাৰ প্ৰশস্ত ক্ষেত্ৰ আৰু উদীপ্ত সামাজিক স্বপ্ন জীয়াই আছে। এইখিনি আমাৰ উত্তৰ কালৰ জীৱন সাধনাৰ বাবে প্ৰয়োজনীয়। □

# পাৰ্বতিপ্ৰসাদৰ গীত ঃ
# সুৰৰ বৈশিষ্ট্য আৰু ৰাগৰ প্ৰয়োগ

কৰবী ডেকা হাজৰিকা
নীলিমা বৰঠাকুৰ

পাৰ্বতিপ্ৰসাদৰ গীতৰ মাজত থকা শান্ত আৰু আহ্লাদদায়ক গুণ অসমীয়া সংগীতত প্ৰায় একক আৰু অতুলনীয়। জোনাকী আৰু উত্তৰ জোনাকী যুগত অসমীয়া গীতি সাহিত্য বিকশিত হৈছিল আৰু তাৰ আগলৈকে চলি থকা বাংলা গীতৰ প্ৰভাৱ আৰু অন্ধ অনুকৰণৰ পৰা মুক্ত হ'বলৈ সচেতনভাৱে চেষ্টা কৰা এচাম গীতিকাৰৰ আৱিৰ্ভাৱ ঘটিছিল। ৰাগ-সংগীতৰ আধাৰত ৰচনা কৰা ভালেমান বৈঠকী গীতৰো প্ৰচলন হৈছিল। বিভিন্ন সংগীতজ্ঞৰ হাতত প্ৰণয় বিৰহ, দেশভক্তি ভগৱৎ ভক্তিৰ গীতে-সুৰে-তালে প্ৰাণ পাই উঠি অসমীয়া সংগীতৰ নৱ-জাগৰণৰ সূচনা কৰিছিল। এই নৱজাগৰণ সম্পূৰ্ণ হৈছিল ত্ৰিছ চল্লিছৰ দশকত ঘাইকৈ জ্যোতিপ্ৰসাদ আগৰৱালাৰ গীতৰ মাজেদি। তেওঁৰ আগতে গীতৰ কথাত থলুৱা গুণ থাকিলেও সুৰত নাছিল। জ্যোতিপ্ৰসাদে অসমীয়া থলুৱা সুৰৰ লগত প্ৰাচ্য-পাশ্চাত্যৰ সুৰৰ মিশ্ৰণ ঘটাই অসমীয়া সংগীতত আগেয়ে নোপোৱা প্ৰাণ মতলীয়া কৰা লক্ষণ সন্নিৱিষ্ট কৰিছিল। জ্যোতিপ্ৰসাদেও তেওঁৰ শান্ত কোমল গীতবোৰত বিভিন্ন সুৰৰ মিশ্ৰণ ঘটাইছিল। এই সুৰবোৰ অসমৰ মাটি পানীৰ পৰাই গাইকৈ আহৰণ কৰি দুই এটি বাহিৰা উপাদান সংযুক্ত কৰি সৃষ্টি কৰা হৈছিল। পাৰ্বতিপ্ৰসাদৰ গীত কথা অংশৰ লগত সুৰ সঞ্চাৰ অতিশয় খাপ খাই পৰাৰ বাবে গীতবোৰে বিশেষ সৌন্দৰ্য লাভ কৰে। তেওঁৰ গীতৰ সুৰৰ মাজত কেইটিমান বৈশিষ্ট্য লক্ষ্য কৰা যায়। সেইকেইটা হ'ল লোকগীতৰ সুৰৰ সানমিহলি প্ৰয়োগ, থলুৱা সুৰৰ লগত ৰাগসংগীতৰ মিশ্ৰণ আৰু ৰবীন্দ্ৰসংগীতৰ লগত থলুৱা সুৰৰ মিশ্ৰিত প্ৰয়োগ। বৰগীতৰ সুৰৰ সুষম মিশ্ৰণো তেওঁৰ গীতৰ অন্যতম বৈশিষ্ট্য।

পাৰ্বতিপ্ৰসাদৰ গীতৰ মাজত অসমৰ সেউজীয়া প্ৰকৃতি সজীৱ হৈ জিলিকি আছে। কঁহুৱা বনৰ কঁপনি আৰু লুইতৰ ৰূপালী ঢল তেওঁৰ গীতৰ মাজত যেন ছবিৰ দৰেই স্পষ্ট। ভৰ দুপৰীয়া বাঁহী বজোৱা গৰখীয়া ল'ৰাটি নাইবা লুইতৰ চাপৰিত ভাত ৰান্ধি

খোৱা নাৱৰীয়া, বোনোবা ৰাতিৰ টোপনি নহা মুহূৰ্তত তাঁহি অহা শেৱালিৰ গোন্ধ, আন্ধাৰত জিলিকা জোনাকী,— এই সকলোবোৰে তেওঁৰ গীতৰ একাংশ ভৰাই থৈছে। থলুৱা ভাব-অনুভূতিৰ প্ৰকাশ থকা এই গীতবোৰৰ সুৰত আইনাম, বিয়ানাম, নিচুকনি গীত, বনগীত, নাম-কীৰ্তন, ওজাপালি, গোসাঁনী-নাম, টোকাৰী গীত, ভাটিয়ালী গীত, বিহুগীত আৰু মি চিং গীতৰ সুৰৰ মিশ্ৰণ দেখা যায়।

পাৰ্বতিপ্ৰসাদৰ গীতৰ অন্য এভাগত তেওঁৰ মনৰ মাজৰ ৰহস্যসন্ধানী কবিজনে আৰু নিঃসঙ্গ ব্যক্তি সত্বাই আত্মপ্ৰকাশৰ বাট বিচৰা দেখা যায়। কোনোবা অতীতৰ বিষাদ মধুৰ মুহূৰ্তৰ সোঁৱৰণ সন্ধ্যামেঘৰ ৰহস্যময় ৰূপ, মাজৰাতি এন্ধাৰ ঘৰত ঘুমতি ভাঙি যোৱা শিহৰণ, অন্তৰ্জগতৰ বিচিত্ৰ ভাব-অনুভূতিৰ খলকনি আদি বিবিধ বিষয় সামৰা এই গীতবোৰত ৰাগ-সংগীতৰ নিমজ হাত বুলনি লক্ষ্য কৰা যায়।

পাৰ্বতিপ্ৰসাদৰ গীত-কবিতাৰ এক লক্ষণীয় বৈশিষ্ট্য হ'ল ৰবীন্দ্ৰনাথৰ চিন্তা আৰু আদৰ্শৰ প্ৰতি গভীৰ অনুৰাগ। জীৱনৰ মূল আধাৰ ৰূপে এক চিৰসুন্দৰৰ অস্তিত্বত বিশ্বাস আৰু জীৱন-মৃত্যুৰ ছায়া-ময়া ৰূপৰ মাজত সৰ্বশক্তিমানৰ অনুভৱ বহুক্ষেত্ৰতে ৰবীন্দ্ৰ-দৰ্শনৰ লগত একে ঠাঁচত গঢ়া পাৰ্বতিপ্ৰসাদৰ গীতৰ সুৰৰ মাজতো ৰবীন্দ্ৰ সংগীতৰ প্ৰতিফলন লক্ষণীয়। এই প্ৰতিফলন প্ৰত্যক্ষ নহয়, মূল থলুৱা সুৰৰ শৰীৰত আঁউজিহে প্ৰতিফলিত হৈছে।

পাৰ্বতি-সংগীতৰ অন্যতম বিশেষত্ব হ'ল কথা অংশত থকা আলংকাৰিক সৌন্দৰ্য। এই অলংকাৰ বেছি অংশতেই স্বভাবোক্তি, সুন্দৰী নাৰীৰ স্বাভাৱিক লাৱণ্যৰ দৰে। ব্যঞ্জনাৰ ব্যৱহাৰ আৰু চিত্ৰকল্পৰ প্ৰয়োগ তেওঁৰ গীতৰ শৰীৰত সৌন্দৰ্যময় প্ৰসাধনৰ দৰে উজ্জ্বল হৈ আছে। তাৰ লগতে আছে বিবিধ ৰসৰ স্বচ্ছন্দ স্ফুৰণে সৃষ্টি কৰা আকৰ্ষণ। সাধাৰণতে শান্ত ৰস তেওঁৰ গীতৰ প্ৰথম বৈশিষ্ট্য। তাৰ পিছতে আছে কৰুণ ৰস। বীৰ আৰু ভক্তি ৰসে কিছু পৰিমাণে স্থান পালেও শান্তৰসৰ নিবিড় গভীৰ আশ্ৰয়ত সেইবোৰ মিলি পৰে। গীতৰ বিষয়বস্তুৰ নিৰিবিলি নিৰ্জনতা অথবা প্ৰাণ মন্থন কৰা নিঃসঙ্গতা ধীৰ স্থিৰ কোমল সুৰত শ্ৰোতাৰ অন্তৰত সোমাই পৰে। জোনাকৰ শীতলতাই চকুলো সৰোৱা অনুভৱ যি সুৰত ফুটাই তোলা হৈছে, সেয়াও যেন শীতল আৰু হৃদয় পৰশা। আনহাতে আইনামৰ সুৰত ফুটাই তোলা হৈছে দেশমাতৃৰ পূজাৰ আকাংক্ষা। কথা আৰু সুৰৰ উপযুক্ত মিশ্ৰণৰ বাবেই পাৰ্বতিপ্ৰসাদৰ গীতবোৰ শান্তিদায়ক, বিশ্ৰামদায়ক আৰু শীতলতাৰে ভৰা।

পাৰ্বতিপ্ৰসাদৰ গীতৰ মাজত দুখক জয় কৰি জীৱনক সাহসেৰে গ্ৰহণ কৰাৰ মনোভাব পৰিলক্ষিত হয়। জীৱনজোৰা দুখৰ বোজা সাহসেৰে বৈ জীৱন-দেৱতাৰ কাষত তেওঁ নিজকে সমৰ্পণ কৰিছে। এই সমৰ্পণৰ মাজেৰে এজন প্ৰেমৰ সাধক

ৰূপে এজন ৰহস্যবাদী কবি ৰূপে তেওঁৰ ব্যক্তিত্বৰ প্ৰতিফলন দেখা যায়। তেওঁৰ অন্তৰ আৰু প্ৰতিভাত ৰেখাপাত কৰা পৰম্পৰাগত সাংস্কৃতিক চিন্তাধাৰাই তেওঁৰ গীতৰ মাজেদি আত্মপ্ৰকাশ কৰিছিল, শৈশৱ আৰু যৌৱনৰ ঘৰখন, পশ্চিমবংগৰ সাংস্কৃতিক বাতাবৰণৰ স্পৰ্শ, ব্যক্তিগত দুৰ্যোগ আৰু বিষাদ, এই সকলোবোৰ উপাদানে গঢ় দিয়া তেওঁ আছিল এজন তীক্ষ্ণ সংবেদনশীল কবি। গীতসমূহৰ মাজতো এই কবিজনৰ সিদ্ধি সুস্পষ্ট। সেয়েহে কবিতাৰূপেও গীতবোৰৰ বিশেষ মূল্য আছে। ভাব অনুসৰি বিস্তাৰিত হোৱা সুৰৰ প্ৰয়োগে গীতবোৰত সোণতে সুৱগা চৰাইছে।

**ৰাগৰ প্ৰয়োগ :** পাৰ্বতিপ্ৰসাদৰ গীতৰ মাজত বিভিন্ন ৰাগৰ পদচালনা অনুভূত হয়। তেওঁৰ সমগ্ৰ গীতৰ মাজৰ পৰা কেইটামান জনপ্ৰিয় গীত বুটলি লৈ সেইবোৰত ব্যৱহাৰ কৰা ৰাগৰ বিষয়ে বিশ্লেষণ কৰা হৈছে। গীতকেইটি হ'ল —

১। লুইতৰ চাপৰিত ক'ৰে নাৱৰীয়া
২। গৰখীয়া হেৰ' গৰখীয়া
৩। আহিনমহীয়া শেৱালি সৰিলে
৪। হেৰ' বলিয়া নয়ন ভৰি ভৰি চা
৫। আজি আকাশত শেষ হ'ব পায়
৬। কিহৰ ৰাগীত জলাকলা হলি।

এই গীতকেইটিত প্ৰধানকৈ কফী ঠাটৰ কেইটিমান ৰাগৰ প্ৰভাৱ পৰা দেখা যায়। সেই ৰাগকেইটি হৈছে — ভীমপলশ্ৰী, ধানি, কাফি আৰু ধনশ্ৰী। অৱশ্যে 'কিহৰ ৰাগীত জলাকলা হলি' গীতটিত প্ৰধানকৈ খাম্বাজ ঠাটৰ খাম্বাজ ৰাগৰ প্ৰভাৱ পৰিছে। 'লুইতৰ চাপৰিত ক'ৰে নাৱৰীয়া' গীতটিৰ বিশেষত্ব হ'ল, গীতটিৰ কোনো কোনো অংশত ভীমপলশ্ৰী আৰু কাফী ৰাগত কোমল ধৈৱত প্ৰয়োগ হৈ সুন্দৰ হৈ উঠিছে। তদুপৰি এইদৰে কোমল ধৈৱত প্ৰয়োগ হোৱাত বৰ্তমানে অপ্ৰচলিত হৈ পৰা খট-ৰাগৰ প্ৰভাৱো ইয়াত দেখা যায়। সেই একেদৰে 'আহিনমহীয়া শেৱালি সৰিলে' গীতটিতো খটৰাগৰ প্ৰয়োগ মন কৰিব লগীয়া।

## লুইতৰ চাপৰিত ক'ৰে নাৱৰীয়া

এই গীতটিত কফী ঠাটৰ কফী আৰু ভীমপলশ্ৰী ৰাগৰ প্ৰভাৱ পৰিছে। কোমল ধৈৱতৰ প্ৰয়োগে খটৰাগৰ প্ৰয়োগো ইংগিত কৰে।

খট ৰাগ আসাৱৰী ঠাটৰ। ইয়াৰ জাতি হৈছে সম্পূৰ্ণ। বাদী-ধা, সংবাদী - গা।

ইয়াত দুয়োটা নিষাদ লাগে। সময় দিনৰ দ্বিতীয় প্ৰহৰ।

আৰোহণ - সা ৰে গ ম প নি ধ নি সাঁ

অৱৰোহণ - সাঁ নি ধ প ম গ ৰে সা।

(তাল- দাদৰা যদিও চন্দ দীপচন্দী তালৰ দৰে আৰু আমাৰ ভাওনাৰ বীৰ প্ৰৱেশৰ ছন্দৰ দৰে)

স্থায়ী ঃ

| | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| লু | ই | তৰ | চা | প | ৰিত | ক' | ৰে | না | ৱ | ৰী | য়া |
| গ | ম | প | ম | ধ | ৎপ | গ | প | ম | গ | সা | সা |
| x | | | ০ | | | x | | | ০ | | |

| | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| বা | লিত | ভা | তে | ৰা | ন্ধি | খা | য় | - | - | - | - |
| সা | মম | ম | গ | সা | সা | গসা | নি | - | - | - | - |
| x | | | ০ | | | x | | | ০ | | |

| | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| সা | উ | দৰ | ডি | ঙ | ৰা | ব | গা | পা | লে | ত | ৰা |
| গ | ম | প | প | নি | সাঁ | নি | সাঁ | নি | প | প | মগ |
| x | | | ০ | | | x | | | ০ | | |

| | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| উ | জ | নী | দে | শ | লৈ | যায় | - | - | - | - | - |
| গ | ম | প | ম | ধ | পম | গ | - | - | - | - | - |
| x | | | ০ | | | x | | | ০ | | |

অন্তৰা - ১

| | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| হে | ৰ | না | ৱ | ৰী | য়া | মে | লি | দে | ডি | ঙ | ৰা |
| গ | ম | প | প | নি | সাঁ | নি | সাঁ | গঁ | ৰেঁ | সাঁ· | সাঁ |
| x | | | ০ | | | x | | | ০ | | |

| | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| ত | বি | দে | শু | কু | লা | পা | ল | - | - | - | - |
| নি | সাঁ | সাঁ | নি | প | নি | সাঁ | - | - | - | - | - |
| x | | | ০ | | | x | | | ০ | | |

| | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| প | শ্চি | মৰ | দি | শ | ৰে | প | ছো | ৱা | আ | হি | ছে |
| নি | সাঁ | সাঁ | সাঁ | ৰেঁ | সাঁ | নি | প | ধ | প | ম | গ |
| x | | | ০ | | | x | | | ০ | | |

| | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| ৰ | তা | হ | ৰ | লি | ছে | ৰ | তা | হ | ৰ | লি | ছে |
| গ | ম | পম | গ | সা | সা | গ | ম | পম | গ | সা | সা |
| x | | | ০ | | | x | | | ০ | | |

| | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| ৰ | তা | হ | ৰ | লি | ছে | ভা | ল | - | - | - | - |
| গ | ম | পম | গ | সা | সা | সা | - | - | - | - | - |
| x | | | ০ | | | x | | | ০ | | |

**অন্তৰা - ২**

| | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| পা | ল | তে | লা | গি | ৰ | প | শ্চি | মৰ | প | চো | ৱা |
| গ | ম | প | প | নি | সাঁ | নি | সাঁ | গঁ | ৰেঁ | সা | সা |
| x | | | ০ | | | x | | | ০ | | |

| | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| তু | -ল | বুল | ক | ৰি | ব | নাও | - | - | - | - | - |
| নি | সাঁ | সাঁ | নি | প | নি | সাঁ | - | - | - | - | - |
| x | | | ০ | | | x | | | ০ | | |

| | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| টৌ | ৰ | চে | ৰে | চে | ৰে | না | মে | ল | গা | ই | দিবি |
| নি | সাঁ | সাঁ | সাঁ | ৰেঁ | সাঁ | নি | প | ধ | প | ম | গ |
| x | | | ০ | | | x | | | ০ | | |

| | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| হু | লি | ব | জা | লি | ব | হু | লি | ব | জা | লি | ব |
| গ | ম | পম | গ | সা | সা | গ | ম | পম | গ | সা | সা |
| x | | | ০ | | | x | | | ০ | | |

| | | | | | |
|---|---|---|---|---|---|
| গাও | - | - | - | - | - |
| সা | - | - | - | - | - |
| x | | | ০ | | |

## ২। গৰখীয়া হেৰ' গৰখীয়া

[illegible] ৰাগ ধানি ৰ প্ৰভাৱ পৰিছে। এই ৰাগৰ গান্ধাৰ আৰু নিষ কোমল। বাকীখিনি স্বৰ শুদ্ধ। ঋষভ আৰু ধৈৱত বৰ্জিত। সেইবাবে জাতি-ঔড়ৱ-ঔড়ৱ। ধানি ৰাগৰ বাদী স্বৰ গান্ধাৰ আৰু সংবাদী নিষাদ। সময় দিনৰ দ্বিতীয় প্ৰহৰ। ৰাগ ভীমপলশ্ৰীৰ লগত এই ৰাগৰ বহুখিনি সাদৃশ্য থকা দেখা যায়।

আৰোহণ - নি সা গ ম প নি সাঁ।

অৱৰোহণ - সাঁ নি প ম গ সাঁ।

গীতটিৰ স্বৰলিপিৰ একাংশ দিয়া হ'ল ঃ

তাল - খেম্‌তা

**স্থায়ী ঃ**

| | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| গ | ৰ | খী | য়া | হে | ৰ | গ | ৰ | খী | য়া | - | - |
| সা | গ | ম | প | নি | সা | নি | সাঁ | নি | গ | ম | গ |
| কি | সু | ৰ | ব | জা | লি | কি | সু | ৰ | ব | জা | লি |
| গ | ম | পম | ম | গ | ম | গ | ম | পম | ম | গ | ম |

| | | | | | |
|---|---|---|---|---|---|
| দু | প | ৰী | য়া | - | - |
| সা | গ | সা | সা | - | - |

**অন্তৰা - (১)**

| | | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|---|
| প | থা | ৰৰ | মা | জ | তে | আ | হঁ | তৰ | ত | ল | তে | |
| নি | সাঁ | সাঁ | সাঁ | সাঁ | সাঁ | নি | সাঁ | নি | প | ম | গ | |
| ম | হুৰ | শিঙৰ | পে | পাঁ | টি | বা | ই | - | দু | প | ৰৰ | |
| গ | ম | পম | গ | সা | গ | সা | - | - | সা | গ | ম | |
| আ | কা | শত | কি | - | সুৰ | মে | - | লিলি | জ | গত | নি | |
| প | নি | প | প | নি | সা | সাঁ | সাঁ | সাঁ | নি | সাঁ | নি | |
| জা | ন | পৰি | যা | য়ে | গ | ৰ | খী | য়া | কি | সুৰ | - | |
| প | ম | গ | সা | গা | গা | গ | প | মগ | গ | ম | পম | |
| ব | জা | লি | কি | - | সুৰ | ব | জা | লি | দু | প | ৰী | য়া.. |
| ম | গ | ম | গ | ম | পম | ম | গ | ম | সা | গ | সা | সা.. |

**অন্তৰা - ২**

| | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| আ | হঁ | তৰ | পা | ত | তে | লা | গি | ছে | সুৰ | - | - |
| সা | গ | গ | সা | গ | গ | সা | গ , গ | | মাগ | - | - |
| ব | তা | হ | ব | লি | ছে | জু- | ৰ | জুৰ | জুৰ | | |
| গ | ম | ম | প | ম | গ | সা | সা | সা | সা - | | - |

শেষৰ অন্তৰা প্ৰথম অন্তৰাৰ দৰেই সুৰ সংযোজন।

**৩। আহিন মহীয়া শেৱালি সৰিলে ....**

উল্লিখিত গীতটিত ভীমপলশ্ৰী আৰু ধনশ্ৰী ৰাগৰ প্ৰভাৱ পৰিছে। অৱশ্যে কোনো কোনো সময়ত কোমল ধৈৱতৰ ব্যৱহাৰ হোৱাত ইয়াৰ সুন্দৰতা বৃদ্ধি হৈছে।

ৰাগ ভীমপলশ্ৰী কাফী ঠাটৰ পৰা উৎপন্ন। ইয়াৰ গান্ধাৰ আৰু নিষাদ কোমল আৰু বাকীখিনি স্বৰ শুদ্ধ। আৰোহণত ঋষভ আৰু ধৈৱত বৰ্জিত। অৱৰোহণ সম্পূৰ্ণ।

সেইবাবে জাতি ঔড়ব সম্পূৰ্ণ। বাকী স্বৰ মধ্যম আৰু সংবাদী ষড়জ। গোৱা বজোৱাৰ সময় দিনৰ তৃতীয় প্ৰহৰ।

আৰোহণ - নি সা গ ম, প, নি সা।

অৱৰোহণ - সা নি ধ প ম, গৰেসা।

আকৌ ৰাগৰ ধনশ্ৰীও কাফী ঠাটৰ পৰা উৎপন্ন। ইয়াৰ জাতি ঔড়ব-সম্পূৰ্ণ। এই ৰাগৰ নিষাদ আৰু গান্ধাৰ কোমল, পঞ্চমবাদী আৰু ষড়জ-সংবাদী। আৰোহণত ঋষভ আৰু ধৈৱত বৰ্জিত। সময় দিনৰ তৃতীয় প্ৰহৰ।

আৰোহণ - স গ মপ নি সাঁ।

অৱৰোহণ - সাঁ নি ধ প মগ ৰেসা।

তাল দাদৰা

স্থায়ী ঃ

| | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| আ | হি | ন | ম | হি | য়া | শে | ৰা | লি | স | ৰি | লে |
| গ | ম | পনি | প | ম- | গ | গ | প | ম | সা | গ | সা |
| নি | য় | ৰত | তি | তি | লে | বন, | - | - | - | - | - |
| নি | সা | গ | প | নি | পম | মগ | - | - | - | - | - |
| জো | না | কত | ও | প | ভিল | কি | হ | বা | ৰে | লা | গি |
| গ | ম | পম | নি | সাঁ | সাঁ | নি | সাঁ | গঁ | ৰেঁ | সাঁ | সাঁ |
| কে | নে | বা | ক | ৰি | লে | ম | ন | - | - | - | - |
| নি | সাঁ | সাঁ | নি | প | নি | সাঁ | - | - | - | - | - |
| বু | কু | ৰে | বা | দ্ধৈ | ঐ | কে | নে | বা | ক | ৰি | লে |
| নি | সাঁ | নি | গ | মগ | সা | সা | সা | গ | সা | গ | মগ |

| | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| মন | - | - | - | - | - | বান্ধে | - | - | ঐ | - | - |
| গা | - | - | - | - | - | মপ | - | - | ম | গ | সা |

| | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| কে | নে | বা | ক | ৰি | লে | ম | ন | - | - | - | - |
| সা | সা | গ | সা | গ | ম | গ | - | - | - | - | - |

**অন্তৰা - (১)**

| | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| ব | গা | ডা | ৱ | ৰ | ৰে | মূ | ৰ | তে | পা | গু | ৰি |
| গ | ম | প | প | নি | সাঁসাঁ | নি | সাঁ | গঁৰেঁ | সাঁ | সাঁ | সাঁ |

| | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| কো | ন | নো | কোঁ | ৱ | ৰ | আ | হি | - | - | - | - |
| নি | সাঁ | সাঁ | নি | প | নি | সাঁ | - | - | - | - | - |

| | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| দো | ক | মো | কা | লি | তে | মো | ৰে | দু | ৱা | ৰ | তে |
| নি | সাঁ | সাঁ | সা | ৰে | সাঁনি | নি | প | ধ | প | ম | গ |

| | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| কি | য় | ভু | মু | কি | য়া | লে | হি | - | বান্ধে | - | - |
| সা | সা | গ | সা | গ | ম | গ | গ | - | মপ | - | - |

| | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| ঐ | - | - | কে | নে | বা | ক | ৰি | লে | মন | - | - |
| ম | প | গ | সা | সা | গা | সা | গা | মা | গা | | |
| - | - | - | | | | | | | | | |

**অন্তৰা - (২)**

| | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| বু | কু | ৰ | বা | ন্ধে | - | চি | নো | কি | নি | চি | নো |
| গ | ম | প | ম | প | মগ | গ | ম | গ | সা | গ | মগ |

| | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| লা | গে | - | - | - | - | স | ৰা | শে | ৱা | লি | ৰ |
| সা | সা | - | - | - | - | সা | সা | গ | ম | ম | মম |

| | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| বা | টে | কা | ন্থ | নি | বা | দে | খি | ছি | লো | যে | ন |
| প | ধ | প | ম | প | প | প | ধ | প | ম | প | ম |

| | | | | | |
|---|---|---|---|---|---|
| লা | গে | - | - | - | - |
| গ | গ | - | - | - | - |

## ৪। হেৰ' বলিয়া নয়ন ভৰি ভৰি চা

এই গাতটিত কাফি ঠাটৰ ধানি ৰাগৰ প্ৰভাৱ পৰিছে।

তাল -খেম্‌টা

**স্থায়ী ঃ**

| | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| হে | ৰ' | ব | লি | য়া | - | ন | য় | নভ | ৰি | ভ | ৰি |
| সা | গ | গ | ম | প | মগ | গ | ম | মগ | সা | সা | সা |

| | | | | | | | | |
|---|---|---|---|---|---|---|---|---|
| ন | য় | নভ | ৰি | ভ | ৰি | চা | - | - |
| গ | ম | মগ | সা | সা | সা | সা | - | - |

**অন্তৰা - ১**

| | | | | | | | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| স | ন | মু | খত্‌ | - | সৌ | উ | ঠি | ছে | না | মি | ছে |
| প | - | - | নি | - | সাঁ | নি | প | নি | নি | সাঁ | সাঁ |
| উ | ঠি | ছে | না | মি | ছে | ৰূ | প | হীৰ | সূঁ | তি | ৰে |
| নি | প | নি | নি | সাঁ | সাঁ | নি | সাঁ | ৰে | সাঁ | নি | প |
| ঢ | ল | - | - | - | - | ঢৌ | ও | ৰে | বু | কু | তে |
| নি | সাঁ | - | - | - | - | নি | সাঁ | সাঁ | সাঁ | সাঁ | সাঁ |

| | | | |
|---|---|---|---|
| পো হ ৰাজ্ঞ | লে ম লাই | টৌ ৰে ক | ৰে ট ল |
| নি প প | প প মগ | গ ম প | ম গ সা |

| | | | |
|---|---|---|---|
| ম ল ব | লি য়া — | ন য় নভ | ৰি ভ ৰি |
| স গ গ | গ ম পম গ | গ ম মগ | ম গ সা |

| | | | |
|---|---|---|---|
| ন য় নভ | ৰি ভ ৰি | চা - - | - - - |
| গ ম মগ | সা গ গ | সা - - | - - - |

৫। আজি আকাশত ..........

এই গীতটিত কাফী ঠাটৰ ভীমপলশ্ৰী ৰাগৰ প্ৰভাৱ পৰিছে।

ৰূপক তাল

**স্থায়ী :**

| | | | | | |
|---|---|---|---|---|---|
| আ জি আ | কা - | শ ত | শে ষ হঁ | ব - | পা য় |
| সা গ নি | সা - | সা সা | গ - ম | প - | নি প |
| ০ ০ | ৩ | ৪ | ০ | ২ | ৩ |

| | | | | | |
|---|---|---|---|---|---|
| শেহ বা | ৰি - | ষা ৰে | গা - - | - - | - ন |
| প সাঁ | নি - | প মগ | ম - - | গ গ | সা সা |
| ০ | ২ | ৩ | ০ | ২ | |

| | | | | | |
|---|---|---|---|---|---|
| দি যৌ নৈৰ | বু কু | তে - | সে য়ে হে | আ - | হি - ছে |
| প নি নি | সা গ | ম পগ | গ ম পনি | প - | স গ সা |
| ০ | ২ | ৩ | ০ | ২ | ৩ |

| | | | | | |
|---|---|---|---|---|---|
| শে হ - | তী - | - - | বা ন - | - - | - - |
| সা গ - | মগ - | - গ | সা - - | - - | - - |
| ০ | ২ | ৩ | ০ | ২ | ০ |

**অন্তৰা :-**

| | | | | | |
|---|---|---|---|---|---|
| ক লী য়া | ডা ৱ | ৰ ৰ | চ কু পা | নী টো | কা - |
| প নি মা | প প | প - | প নি প | নি সা | র্সা - |

| | | | | | |
|---|---|---|---|---|---|
| কা ন্দো ন | প ৰি | লে - | ও ৰ- - | - - | - - |
| নি র্সা র্গ | র্সা নি | প - | নি র্সা - | - - | - - |

| | | | | | |
|---|---|---|---|---|---|
| আ কা শত | উ ৰি | লে - | ক পা হ | ৰে জো | লা - |
| নি সা গ | সা নি | প - | গা মা পানি | পা ম | গ - |

| | | | | | |
|---|---|---|---|---|---|
| বা জি লে | ৰ - | ঙ ৰে | সু - ৰ | - - | - - |
| সা গ ম | ম গম | গ ম | গ সা সা | - - | - - |

**৬। কিহৰ ৰাগীত জ্বলাকলা ..........**

এই গীতটি খাম্বাজ ঠাটৰ খাম্বাজ ৰাগত পৰিছে। খাম্বাজ ৰাগৰ আৰোহণত ঋষভ বৰ্জিত আৰু অৱৰোহণত সাতোটা স্বৰেই লাগে। সেইবাবে ইয়াৰ জাতি ষাড়ৱ সম্পূৰ্ণ। বাকীস্বৰ-গান্ধাৰ আৰু সংবাদী-নিষাদ। ইয়াৰ আৰোহণত শুদ্ধ নিষাদ আৰু অৱৰোহণত কোমল নিষাদ লাগে। বাকী স্বৰ শুদ্ধ। গোৱা বজোৱাৰ সময় ৰাতিৰ দ্বিতীয় প্ৰহৰ।

আৰোহণ - সা, গ, ম প, ধ নি র্সা

অৱৰোহণ - সা নি ধ প, ম গ ৰে সা

| | | | |
|---|---|---|---|
| কি হ ৰ | ৰা গী ত | জ লা - | ক লা |
| সা - গ - | গ - গ গ | গ ম - | গ - ম |

| | | | |
|---|---|---|---|
| হ - লি - | - - - | - - - | - - |
| ম - প - | প - নি | ধ - প | ম - গা |

| | | |
|---|---|---|
| কো -ন প | গ - লা ৰ | বি জ য় |
| গ - ধ প | ম - গ - | গ - ম - |

মা লা | ল লি | - - -
গ - ৰে | সা - ৰে | সা

**অন্তৰা - ১**

কো ন ৰূ | পহ্ ৰ ৰ | ৰূ প ত | ভু ল
গ - নি | নি - - | নি - সাঁ - | সাঁ ৰেঁ

গ লি - | - - - | উ - জ্ব ল
নি - সাঁ - | - - - | প - সাঁ

জ্যো - তি | চা ই অ | ন্ধ - লা | হ্ - লি
সাঁ ৰেঁসাঁ | নি - নিধা | প - ম | ম - প

- - - | - - - | কো-ন - প | গ - লাৰ
| | গ - ধ প | ম - গ -

বি - জ য় | মা - লা | ল লি - | - - -
গ - ম - | গ - ৰে | সা - ৰে - | - - -

**অন্তৰা - ২**

জ - ল ক | ট - ব ক | বা ট না | পা’ ৰ
সা ধা সা | সা - ম | গ ৰে - | সা ৰে

চি - নি - | - - - | থ - ৰ ক | ব - ৰ ক
নি - সা - | - - - | ৰে - ম ম | ম - প প

যাঁ ৰ | যে নি | তে - নি - | - -
প - প | প -প | ৰে - গাৰে | ৰে গ ম

**গীতৰ সুৰ স্বৰমালা চকু ফুৰাই দিছে পাৰ্বতিপ্ৰসাদ বৰুৱাৰ গীতৰ বিশিষ্ট গায়ক শ্ৰীযুত খগেন দত্ত আৰু মোৰ এজন জ্যেষ্ঠ ছাত্ৰ শ্ৰীমানিক চন্দ্ৰ দাসে।— *নীলিমা বৰঠাকুৰ***

# পাৰ্বতিপ্ৰসাদৰ কবিতা আৰু গীতৰ শব্দচয়ন

দীপ্তি ফুকন পাটগিৰি

আধুনিক অসমীয়া সাহিত্যত গীতিকবি পাৰ্বতিপ্ৰসাদ বৰুৱাৰ নাম উল্লেখযোগ্য। তেখেতৰ সাহিত্য-সম্ভাৰৰ ভিতৰত কবিতা আৰু গীতে বিশেষ প্ৰাধান্য লাভ কৰিছে। অৱশ্যে সুৰীয়া নাট, গদ্য ৰচনা আৰু অন্যান্য যুটীয়া ৰচনা কেতবোৰেও পাৰ্বতিপ্ৰসাদক অসমীয়া সাহিত্যত যুগমীয়া কৰি ৰাখিছে। অৱশ্যে গীতিকবি ৰূপেই তেখেত অধিক পৰিচিত। অসমীয়া সংস্কৃতিৰ একনিষ্ঠ পূজাৰী পাৰ্বতিপ্ৰসাদ কেৱল কবি আৰু গীতিকাৰ ৰূপেই পৰিচিত নহয়; গায়ক, সুৰস্ৰষ্টা, সু-অভিনেতা আৰু নৃত্যশিল্পীৰূপেও তেখেতৰ প্ৰসিদ্ধি আছে। প্ৰকৃতপক্ষে ক'বলৈ গ'লে পাৰ্বতিপ্ৰসাদৰ সমগ্ৰ জীৱনেই 'গীত আৰু সুৰেৰে বন্ধা'। ১৯২৩ চনৰ পৰা ১৯৩৩ চনৰ ভিতৰৰ কালছোৱাত পাৰ্বতিপ্ৰসাদে সৰহখিনি গীতি-কবিতা ৰচনা কৰে। ৰবীন্দ্ৰ কাব্যৰ পৰশ তেওঁৰ ৰচনাত লক্ষ্য কৰা যায় যদিও অসমৰ মাটিৰ গোন্ধ, থলুৱা বনগীত, লোকগীত, আইনাম, ধাইনাম, বিয়ানাম, বৰগীতৰ সুৰে তেওঁৰ কবিতা আৰু গীতক স্বকীয় মৰ্যাদা প্ৰদান কৰিছে। মাটিৰ গোন্ধে উতলা কৰা পাৰ্বতিপ্ৰসাদৰ কবিতা আৰু গীতত প্ৰকাশ পোৱা নন্দনতাত্ত্বিক মূল্যবোধে প্ৰকৃত কবি আৰু গীতিকাৰৰ পৰিচয় দাঙি ধৰিছে। তদুপৰি উপনিষদীয় অপৰূপ চেতনাৰ প্ৰকাশ তেওঁৰ ৰচনাৰ অন্যতম বৈশিষ্ট্য। অসমীয়া গীতক নব্যৰূপ প্ৰদান কৰি এইজন গীতিকাৰে অসমীয়া গীতি সাহিত্যৰ প্ৰবাহত বিশেষ ইন্ধন যোগালে। আপোন প্ৰতিভা, সাধনা আৰু সৃষ্টিশীলতা— এই তিনিও গুণৰ সমাৱেশত তেওঁ অসমীয়া সাহিত্যত এক আছুতীয়া স্থান লাভ কৰিছে। ভাবৰ গভীৰতা, ভাষাৰ কোমলতা, কল্পনাৰ মাধুৰ্য আৰু প্ৰকাশভঙ্গীৰ সৰলতাই পাৰ্বতিপ্ৰসাদৰ কবিতা আৰু গীতক অনন্য কৰি তুলিছে। তদুপৰি তেওঁৰ কবিতা আৰু গীতৰ শব্দচয়নৰ বিশেষত্বই ৰচনাক সুন্দৰ কৰাৰ লগতে পাঠকক মন্ত্ৰমুগ্ধ কৰি তোলে।

কোমল শব্দৰ ব্যঞ্জনাময় ব্যৱহাৰ, ঘৰুৱা শব্দৰ প্ৰয়োগে পাৰ্বতিপ্ৰসাদৰ কবিতা আৰু গীতক মধুৰ কৰি তুলিছে। বঙলুৱা শব্দৰ প্ৰয়োগ তেওঁৰ ৰচনাত পাবলৈ নাই। তৎসম শব্দৰ প্ৰয়োগ কম, অথচ অৰ্দ্ধতৎসম শব্দৰ বিশেষ প্ৰয়োগ তেওঁৰ কবিতাৰ,

গীতৰ অন্যতম বৈশিষ্ট্য। অসমীয়া ভাষাৰ মাধুৰ্য আৰু স্বকীয় বৈশিষ্ট্য তেওঁৰ প্ৰতি ৰচনাতে বিৰাজমান। গীতবোৰত কবিতাৰ সৌন্দৰ্য লক্ষ্যণীয়। গীতিকাৰ ৰূপে ভাষাৰ বিশুদ্ধতা ৰক্ষা কৰাত পাৰ্বতিপ্ৰসাদৰ পাৰদৰ্শিতা মন কৰিবলগীয়া।

প্ৰকৃতি চেতনা পাৰ্বতিপ্ৰসাদৰ কবিতা আৰু গীতৰ অন্যতম আধাৰ। প্ৰায়বোৰ গীতত প্ৰকৃতিৰ মনোমোহা বৰ্ণনা পোৱা যায়। প্ৰকৃতিৰ বৰ্ণনাত ব্যৱহাৰ কৰা শব্দচয়ন মনকৰিবলগীয়া -

'সেইদিনা ফাগুনৰ ফুলৰ মাধুৰী
চৌপাশে ফুৰিছিল উৰি;
নয়নৰ খিড়িকী মুখত
ভাঁহিছিল অপৰূপ ছবি।' (হেৰোৱা লগ্ন)

আকৌ—

'নাহৰ ডালত কেতেকীয়ে গায়
ফাগুনৰ দিন যায়,
এই যায়, এই যায়
ফুল ফুলাৰ বেলা যায়।'
(আহাঁ আহাঁ মোৰ বাসন্তী আই)

ফাগুন, আহিনৰ ছবি আঁকোতে বৰ্ণনা কৰা প্ৰকৃতিৰ ৰূপবোৰ বৰ মনোমোহা।

'আজি ফাগুনৰ পুৱা বেলাতেই
মেঘে ওন্দোলাই আনিলে,
আবতৰতেই নীল আকাশত
কলা ৰং কোনে সানিলে?''
(আজি ফাগুনৰ পুৱা বেলাতেই)

আকৌ—

'আহিন মহীয়া শেৱালি সৰিলে
নিয়ৰত তিতিলে বন;
জোনাকত ওপঙিল কিহবাৰে ৰাগি
কেনেবা কৰিলে মন
বান্ধৈ ঐ
কেনেবা কৰিলে মন।'

শৰতৰ কবি, শৰতৰ মনোমোহা ৰূপত মুগ্ধ গীতিকাৰ পাৰ্বতিপ্ৰসাদৰ বহু গীত আৰু কবিতাত শৰতৰ স্নিগ্ধ বৰ্ণনাই পাঠকক অভিভূত কৰে, মোহাচ্ছন্ন কৰে। চতাই

পৰেৰেবত্তৰ নাগিনী ছোৱালী, পুৱতি নিশাৰ কুৰুৱা বতাহ ছাটি, শইচেৰে হাঁহিছে ধৰণী, ৰ'দৰ একাচলি, এজাকি বৰষুণ, শাৰদী সন্ধিয়াৰ জোনাকী মেল, পুখুৰীৰ পাৰৰে কেচফুল এজুপি, ৰ'দালি ৰেঙালে পুবে, জোনাক জোনাক শীতল জোনাক, শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল, ৰ'দালিয়ে বীণ বায়, ফুল ফুলাবৰ বেলা যায়— আদি বৰ্ণনাত প্ৰকৃতি সৌন্দৰ্যময়ী হৈ উঠিছে। প্ৰকৃতিৰ বৰ্ণনাত প্ৰয়োগ হোৱা শব্দচয়নৰ যি বিশেষত্ব সি আন গীতিকাৰৰ ৰচনাৰ লগত পাৰ্বতিপ্ৰসাদৰ ৰচনাৰ পাৰ্থক্য নিৰূপণ কৰিছে। মাজে মাজে প্ৰয়োগ কৰা তৎসম শব্দই কবিতা আৰু গীতৰ সৌন্দৰ্য হানি কৰা নাই, বৰং বৃদ্ধিহে কৰিছে। অৰ্দ্ধতৎসম শব্দৰ প্ৰয়োগত পাৰ্বতিপ্ৰসাদে বিশেষ পাৰদৰ্শিতা দেখুৱাবলৈ সক্ষম হৈছে। তেওঁ প্ৰয়োগ কৰা শব্দসমূহৰ ভিতৰত বোধন, ধিয়াই, লগন, জনম, তিয়াগি, ৰতন, ময়াপি পৰভাত, চিতনি, আগুনি, পৰাণ, বুলম, দৰশন, পৰশম, চমকি, সূৰুয, উছৱ আদি শব্দবোৰে কবিতা আৰু গীতক এনে এক সুকীয়া ৰূপ প্ৰদান কৰিছে, য'ত ফুটি উঠিছে অসমীয়া ভাষাৰ মাধুৰ্যৰ লগতে গীতি সাহিত্যৰ বিশেষ বৈশিষ্ট্য। শব্দচয়নত অসমৰ মাটিৰ গোন্ধ সুৰভিত হৈছে।

উপনিষদীয় অৰূপ চেতনাৰে উদ্বুদ্ধ পাৰ্বতিপ্ৰসাদৰ কেতবোৰ কবিতা আৰু গীতত জীৱন সম্পৰ্কে এক বিশেষ ধাৰণা প্ৰতিফলিত হৈছে। 'বীণ বৰাগী' কবিতাত প্ৰকাশ পাইছে তেনে এক নীৰৱ চেতনা—

'আহিছোঁ বৰাগী এন্ধাৰ বাটত জীৱনৰ জোৰ লৈ
চিৰ-অভেদ্য মহা ৰহস্য সমুখত আছে বৈ।
দূৰণিৰ সৌ ক'লা যৱনিকা,
তাৰ সিপাৰত আছে কিনো লিখা
কোনে জানে তাৰ সন্ধান, আজি কোনে দিব মোক
কৈ?
আহিছোঁ বৰাগী এন্ধাৰ বাটত জীৱনৰ জোৰ লৈ।'

এনে ধৰণৰ কবিতাবোৰত, গীতবোৰত প্ৰয়োগ কৰা শব্দচয়ন বিশেষভাৱে মন কৰিবলগীয়া। চিৰ-অভেদ্য, মহা-ৰহস্য, কত সন্ধানী, কত ৰহস্য, গিৰি কন্দৰ, সপোন সাম্ফল, আবাহনী সুৰধ্বনি, কালিন্দী ভোমোৰা আদি শব্দৰ যথাযথ প্ৰয়োগে ৰচনাৰ সৌষ্ঠৱ বৃদ্ধি কৰিছে। 'বলমুৱা খেলকে হোৰি', 'বাবুৱনী' আদি কবিতাত প্ৰয়োগ কৰা শব্দৰ লগত প্ৰকৃতি বৰ্ণনা বা উপনিষদীয় চেতনাৰে উদ্দীপ্ত কবিতা বা গীতৰ শব্দচয়নৰ পাৰ্থক্য স্পষ্ট। অৱশ্যে কবিতা বা গীতৰ বিষয়বস্তু অনুসৰিহে শব্দ নিৰ্বাচন কৰা হৈছে। প্ৰকৃতি চেতনা বা উপনিষদীয় চেতনাৰ পৰিবৰ্তে ওপৰত উল্লেখ কৰা কবিতাত প্ৰতিফলিত হৈছে আন এক চেতনা—

'মোৰ চোতালৰে
মোৰ দেশৰে
মোৰ ভাৰতৰে
নৰোত্তম নৰহৰি
নৰনাৰায়ণৰ পৰশত গোটেই দেহাটো
সিৰসিৰাই উঠিছে, কলিজা কঁপি উঠিছে।'

আকৌ—

'অকণমানি ছোৱালীকণ
আঢ়ৈ বছৰীয়া
নামটো তাইৰ মিনি।
বাপেক তাইৰ খুদ বেহেৰা
মাঁক চান্দমণি
বগুলা হাউলিতে থাকে।'

পাৰ্বতিপ্ৰসাদৰ কবিতা আৰু গীতত আছে সুৰ আৰু ছবিৰ আকৰ্ষণ। মানুহৰ অন্তৰৰ গীত গোৱা, সোণৰ সোলেং বিচৰা বৰাগী কবিজনে যেন প্ৰকৃতিৰ অপৰূপ ৰূপৰ মাজেৰে জীৱনৰ জয়গীতি গাই অৰূপৰ লগত মিলিত হোৱাৰ প্ৰবল বাসনা প্ৰকট কৰিছে। শৰতৰ শুকুলা ডাৱৰ, কঁহুৱা ফুলৰ সুৰভি, শেৱালিৰ শুভ্ৰ মাদকতাই যেন কবিক আনমনা কৰিছে। নিয়ৰ, দুবৰি, শেৱালি, কঁহুৱা, জোনাক, কুঁৱলী, সেউজীয়াপাম, দেও ৰাজহাঁহ আদি সেইবাবেই কবিৰ কবিতা আৰু গীতৰ প্ৰাণবস্তু যাৰ লগত গভীৰ সম্পৰ্ক স্থাপন কৰি কবি অভিভূত হৈছে, একাত্ম হৈছে। চিত্ৰধৰ্মীতাই তেওঁৰ কবিতা আৰু গীতক অধিক আকৰ্ষণীয় কৰি তুলিছে। প্ৰকৃতি প্ৰীতি, শৰত প্ৰীতিৰ লগতে পাৰ্বতিপ্ৰসাদৰ আৰু এক প্ৰীতি জড়িত হৈ আছে সেয়া হ'ল জাতীয় জীৱন আৰু আপোন মাটিৰ প্ৰীতি। ৰবীন্দ্ৰ চেতনা, উপনিষদীয় চেতনাইও তেওঁৰ কবিতা আৰু গীতৰ ভাববস্তুক উদ্দীপ্ত কৰিছে।

বিষয়বস্তু অনুসৰি শব্দ নিৰ্বাচনে পাৰ্বতিপ্ৰসাদৰ কবিতা আৰু গীতক বিশেষভাৱে সহায় কৰিছে। আনে প্ৰয়োগ নকৰা অনেক শব্দৰ প্ৰতি পাৰ্বতিপ্ৰসাদে দৃষ্টিপাত কৰিছে যাৰ ফলত ৰচনা অধিক মনোগ্ৰাহী হৈছে। 'চমকা বুকুৰ পৰা এডুখৰি ভাঙি লৈ', 'বেথা তোৰ বুকুৰ ৰতন', 'কোন সুখেনত তোমাৰ প্ৰাণত মিলন হ'ব মোৰ', 'জীৱনৰ সাজ-পানী টুপি গেদেৰিয়ে সৈতে তিতা কৰি দিলা', 'দুপৰ নিশা নিয়ৰে কান্দে টপ্ টপ্ টপ্', 'চতালি বতাহ বয়', 'গোপন কথাটি কয়', 'সুৰভি সাঁচিবৰ ময়াপী খেল', 'আদৰি কৰাচোঁ বৰণ লোৱাচোঁ দীখা', 'লুইতৰ আগালত ঘৰ', 'হয়তো সপোন সাম্ফল হ'ব মায়াৰ

কুঁৱলী যাব', হেৰা ফুলতি মাধৈ মালতী'— আদি বাক্য আৰু বাক্যাংশত ব্যৱহাৰ কৰা শব্দচয়নত পাৰ্বতিপ্ৰসাদৰ সৌন্দৰ্য পিয়াসী, সূক্ষ্মতম অনুভূতি প্ৰকাশেই প্ৰতিধ্বনিত হৈছে। পাৰ্বতিপ্ৰসাদৰ গীত সম্পৰ্কে বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে আগবঢ়োৱা মূল্যবান মন্তব্য এটি আওঁৰাব পাৰি— 'পাৰ্বতিপ্ৰসাদ গীতিকাৰ। গীতৰ মূল ধৰ্ম সুৰ আৰু আবেগ-সঞ্চাৰী ভাব। আকাশ বিহাৰী চৰাইৰ পাখিৰ দৰে গীতৰ শব্দভাব পাতল আকৌ প্ৰতিটো শব্দ ভাবৰ পৰশ পাথৰত শোধিত হৈ উজ্বল আৰু দীপ্তিমান। শব্দ ব্ৰহ্মা এই কথা গীতত বঢ়িয়াকৈ প্ৰযোজ্য। গীতৰ এটি চিত্ৰ, এখনি প্ৰতিমা (image) বহু ভাবব্যঞ্জক' ('শুকুলা ডাবৰ ঐ কঁহুৱা ফুল'ৰ আগকথা)

পাৰ্বতিপ্ৰসাদৰ কবিতা আৰু গীতত প্ৰয়োগ হোৱা শব্দ সমূহে বিষয়বস্তুৰ গভীৰতা, ভাবৰ ঘনত্ব বৃদ্ধি কৰিলে। কোমল, সুৰীয়া, সৰল, চিনাকি শব্দৰ পয়োভৰে তেওঁৰ ৰচনাক মনোৰম কৰি তুলিছে। অনেক ৰমন্যাসিক কবিৰ কবিতাত শৰতৰ সৌন্দৰ্য সুন্দৰভাৱে অংকিত হৈছে যদিও পাৰ্বতিপ্ৰসাদৰ শৰতৰ বৰ্ণনা অধিক জীৱন্ত, অধিক মনোহৰ। এনে সূক্ষ্মতম অনুভূতিৰ কোমলতাই পাৰ্বতিপ্ৰসাদৰ শৰত সম্পৰ্কীয় কবিতা আৰু গীতক অধিক ৰহস্যময় আৰু চিৰন্তন কৰি তুলিছে য'ত মাটিৰ লগত মেঘৰ সম্পৰ্ক সুৰৰ মাজেৰে প্ৰতিধ্বনিত হৈছে। শৰত ঋতুৰ মায়াভৰা আবেশে পাৰ্বতিপ্ৰসাদৰ অনুভূতি জগতত প্ৰবেশ কৰিছে এনেদৰে—

'শাৰদী সন্ধিয়াৰ জোনাকী মেল
নিৰলা জীৱনৰ ক্ষণিক খেল
তপনে আনে দিন জোঁকাৰি বায় বীণ
কৰমী সুৰ বায় কৰমী সুৰ
জোনায়ে তৰে পাল সিও যে লাগে ভাল
নিশাটি জুৰহে নিশাটি জুৰ।'

অসমীয়া গীতি সাহিত্যলৈ পাৰ্বতিপ্ৰসাদে এনে এক নতুনত্ব কঢ়িয়াই আনিলে য'ত প্ৰতিভাত হৈছে অসমৰ প্ৰকৃতি জগত, ৰহস্যবাদী সুৰ, ৰবীন্দ্ৰ সংগীতৰ আবেশ আৰু লগতে অসমৰ লোকসংগীতৰ ন-ৰূপ। প্ৰতিটো শব্দৰ প্ৰয়োগে তেওঁৰ কবিতা আৰু গীতক অনবদ্য ৰূপত সজাইছে। তেওঁ এনে কেতবোৰ শব্দ প্ৰয়োগ কৰিছে যিবোৰে তেওঁৰ ভাষাক এক সুকীয়া মৰ্যাদা প্ৰদান কৰিছে। □

# পাৰ্বতিপ্ৰসাদৰ সৃষ্টিপ্ৰতিভা ঃ 'লখিমী' আৰু 'সোণৰ সোলেং' প্ৰসংগ

প্ৰদীপ কুমাৰ বৰুৱা

অসমৰ সাংস্কৃতিক জগতৰ এগৰাকী অতন্দ্ৰ প্ৰহৰী পাৰ্বতিপ্ৰসাদ বৰুৱা শিৱসাগৰৰ সোণাৰিৰ সোণালী পামৰ গৰাকী আছিল। সোণতকৈয়ো চৰা মাতৃভূমি, নিচলা অসমৰ মাটিৰ বুকুতেই পাৰ্বতিপ্ৰসাদে বিচাৰি পাইছিল জন্মদাত্ৰী আইৰ কোলাৰ সৰগীয় উমাল স্পৰ্শৰ নিৰাপদ সুখ। পাৰ্বতিপ্ৰসাদৰ ওপজা ঠাই অসমৰ প্ৰতি এই আকৰ্ষণ, অনুভূতি কেৱল শব্দ-পুষ্প কিম্বা কবিতা-গীতৰ বাখৰুৱা শব্দৰে গঢ়া সাতসৰী হাৰ নহয়; ই কবিৰ চিন্তাজগত আৰু হৃদয়জুৰি আলোড়ন তোলা দেশাত্মবোধ আৰু আন্তৰিক উপলব্ধিৰ স্বতঃস্ফূৰ্ত প্ৰকাশ।

অসমৰ সাহিত্য-সংস্কৃতি জগতৰ কেবাগৰাকীও 'প্ৰসাদ'ৰ আত্মপ্ৰকাশ ঘটিছে। সেইসকলৰ ভিতৰত বিশেষকৈ জ্যোতিপ্ৰসাদ, বিষ্ণুপ্ৰসাদ আৰু পাৰ্বতিপ্ৰসাদৰ ভূমিকাই অসমীয়া সাংস্কৃতিক পথাৰখনত বিহু-মেটেকা শিপাবলৈ নিদি সোণোৱালী শইচেৰে চকুত লগাকৈ জিলিকাই তুলিলে। সংস্কৃতি-দেউলৰ এই পূজাৰী ত্ৰিমূৰ্তিৰ ভিতৰত জ্যোতিপ্ৰসাদ আৰু বিষ্ণু ৰাভাৰ কৰ্ম আৰু বিচৰণ ক্ষেত্ৰৰ তুলনাত পাৰ্বতিপ্ৰসাদৰ ক্ষেত্ৰ কিছু সীমিত হ'লেও অসমীয়া জাতি, অসমৰ মাটি, ওঁঠৰ ভাষা, বুকুৰ আশা সযতনে আলফুলে ফুলিবলৈ ফলিবলৈ অহৰহ সাৰপানী যোগান ধৰি অহা পাৰ্বতিপ্ৰসাদ আছিল অসমৰ সাংস্কৃতিক জগতৰ এগৰাকী অক্লান্ত পৰিশ্ৰমী কৰ্মী। ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদে গুণীৰ গুণৰ মোল বুজিছিল। পাৰ্বতিপ্ৰসাদৰ মৰমৰ ককাইদেৱেক ভগৱতীপ্ৰসাদ, নবৌৱেক সত্যৱতী, ডেৰ বছৰীয়া ভতিজাক দ্বীপ, ভনীয়েক প্ৰতিমা আৰু লিগিৰী সকলৈ সহ সৰু পৰিয়ালটি দিচাং নদীত হোৱা দুৰ্ঘটনাত চকুৰ আগতে সলিল সমাধি ঘটাত মৰ্মান্তিক আঘাতে তেওঁক ম্ৰিয়মান কৰি ৰখাৰ সময়তে মনৰ দুখ পাতলিবলৈকে জ্যোতিপ্ৰসাদে পাৰ্বতিপ্ৰসাদক তেওঁৰ 'জয়মতী' কথাছবিত অভিনয় কৰিবৰ বাবে তেজপুৰলৈ মাতি পঠাইছিল। সেই সময়টো আছিল ১৯৩৪ চন। পাৰ্বতিপ্ৰসাদে অৱশ্যে ৰূপকোঁৱৰৰ সেই আমন্ত্ৰণ ৰক্ষা কৰিব নোৱাৰিলে। তাৰ পাছতো 'জয়মতী' কথাছবিত ব্যৱহাৰ কৰিবৰ

বাবে ৰজাদিনীয়া আ-অলংকাৰসহ সেই দিনৰ চিন হিচাপে উলিয়াব পৰাকৈ কেইপদমান বস্তু বিচাৰি পাৰ্বতিপ্ৰসাদৰ সোণাৰিৰ ঘৰ উলিয়াইছিলগৈ। পাৰ্বতিপ্ৰসাদৰ 'ৰূপহী' কথাছবি উদ্বোধনৰ বাবেও জ্যোতিপ্ৰসাদক নিমন্ত্ৰণ জনাইছিল। কিন্বা লেঠাত পৰি আহিব নোৱাৰিলে যদিও ৰূপকোঁৱৰে পাৰ্বতিপ্ৰসাদৰ লগত সম্পৰ্ক ৰাখি চলিছিল। পাৰ্বতিপ্ৰসাদৰ শিল্পীসত্তা ৰূপকোঁৱৰৰ দৃষ্টিৰ পৰা সাৰি যাব পৰা নাছিল, সেয়েহে এই আত্মীয়তা।

পাৰ্বতিপ্ৰসাদৰ ৰচনাৰ ভিতৰত কবিতাতকৈ গীতৰ সংখ্যা সৰহ। প্ৰকৃতাৰ্থত গীতি-কবিতাৰ মাজতেই ফুটি উঠিছে কবি-শিল্পীগৰাকীৰ জীৱন-দৰ্শন। প্ৰকৃতিৰ লগত গঢ়ি উঠিছে গভীৰ আত্মীয়তা। অসমীয়া জাতীয় জীৱনৰ সিৰাই সিৰাই বৈ থকা বীণ, বাঁহী আৰু টোকাৰী সুৰত কবিৰ মানস জগতত একাকাৰ হৈ পৰিছে মেঘ আৰু মাটিৰ সুৰ। নীল আকাশৰ তৰাৰ দীপাৱলীৰ পৰা মৰতত টিমিক-ঢামাককৈ জিলিকা জোনাকী পৰুৱা, শৰতৰ শুকুলা ডাৱৰ, চ'তালি বতাহ, ফাগুনৰ পছোৱা, বাসন্তী উছৱ, হেমন্তৰ কুঁৱলী, লুইতৰ পাৰৰ কঁহুৱা বন— এই সকলোবোৰে কবিক বলিয়া কৰি তুলিছে। মাতৃভূমি অসম, বীণ বৰাগী, গৰখীয়া, অঘৰী, বলিয়া, জুৱাৰী, ফৰিং, ফটা বাঁহী, ভঙা-টোকাৰী, চিত-পখিলী আনকি দুবৰিবনেও কবিৰ মনোযোগ সমানভাৱেই আদায় কৰিব পাৰিছে। কবিয়ে গভীৰভাৱে অনুভৱ কৰিছে আকাশ, পৃথিৱী, মানুহ আৰু প্ৰকৃতিৰ এক অপূৰ্ব সংযোগ। কবিৰ সৃষ্টিশীল লেখাসমূহে আমি কবিৰ এই মানসিকতাৰ আধাৰতেই নিশ্চিতভাৱে বিচাৰ কৰিব লাগিব।

শৰৎ কোঁৱৰৰ পাৰ্বতিপ্ৰসাদৰ কবিতা-গীতৰ উপৰি প্ৰকাশ পাইছিল দুখনি গীতি-নাটিকা। প্ৰথম গীতি-নাটিকা 'লখিমী' প্ৰকাশ পাইছিল ১৯৩১ চনত আৰু দ্বিতীয়খন 'সোণৰ সোলেং' ১৯২৯ চনত ৰচনা কৰা হ'লেও পুথিৰ আকাৰত প্ৰকাশ পাইছিল সুদীৰ্ঘ দিনৰ অন্তত ১৯৫৫ চনতহে। এই গীতি-নাটিকাৰ চৰিত্ৰ আৰু বিষয়বস্তুৰ মাজেদি কবিৰ প্ৰকৃতিপ্ৰেম আৰু প্ৰকৃতিক সূক্ষ্মভাৱে কৰা অধ্যয়নৰ চিনাকি সুন্দৰভাৱে দাঙি ধৰিবলৈ সক্ষম হৈছে।

'লখিমী' গীতি নৃত্য-নাটিকাৰ চৰিত্ৰ অৰ্থাৎ ভাৱৰীয়াবোৰ হ'ল যথাক্ৰমে শৰৎ কুঁৱৰী, কঁহুৱা, শুকুলা ডাৱৰ, শেৱালি, কুঁৱলী, বন্তি আৰু হেমন্ত লখিমী। নাটিকাখনিৰ চৰিত্ৰসমূহ, সিবিলাকৰ চিন্তা, কাৰ্যকলাপ আৰু সংলাপৰ মাজেদি লেখকে এক অনন্য নৈসৰ্গিক অনুভূতিৰ মাজত পাঠকক নিমজ্জিত কৰি ৰাখিব পৰাটোৱেই ইয়াৰ যোগাত্মক দিশ। ভাষাহীন হ'লেও মানুহৰ দৰে এক বিশেষ দেহধাৰী বিবেকযুক্ত চিন্তাশীল প্ৰাণী নহ'লেও এই ৰহস্যময় প্ৰকৃতিৰ পৰিবৰ্তনত প্ৰাকৃতিক উপাদাসসমূহৰ ভূমিকা আৰু প্ৰভাৱে শ্ৰেষ্ঠ প্ৰাণী মানুহৰ হৃদয় আৰু অনুভূতিত কিদৰে ক্ৰিয়া কৰিব পাৰে তাৰেই বাঙ্ময় প্ৰকাশ হ'ল 'লখিমী'। গীতি-নাটিকাখনিৰ বিষয়বস্তু হৈছে শৰৎ ঋতুৰ বিদায়ৰ

পিছত হেমন্তৰ আগমনি উপলক্ষ্যে প্ৰকৃতি জগতত আদৰণিৰ প্ৰস্তুতি আৰু ব্যস্ততাৰ ৰেঙনি। নৈসৰ্গিক উপাদানৰ মাজতে আবদ্ধ বিষয়বস্তুৰ মাজেদি প্ৰকাশ পাইছে বছৰৰ ঋতু পৰিবৰ্তনৰ সময়ত প্ৰকৃতিৰ পট পৰিবৰ্তনৰ এক ভুখৰীয়া চিত্ৰ। শৰৎ কুঁৱৰী, কঁহুৱা, শুকুলা ডাৱৰ আৰু শেৱালিয়ে উলাহতে নাচি-বাগি পৰস্পৰৰ সংগ উপভোগ কৰি থকাৰ মাজতে শৰৎ কুঁৱৰীয়ে বিদায় লোৱাৰ সময় উপস্থিত হ'ল। শুকুলা ডাৱৰ আৰু কঁহুৱাই বিচ্ছেদ সহিব নোৱাৰি লগতে যাবলৈ ওলাল। কিয়নো কঁহুৱা ফুলৰ জয়ধ্বজাৰে সজ্জিত শৰৎ কুঁৱৰীৰ ৰথক বগা পাল তৰি শুকুলা ডাৱৰে আগবঢ়াই আনিছে আৰু শেৱালিয়ে শুভ্ৰ দলিচাৰে সজোৱা আসনত শৰৎ ৰাণীক বহুৱাই চৰণ বন্দনা কৰিছে। শেৱালিয়ে আশংকা প্ৰকাশ কৰি ক'লে যে— বুকু উদং কৰি শৰৎ কুঁৱৰীৰ বাবে শুভ্ৰ আসন প্ৰতিষ্ঠা কৰাৰ পাছতো এতিয়াও বহুতো নুফুলা কলি ফুলিবলৈ বাকী আছে। শৰৎ কুঁৱৰীৰ অনুপস্থিতিত সেই ফুলিবলৈ বাকী থকা কলিবোৰ জানোচা কলিতে মৰহি যাব। শৰৎ কুঁৱৰীয়ে তেওঁৰ পাছত আহিবলগীয়া হেমন্ত লখিমীৰ প্ৰতিও তেওঁলোকৰ দায়িত্ব আৰু কৰ্তব্যৰ কথা সোঁৱৰাই দি বিদায় ল'লে। শৰৎ কুঁৱৰীয়ে বিদায় লোৱাৰ পাছত নিজ কৰ্তব্য পালনেৰে শুকুলা ডাৱৰ, কঁহুৱা আৰু শেৱালিয়ে হেমন্ত লখিমীৰ আগমনলৈ আগ্ৰহেৰে অপেক্ষা কৰিলে। কুঁৱলীৰ আৱিৰ্ভাৱে হেমন্ত লখিমী অহাৰ যেন আগজাননী সূচনা কৰি গ'ল। শুকুলা ডাৱৰ, কঁহুৱা আৰু শেৱালিৰ চকুত এই পৰিবৰ্তন ধৰা নপৰাকৈ নাথাকিল। পাতল কুঁৱলী ওৰণিৰে মুখ ঢাকি হেমন্ত লখিমী ধৰণীলৈ নামি আহিছে। শুকুলা ডাৱৰ, কঁহুৱা আৰু শেৱালিয়ে অচিনা কুঁৱলী ওৰণিৰে মুখ ঢাকি ধৰাৰ বাবে হেমন্ত লখিমীক ধৰিব পৰা নাই। চকামকাকৈ দেখা হেমন্ত লখিমীক আদৰণি জনাবলৈ কঁহুৱা অস্থিৰ হৈ পৰে। শেৱালিয়ে নুফুলা কলিৰে আসন পাতি লখিমীলৈ বাট চাইছে, যাতে হেমন্ত লখিমীৰ চৰণৰ ভৰ পৰি কলিয়ে পাহি মেলে। হঠাৎ আন্ধাৰ নাশি বন্তিশিখাৰ আৱিৰ্ভাৱ ঘটিল। লখিমীক আদৰিবলৈ বাট চাই থকা শুকুলা ডাৱৰে বন্তিৰ পৰিচয় লৈ সকলোটি মিলি হেমন্ত লখিমীৰ ফালে আগুৱাই গ'ল। বন্তিৰ পোহৰে কুঁৱলীৰ আঁচল আঁতৰাই লখিমী অহাৰ পথ প্ৰশস্ত কৰি দিলে। কঁহুৱা, শুকুলা ডাৱৰ, শেৱালি, কুঁৱলী আৰু বন্তি সকলোৱেই হাতে হাতে ফুলৰ থাল, ধানৰ থোক, শংখ, বন্তি আদি পূজাৰ উপকৰণ লৈ হৈমন্তী লখিমীক আদৰি আনে। এয়ে গীতি নৃত্য-নাটিকাখনিৰ বিষয়বস্তু।

'লখিমী'ৰ প্ৰতীক আৰু ব্যঞ্জনাধৰ্মী উপস্থাপন মন কৰিব লগীয়া। ঋতুৰ পৰিবৰ্তন অথবা ঋতু বিশেষক মনৰ মাজত, স্মৃতিৰ মণিকোঠাত সজীৱ কৰি ৰাখিব পৰাকৈ সততে দৃষ্টিগোচৰ হোৱা নৈসৰ্গিক উপাদানসমূহত ব্যক্তিত্ব আৰোপ কৰা হৈছে। এই উপাদানসমূহে নিজৰ স্বভাৱ আৰু কৰ্মভাৱৰ পৰিচয় দি পৰিৱেশ আৰু পৰিস্থিতি উপভোগ্য

কৰি তুলিবলৈ সক্ষম হৈছে। এনে অৰ্থবহ বৰ্ণনাই খন্তেকলৈ হ'লেও মানুহক কঠুৱা বাস্তৱৰ পৰা প্ৰকৃতিৰ নিস্বাৰ্থ, স্নেহময় সুকোমল জগতত বিচৰণ কৰায়— য'ত পৰস্পৰ সহযোগিতা, সহনশীলতা আৰু উদাৰতা বিৰাজমান। কুঁৱলী ঠেলি লখিমীৰ বাট পোহৰোৱা বন্তিৰ ওঁঠত লেখকে দিছে এনে ধৰণৰ সংলাপ— "মই মাটিৰ সন্তানবিলাকৰ দুখৰ প্ৰদীপ। সিহঁতৰ দুখৰ তেজেৰেই মোৰ শলিতাগছি জ্বলাওঁ। শাওণত সিহঁতে লখিমীক পাবলৈ মোক আসনৰ আগত থৈ লখিমীক সাধনা কৰিছিল। আজি লখিমী সিহঁতৰ তপস্যাত তুষ্ট হৈ বৰ দিবলৈ আহিছে। কুঁৱলীয়ে আঁচলেৰে তেওঁৰ বাট ঢাকি থৈছে। মই মোৰ শিখা জ্বলাই সেই বাট পোহৰাই দিবলৈ আহিছো।"... কাতি বিহুত গেৰেলী মেলা লখিমী শস্যৰ পথাৰত পোক-পৰুৱা আঁতৰাই লখিমীক আদৰণি জনোৱা এই পৰম্পৰা কি সুন্দৰ অভিব্যঞ্জনা।

'সোণৰ সোলেং' পাৰ্বতিপ্ৰসাদৰ দ্বিতীয়খন গীতি-নাটিকাৰ নাম। কবিৰ ভাষাত এই সুৰীয়া নাটৰ চৰিত্ৰ অৰ্থাৎ ভাবৰীয়াসকল হ'ল ক্ৰমে বীণ ব'ৰাগী, সপোন কুঁৱৰীবোৰ, ল'ৰাৰ জাক, বুঢ়ী আই, ৰাজহাঁহজাক, ডাৱৰ, বতাহ, নিজৰা, পোহৰ আৰু মহাসাগৰ।

গীতি-নাটিকা 'সোণৰ সোলেঙ'ৰ মাজেদি এক ৰহস্য চিন্তাৰ প্ৰকাশ ঘটিছে। ইয়াৰ সূত্ৰধাৰৰূপী বীণ ব'ৰাগীয়ে সেই ৰহস্যৰ সন্ধেদ পাইছে। কিন্তু ৰহস্যৰ ভেদ ভাঙিবৰ বাবে কৰা অভিযান অব্যাহত ৰাখিবলৈ জগতবাসীক অনুপ্ৰাণিত কৰিছে। 'বীণ ব'ৰাগী'ৰ উপৰি 'ল'ৰাৰ জাক' আৰু 'বুঢ়ী আই' চৰিত্ৰৰ বাহিৰে গাতি-নাটিকাখনিৰ চৰিত্ৰসমূহ প্ৰকৃতি জগতৰ পৰা বোটলা চৰিত্ৰ। সপোন কুঁৱৰীহঁত মানুহৰ আশা আৰু হেঁপাহৰ প্ৰতীক। মানুহৰ হেঁপাহ আৰু বিচৰাটো পোৱাৰ বাবে মনত পুহি ৰখা সপোনৰ সীমা সংখ্যা নাই। সপোনে ঈপ্সিত বস্তু লাভ কৰাৰ বাবে আগ্ৰহৰ জন্ম দিয়ে। প্ৰিয়বস্তুৰ সন্ধানত অগ্ৰসৰ হ'বৰ বাবে বুকুত সাহস আৰু প্ৰেৰণাৰ যোগান ধৰে। 'ল'ৰাৰ জাক' আৰু 'বুঢ়ী আই'ৰ সংযোগ হ'ল অতীত, বৰ্তমান আৰু ভৱিষ্যতৰ সংযোগ, নতুন আৰু পুৰণিৰ সংযোগ। অতীতৰ শিক্ষা আৰু অভিজ্ঞতাৰ ভিত্তিত বৰ্তমানে ভৱিষ্যতৰ উদ্দেশ্য সিদ্ধিত অগ্ৰসৰ হয়। উত্তৰ পুৰুষৰ মনত ৰং মিলাই দিবলৈ বিহুৱা কোঁৱৰক বিচাৰি ল'ৰাৰ জাক লক্ষ্যহীনভাৱে ওলাই গৈছিল। বাটতে বুঢ়ী আইক লগ পাই বিহুৱা কোঁৱৰৰ সন্ধান বিচৰাত বুঢ়ী আয়ে 'সোণৰ সোলেং'ৰ সহায়ত উদ্দেশ্য সিদ্ধিৰ ইংগিত দিলে। আৰম্ভ হ'ল ল'ৰাহঁতৰ 'সোণৰ সোলেং' লাভৰ অভিযান। এই অভিযান, এই অনুসন্ধান ঠিক 'নীলা চৰাই' লাভ কৰাৰ অভিযানৰ দৰেই। অৱশ্যে তেনে অভিযানৰ দৰে এই অভিযানৰ পথ আতংকময় আৰু দুৰ্গম নহয়। ই মাথোঁ এক অবিৰত আলোকসন্ধানী যাত্ৰাৰ জেলেপী পাকৰ দৰে অকোৱা-পকোৱা নিৰুদ্দেশ যাত্ৰাৰ পথ। কবি বাগ্মীবৰ নীলমণি ফুকনৰ ৰহস্য চিন্তাৰ অগ্ৰদূত 'সুন্দৰ তুমি ক'ত?' কবিতাটিলৈও এই যাত্ৰাই

মনত পেলাই দিয়ে। ল'ৰাইতৰ 'সোণৰ সোলেং' ৰাজহাঁহজাকৰ 'সোণৰ পদুম' আৰু বীণ ব'ৰাগীৰ 'সোণৰ হৰিণা' খেদাৰ অভিযানৰ মাজত পাৰ্থক্য নাই। আটাইকেইটাতেই অনন্ত জ্যোতিৰ সন্ধানত অন্তৰৰ হাবিয়াস পূৰণৰ প্ৰয়াস বিৰাজমান। ল'ৰাইতৰ 'সোণৰ সোলেং' অভিযান পথত ৰাজহাঁহৰ জাক, ডাৱৰ, বতাহ, নিজৰা, পোহৰ, মহাসাগৰৰ উল্লেখ আৰু ভূমিকা তাৎপৰ্যপূৰ্ণভাৱে প্ৰকাশ পাইছে। প্ৰত্যেক চৰিত্ৰই নিজ নিজ যোগ্যতাৰে সেৱা আগবঢ়াই নিজৰ উদ্দেশ্য পূৰণৰ দিশত অগ্ৰসৰ হৈছে। মহাসাগৰ আৰু পোহৰৰ কল্পনা ব্যঞ্জনাধৰ্মী। ৰোমাণ্টিক যুগৰ পশ্চিমীয়া কবিসকলৰ দৃষ্টিভঙ্গীত প্ৰকৃতি আৰু মানুহৰ সম্পৰ্ক বিচাৰৰ মাজেদি আত্মানুসন্ধানৰ সন্ধান দিছিল। তেওঁলোকৰ ভিতৰত ৱৰ্ডচৱৰ্থৰ মতে প্ৰকৃতি হ'ল মানুহৰ অন্তৰাত্মাৰ অভিভাৱিকা, পৰিচালিকা আৰু শুভচিন্তাৰ জননী স্বৰূপা। ক'লৰিজৰ দৃষ্টিভঙ্গীত মানুহ, প্ৰকৃতি আৰু ভগৱান এই তিনিশক্তি একেডাল প্ৰেমৰ ডোলেৰে বান্ধ খাই আছে।

পাৰ্বতিপ্ৰসাদ ৰোমাণ্টিক যুগৰে কবি আছিল। পশ্চিমীয়া ৰোমাণ্টিক কবিসকলৰ পৰা বাঙালী কবি-গুৰু ৰবীন্দ্ৰনাথ ঠাকুৰলৈকে এইসকলৰ ব্যক্তিত্ব আৰু প্ৰতিভাই তেওঁৰ মনত গভীৰভাৱে ৰেখাপাত কৰিছিল। হ'লেও পাৰ্বতিপ্ৰসাদৰ ৰচনাত অসমীয়াৰ মুখৰ ভাষা, বুকুৰ আশা আৰু মাটিৰ গোন্ধৰ এক মধুৰ মিশ্ৰণ ঘটিছে। ইয়াৰ উপৰি পাৰ্বতিপ্ৰসাদ আছিল এক সৌন্দৰ্যসন্ধানী মনৰ অধিকাৰী। প্ৰকৃতিৰ মাজত থকা অদ্ভুত, অদৃশ্য ৰহস্য শক্তিয়ে কবি মনক যেন হাতবাউল দি মাতে। ইয়াৰ সৌন্দৰ্যত তেওঁ মুগ্ধ। দৰাচলতে প্ৰেম আৰু সৌন্দৰ্য এটা আনটোৰ পৰিপূৰক, মুদ্ৰাৰ ইপিঠি সিপিঠি।

"তোমাৰ প্ৰেমৰ ভোগজৰাটি
দিয়া বাকি মৰমিয়াল
জীৱন হওক ভাল" ...

"অসুন্দৰৰ মলিন ছায়া
দূৰলৈ নিয়া
অ' ধুনীয়া ..."

(পাৰ্বতি প্ৰসাদ বৰুৱা ৰচনাৱলী, পৃ- ২০৪)

পাৰ্বতি প্ৰসাদৰ সৃষ্টিশিল্পত প্ৰেম আছে সৌন্দৰ্যৰ আঁৰে আঁৰে। এই প্ৰেম ইন্দ্ৰিয়গ্ৰাহ্য, ইন্দ্ৰিয়ভোগ্য নহৈ মানৱ জীৱন আৰু প্ৰকৃতিৰ চালিকা শক্তি ৰূপেহে প্ৰকাশ পাইছে। ঋতুৰ লগত প্ৰকৃতিৰ প্ৰেম, প্ৰকৃতিৰ প্ৰেমত মতলীয়া মানুহৰ বুকুত প্ৰকৃতিৰ মাজেদি অহৰহ বৈ থকা সুৰৰ গুণগুণনি— এই সকলোবোৰ ৰহস্য প্ৰেমৰ সঁফুৰাত সযতনে সংগ্ৰহ কৰিছে কবিয়ে।

সৌন্দৰ্য কবি কীট্‌চৰ কবিতাত পুৰণি কাহিনীৰ গ্ৰীক দেৱ-দেৱীক কবিতাৰ মাজলৈ টানি অনাৰ দৰে পাৰ্বতি প্ৰসাদে প্ৰকৃতিৰ বতাহ, ডাৱৰ, নিজৰা, পোহৰ, কঁহুৱা, শেৱালি, কুঁৱলী ইত্যাদিৰ মানবীয় গুণসম্পন্ন কৰি অংকন কৰিছে। কিন্তু প্ৰেমক মহীয়ান আৰু অৰ্থবহ কৰি তোলা এই 'সৌন্দৰ্য' সম্বন্ধে আমি কেনেধৰণৰ ধাৰণা কৰিব পাৰোঁহঁক? দৰাচলতে এই সৌন্দৰ্য হ'ল মানুহৰ চকুৰ ভাষা আৰু হৃদয়ৰ ভাষাই উমৈহতীয়াভাৱে গ্ৰহণ কৰা এক উপলব্ধিৰ বিষয়। ইয়াৰ আকৰ্ষণে মনত এক পৰিচ্ছন্ন ভাবৰ সৃষ্টি কৰি তৃপ্তিদান কৰিব পাৰে আৰু তেনে এটা মানসিক পৰিতৃপ্তিৰ আধাৰেই হৈছে সৌন্দৰ্য। তেনেদৰে সৌন্দৰ্য চিন্তাৰ কলাত্মক সৃষ্টি হৈ পৰে যুগজয়ী।

পাৰ্বতি প্ৰসাদৰ ৰূপকধৰ্মী এই দুয়োখন গীতি নাটিকাৰ দ্বিতীয়খন অৰ্থাৎ 'সোণৰ সোলেং' ৰহস্যবাদৰ সোণপানী চৰোৱা। বৈষ্ণৱ কবিয়ে কোৱাৰ দৰে —

"আৰু নাম আছে বুলি বৈকুণ্ঠলৈ গ'লো।
ভাবোতে ভাবোতে নাম অন্তৰতে পালো।।"

সেই দৃষ্টান্তৰ অনুৰূপে আমাৰ কবিয়ে 'বীণ ব'ৰাগী'ৰ মুখেৰে ল'ৰাইঁতক কৈছে — "বিহুৱা কোঁৱৰ লগত আছিল বুলিয়েই বাটে বাটে গান গাই ৰং কৰিব পাৰিলি। 'সোণৰ সোলেং' সমাজিকৰ বস্তু নহয়, নিতৌ পোৱা ধন।" 'সোণৰ সোলেং'ত বীণ ব'ৰাগীৰ শেষৰ কথাখিনিতে সাৰাংশটি সোমাই আছে। কিবা এটা পোৱাৰ বাবে অধীৰ অপেক্ষা আৰু অন্বেষণত যি আনন্দ বা তৃপ্তি পোৱা যায়, সেই তৃপ্তি বস্তুটো লাভ কৰাৰ পিছত আৰু নাথাকে। প্ৰখ্যাত কবি সমালোচক এলেক্সিচ কেৰলে প্ৰেম সম্বন্ধে কোৱা এষাৰি কথা এই ৰমন্যাসিক চিন্তা প্ৰসংগত উল্লেখ কৰিব পাৰি। তেওঁ কৈছিল —

"Love stimulates the mind when it does not attain its object. If Bietrice had been the mistress of Dante, there would perhapes be no Divine Comedy.– *Alexis Caroll*"

পাৰ্বতি প্ৰসাদেও বীণ ব'ৰাগীৰ মুখেদি কোৱাইছে —

"সোণৰ সোলেং বিচাৰি যাওঁতে যি আনন্দ, পোৱা হ'লে সেই আনন্দ নাথাকে। সেইকাৰণে যাত্ৰাতেই যি পাব জানিছে, সিহে সোণৰ সোলেঙৰ প্ৰকৃত সন্ধান বুজিছে।"

(পাৰ্বতিপ্ৰসাদ বৰুৱা ৰচনাৱলী, পৃ- ২৬৬)

আত্মাৰ হৃদয়ক পোহৰাই তুলিবৰ বাবে যিদৰে পোহৰৰ কল্পনা কৰা হৈছে, তেনেদৰে জীৱনৰ চৰম সাৰ্থকতা, শান্তিৰ আশ্ৰয় হিচাপে মহাসাগৰৰ কল্পনা কৰা হৈছে। আনহাতে মহাসাগৰৰ ৰহস্য বাদী ব্যাখ্যাৰ আশ্ৰয় নলৈও ক'ব পাৰি যে মহাসাগৰৰ দৰে গম্ভীৰ, স্থিতপ্ৰজ্ঞ, শান্ত-সমাহিত অৱস্থাৰ মাজেদিহে সাধনা সিদ্ধিৰ সংকেত পোৱা যায়। এই সিদ্ধিলাভ পাহাৰীয়া খৰস্ৰোতা জুৰিৰ উদ্দাম চঞ্চল গতিৰে কেতিয়াও সম্ভৱ হ'ব নোৱাৰে।

অন্য কথাত মহাসাগৰেই চহাজীৱনৰ সফলতাৰ সামৰণিৰ আয়ুসৰেখা। প্ৰকৃতাৰ্থত 'সোণৰ সোলেং' এনে এক কাল্পনিক ৰহস্যময় বস্তু যাক পোৱাৰ চিন্তাই মানুহক জীৱনক ভাল পাবলৈ শিকায়, জীয়াই থকাৰ প্ৰেৰণা দিয়ে, 'চৰৈৱতী চৰৈৱতী' মন্ত্ৰেৰে আগবাঢ়ি যোৱাৰ বাবে দিয়ে এবুকু সাহস।

পাৰ্বতিপ্ৰসাদৰ দুয়োখন গীতি-নাটিকাতে প্ৰকৃতিয়ে বিভিন্ন উপাদানৰ মাজেদি সৰৱ ৰূপত আত্মপ্ৰকাশ কৰিছে প্ৰকৃতিপ্ৰেমী কবিয়ে কাণপাতি শুনে বিশ্ববাঁহী আৰু জীৱনভৰা বাঁহীৰ সুৰ। কবিয়ে 'সোণৰ সোলেং'ত আনন্দ লাভতে জীৱনৰ সাৰ্থকতা বুলি উপনিষদীয় চিন্তাৰ মহত্বক গ্ৰহণ কৰিছে। গীতি-নাটিকাৰ শেষত 'বীণ ব'ৰাগী'ৰ মুখেদি প্ৰকাশ কৰিছে— "আনন্দ গোসাঁই বাটৰ শেষত নাই, বাট জুৰি আছে আৰু বাটে বাটে বাট পাহৰা বাটৰুৱাৰ কাণে কাণে জীৱনৰ মন্ত্ৰ সিঁচি দিছে —" (পাৰ্বতি প্ৰসাদ বৰুৱা ৰচনাৱলী, পৃ- ২৬৬) 'বীণ ব'ৰাগী'ৰ গীতত প্ৰকাশ পাইছে যে অতীতত ঘটি যোৱা ঘটনাৰ বাবে ঘূৰি চোৱাৰ সকাম নাই। তাৰ খতিয়ান লৈ সময় কটোৱা অনুচিত। আমাৰ কৰ্তব্য হ'ল সমুখলৈ চাই মাথোঁ আগবাঢ়ি যাব লাগে।

"সম্মুখলৈ ব'ল ব'ৰাগী সম্মুখলৈ ৰ'ল
কি প্ৰয়োজন ঘূৰি চাবৰ পিছত কিনো হ'ল।

কাটি কৰি মনৰ এলাহ ভাগৰ
সাঁতোৰ মেলি পাৰ হৈ যা সাগৰ।"
(পাৰ্বতিপ্ৰসাদ বৰুৱা ৰচনাৱলী, পৃ- ২৫৪)

ল'ৰাহঁতৰ প্ৰশ্নৰ উত্তৰত ব'ৰাগীক বলিয়া কৰি তোলা শীতকালৰ প্ৰকৃতিৰ মাজেদি প্ৰত্যক্ষ কৰা নৈসৰ্গিক মনোৰম দৃশ্যৰ চিত্ৰকল্পৰ অপূৰ্ব বৰ্ণনা ব'ৰাগীয়ে নাট্যপংক্তিৰ মাজেদি প্ৰকাশ কৰিছে এনেদৰে —

"দুবৰি বনৰ নিয়ৰ টোপাত
পোহৰ ওলমি ৰয়
হাতেৰে ধৰিলে পোহৰ সৰি পৰে
ব'ৰাগী বলিয়া হয়।" (পৃ-২৫৫)

প্ৰকৃতিৰ এই অনুভূতি উদ্ৰেককামী অপৰূপ দৃষ্টিনন্দন দৃশ্য বাধাহীনভাৱে উপভোগ কৰাৰ ইচ্ছা ব'ৰাগীৰ উত্তৰৰ মাজেদি কবিয়ে প্ৰকাশ কৰিছে। দুবৰি বনৰ নিয়ৰৰ টোপাশত হোৱা সূৰ্য-ৰশ্মিৰ প্ৰতিফলনত সৃষ্টি হোৱা অপাৰ্থিৱ সৌন্দৰ্যই কবিক উন্মনা কৰে। জ্যোতি বা পোহৰৰ কল্পনাত কবিয়ে হৃদয় পোহৰোৱা জ্ঞানজ্যোতিৰ উপৰি মানৱাত্মাৰ আনন্দ আৰু চিৰশান্তিৰ পথ পোহৰাই মৰণক জয় কৰি তোলা অপাৰ্থিৱ সৰুগীয় জ্যোতিহে

কল্পনা কৰিছে। ল'ৰাৰ জাকে বিচাৰি ফুৰা বিহুৱা কৌৱৰ গৰাকীও সেই সচ্চিদানন্দৰে যে প্ৰতীক তাত মুঠেই সন্দেহ নাই।

পাৰ্বতিপ্ৰসাদ বৰুৱাৰ সৃষ্টিশীল লেখাসমূহৰ ভিতৰত কবিতাৰ আবেদনতকৈ গীতৰ আকৰ্ষণ তুলনামূলকভাৱে বেছি যেন লাগে। সাহিত্যিক সাংবাদিক লক্ষ্মীনাথ ফুকনে পাৰ্বতি প্ৰসাদৰ কবিতাক সাৰ্থকভাৱে বিশ্লেষণ কৰিছে এনেদৰে — "পাৰ্বতিপ্ৰসাদৰ কবিতাবিলাকত শৰত কালৰ স্নিগ্ধতা এটি আছে। বিজুলীৰ ছাট মাৰি যোৱা চমকনি তাত নাই, আছে ৰামধেনুৰ চকু শাঁত কৰা ৰহন। সমুদ্ৰৰ গৰ্জন নাই, আছে শেৱালিৰ মৃদু সুবাস। বিদেশী বেণুবাদ্যৰ ঝংকাৰ তাত নাই, আছে অসমীয়া টোকাৰীৰ গুণগুণনি। পাৰ্বতিপ্ৰসাদৰ কবিতাৰ মাজেদি 'সুৰৰ ৰাগীত কঁপে পোহৰ', 'ডাৱৰে ডাৱৰে মৃদং বজায় গুৰ গুৰ গুৰ', 'জোনাকত কিহবাৰ ৰাগী ওপঙে', 'সুৰৰ ভৰত কঁপে তৰা আকাশ ভৰা', 'কালিন্দী ভোমোৰা জাকি মাৰি উৰে', 'শেৱালিৰ ঢোপাকলি আপুনি উঠে ফুলি' আৰু 'লুইতৰ সিপাৰৰ কঁহুৱা বনত নাচনি জাগি উঠে'। (পাৰ্বতিপ্ৰসাদ বৰুৱা ৰচনাৱলী— আগকথা) তথাপি এই লেখাসমূহ আৱেগপ্ৰধান হৈ পৰাত কোনো কোনো ক্ষেত্ৰত ম মুক্তক ছন্দৰ দৰে ছন্দ ব্যৱহাৰ কৰিলেও 'চিত্ৰৰ অনুষংগৰে মননশীল ভাষা-ভঙ্গীৰ প্ৰয়োগ কৰা হোৱা নাই' বাবে ইয়াক কবি নৱকান্ত বৰুৱাই আধুনিক কবিতাৰ শাৰীত পেলাব খোজা নাই। হ'লেও ই এটা 'নৱতম আধুনিকতাৰ আগজাননী' বুলি উল্লেখ কৰিছে। (পাৰ্বতি প্ৰসাদ বৰুৱাৰ ৰচনাৱলী, পৃ- ৩৩৭) ইবিলাকৰ মাজেদি নিভাঁজ অসমীয়া ভাষাৰ গ্ৰাম্য জীৱনৰ শব্দৰ ব্যৱহাৰেই তেওঁৰ একমাত্ৰ বিশেষত্ব নাছিল, তেওঁৰ গীতৰ সুৰত অসমীয়া লোক-সংগীতৰ সুৰৰ ব্যৱহাৰ আৰু পোছাক পৰিচ্ছদতো অসমীয়া ডাঙৰীয়া সকলৰ আৰ্হিৰ পোছাকেৰে সভা শুৱনি হৈ পৰিছিল। মূৰত পিন্ধিছিল মুগাৰ বনকৰা এড়িয়া কাপোৰৰ নিজা আৰ্হিত তৈয়াৰ কৰি লোৱা এটি বিশেষ টুপী। দেশপ্ৰেম, প্ৰকৃতি প্ৰেম, ভাষা প্ৰেম আৰু অপাৰ্থিৱ সৌন্দৰ্যস্পৃহাই তেওঁৰ ব্যক্তিত্ব আৰু সৃষ্টিপ্ৰতিভাক পিন্ধাই দিছে এক অম্লান সেউজীয়া পোছাক। অসমীয়া গীতি-সাহিত্য আৰু সাংস্কৃতিক জগতৰ অক্লান্ত কৰ্মী পাৰ্বতি প্ৰসাদৰ বাবে সংস্কৃতি এটা খোদিত শব্দই নাছিল — আছিল চিৰসুন্দৰৰ সান্নিধ্য লাভৰ এক প্ৰশস্ত উপায়। ▫

# গীতিকবি পাৰ্বতিপ্ৰসাদ আৰু তেওঁৰ অমৰ কীৰ্তি 'শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল'

বিৰিঞ্চি কুমাৰ মেধি

কবি আৰু গীতিকাৰ পাৰ্বতি প্ৰসাদ বৰুৱা (১৯০৪-১৯৬৩) অসমীয়া সাহিত্যৰ ইতিহাসৰ এক স্মৰণীয় নাম। গুণগুণনি, ভগা টোকাৰীৰ সুৰ, শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল, সোণৰ সোলেং আদি কবিতা আৰু কাব্য নাটৰ ৰচয়িতা পাৰ্বতি প্ৰসাদ আছিল এক সংবেদনশীল মনৰ অধিকাৰী। টানকৈ বন্ধা বীণৰ তাঁৰত সুদক্ষ আঙুলিৰ সামান্য স্পৰ্শই যিদৰে সপ্ত সুৰৰ ঝংকাৰ তুলিব পাৰে, ঠিক তেনেদৰে প্ৰাত্যহিক জীৱনত সততে দেখা প্ৰকৃতিৰ খণ্ড চিত্ৰসমূহ পাৰ্বতি প্ৰসাদৰ কবি মনৰ পৰশ লাগি তেওঁৰ বিভিন্ন পুথিত উদ্ভাসিত হৈ উঠিছে। ড° মহেশ্বৰ নেওগে কবিগৰাকীৰ বিষয়ে কৈছে— "আদিৰে পৰা এওঁৰ গীতখিনিত এটি প্ৰসন্ন ভাব, প্ৰকৃতিত, বিশেষকৈ শৰতৰ প্ৰকৃতিত আনন্দ আৰু শেৱালিৰ দৰে কোমল প্ৰকাশ অনুভৱ কৰিব পাৰি; ভাষাত সদায় এটি ঘৰুৱা আপোন ভাব; চিত্ৰকল্পত চিনাকি স্পৰ্শ। সময়ৰ লগত তেওঁৰ গীত আৰু কবিতাত এটি ভাবুকতা আৰু ৰহস্য সোমাই পৰিছে, আগৰ ঘৰুৱা চিনাকি প্ৰকৃতিয়ে যেন ছাঁ-জুই খেলিছে আৰু শেষত নিষ্ঠুৰ ভ্ৰাতৃ বিয়োগৰ পৰা উদ্ভূত 'নিবিড় সুঃসহ প্ৰাণৰ যাতনাই' তেওঁৰ গীতত কাৰুণ্যৰ এটি স্থায়ী স্পৰ্শ দিছে।"

পাৰ্বতি প্ৰসাদৰ সৰহভাগ ৰচনাই ১৯২৩-১৯৩৩, এই কালছোৱাত সৃষ্ট। তেওঁৰ ৰচনাত কবিতাতকৈ গীতৰ সংখ্যা সৰহ। তেওঁৰ কাব্য আৰু জীৱন একেখনি নৈৰে দুটা সুঁতি। সুৰুচিসম্পন্ন পাৰিবাৰিক বাতাবৰণে কিশোৰ পাৰ্বতি প্ৰসাদৰ মনত সৰুতেই সংগীতৰ প্ৰতি এক অদম্য অনুৰাগৰ জন্ম দিছিল। তেওঁৰ কণ্ঠস্বৰো আছিল অত্যন্ত শুৱলা। সু-প্ৰসিদ্ধ গীতিকাৰ পদ্মধৰ চলিহাক স্কুলীয়া জীৱনত পাৰ্বতিপ্ৰসাদে শিক্ষকৰূপে পাইছিল। তেওঁৰ সান্নিধ্যত গীতিকবিৰ অন্তৰৰ গীতৰ প্ৰতি থকা স্পৃহা শতগুণে বৰ্দ্ধিত হৈছিল। স্বভাবতে শান্ত আৰু অমায়িক পাৰ্বতিপ্ৰসাদৰ মনৰ স্নিগ্ধতা তেওঁৰ গীত আৰু কবিতাসমূহলৈ সংচাৰিত হৈছিল।

অসমৰ পাহাৰ-অৰণ্য, দিখৌ-ব্ৰহ্মপুত্ৰ, ঋতুৱে ঋতুৱে বিচিত্ৰবৰ্ণা প্ৰকৃতিয়ে কবিৰ আলসুৱা অন্তৰত সপ্ত সুৰৰ স্বৰগম তুলিছিল। তেওঁৰ সমগ্ৰ ৰচনাতে অসমৰ মাটিৰ সিক্ত সুবাস, শেৱালিৰ সৌৰভ, টোকাৰীৰ গুঞ্জন, জোনাকৰ স্বপ্ন, লুইতৰ লয়লাস আদি সঞ্জীৱিত হৈ আছে। মন কৰিলেই দেখা যায় যে পাৰ্বতি প্ৰসাদৰ ৰচনাত শব্দৰ অহংকাৰ নাই, আছে চাৰুতা। 'লুইতৰ সিপাৰৰ কঁহুৱা বনতে নাচনী উঠিছে জাগি', 'ৰেণুৰে বলিয়া কালিন্দী ভোমোৰা' ইত্যাদি এশ এটা চিত্ৰকল্পৰ মাধ্যমেৰে পাৰ্বতিপ্ৰসাদৰ ৰচনাত অসমৰ স্তব্ধবাক প্ৰকৃতি প্ৰগলভ হৈ আছে।

পাৰ্বতিপ্ৰসাদ একাধাৰে চাহ খেতিয়ক, অভিনেতা, গায়ক, তৃতীয় অসমীয়া কথাছবি 'ৰূপহী'ৰ পৰিচালক, কবি, নৃত্যশিল্পী আৰু গীতিকাৰ। কি কবিতা, কি কাব্য, নাট, পাৰ্বতি প্ৰসাদ ৰচিত সকলো ছন্দশিল্পতে গীতৰ ধ্বনি-প্ৰতিধ্বনি আৰু টোকাৰীৰ সুৰ শুনা যায়। ড° বিৰিঞ্চি কুমাৰ বৰুৱাই পাৰ্বতিপ্ৰসাদক গীতিকাৰ হিচাপে আলোচনা কৰি লেখিছে — "পাৰ্বতি প্ৰসাদ গীতিকাৰ। গীতৰ মূলধন সুৰ আৰু আবেগ সঞ্চাৰী ভাব। আকাশ বিহাৰী চৰাইৰ পাখিৰ দৰে গীতৰ শব্দভাৰ পাতল, আকৌ প্ৰতিটো শব্দ ভাৱৰ পৰশ পাথৰত শোধিত হৈ উজ্জ্বল আৰু দীপ্তিমান। শব্দ-ব্ৰহ্ম এই কথা বঢ়িয়াকৈ গীতত প্ৰযোজ্য।"

পাৰ্বতি প্ৰসাদ সুৰ আৰু সৌন্দৰ্যৰ নিবেদিত সাধক। 'শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল' পুথিত কবিৰ আলসুৱা মনৰ উজ্জ্বল বিচ্ছুৰণ দৃষ্টিগোচৰ হয়। এই পুথিৰ ভাষা এটি কলি দুটি পাতৰ চাহ বাগিচাৰ দৰেই শ্যামল-কোমল আৰু হৃদয়স্পৰ্শী। শৰতৰ প্ৰভাত-যামিনী, ইপাৰ-সিপাৰ নমনা বিশাল আকাশৰ শুকুলা ডাৱৰ, লুইতৰ পাৰৰ বিস্তীৰ্ণ বালিচৰ, তাত ফুলি থকা কঁহুৱা ফুলৰ লয়লাস, মৃদু মলয়াৰ পৰশ, শেৱালিৰ সুবাস, নিশাৰ আকাশৰ তৰাৰ দীপাৱলী, দুবৰিপাতত জ্বলি থকা নিয়ৰৰ সৌকুমাৰ্য ইত্যাদিয়েই হ'ল পাৰ্বতি প্ৰসাদৰ কবিতাৰ প্ৰাণকেন্দ্ৰ। শৰৎ ঋতুৰ সুচাৰু সৌন্দৰ্যই কবিৰ সংবেদনশীল মন আলোড়িত কৰি তুলিছে। 'শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল' পুথিৰ স্তৱকে স্তৱকে কবিৰ হৃদয় আলোড়িত কৰা শৰৎ প্ৰীতি প্ৰাঞ্জল ভাষাত বাংময় হৈ উঠিছে। আৱেগৰ প্ৰাধান্য এই গীতবোৰৰ অন্যতম লক্ষণ। আকুলতাৰ প্ৰগলভ টৌত কবি অচিন-অজান দেশলৈ উটি গৈছে। শৰৎ প্ৰেমত আপ্লুত আৰু আত্মবিস্মৃত হৈ কবিয়ে গাইছে —

আহিন মহীয়া শেৱালি সৰিলে
নিয়ৰত তিতিলে বন
জোনাকত উপজিল কিহবাৰে ৰাগী
কেনেবা কৰিলে মন।

গীতি কবিতা একান্তভাৱে মন্ময়ধৰ্মী। এনে কবিতাৰ প্ৰাঞ্জল ভাষা, হ্ৰস্ব বাক্য আৰু

অত্যন্ত সচেতনভাৱে নিৰ্বাচিত শব্দৰাজিয়ে কবিৰ ব্যক্তিগত ধ্যান-ধাৰণা আৰু কল্পনাৰ নিৰ্যাস কঢ়িয়াই আনে। দ্বিধা-দৈন্য, অশ্ৰু-আনন্দ, প্ৰাপ্তি-হতাশা ইত্যাদি গভীৰ ভাবৰ হিল্লোলে গীতিকবিতা স্পন্দিত কৰি ৰাখে। 'শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল' আঠাইছটি গীতি কবিতাৰ এক অসাধাৰণ পুষ্পগুচ্ছ। পাৰ্বতি প্ৰসাদৰ অন্তৰতম প্ৰদেশৰ বিভিন্ন সূক্ষ্মাতিসূক্ষ্ম অনুভূতিয়ে এই গীতি কবিতাসমূহক এক অভিনৱ তনুশ্ৰী প্ৰদান কৰিছে।

সুদীৰ্ঘ দিনৰ বৰ্ষাৰ ক্লেদাক্ত পৰিৱেশৰ অন্তত শৰতৰ অমল স্পৰ্শই অসমৰ প্ৰকৃতিলৈ আহে এক অপূৰ্ব স্নিগ্ধতা। অসমৰ ৰহস্যময়ী প্ৰকৃতি ৰূপে, ৰসে, বৰ্ণে, গন্ধে হৈ পৰে অনিন্দ্য সুন্দৰী। সজালধৰা শালিধানত মলয়াৰ মৃদু হিন্দোল, আকাশত ডাৱৰৰ লুকাভাকু, ৰাজহংসৰ কলৰৱ, শেৱালিৰ মন-প্ৰাণ হৰা সুবাস ইত্যাদি অনুষংগই মনত পেলায় প্ৰাচীন ভৱিষ্যদ্ৰষ্টা ঋষিৰ সেই অমোঘ বাণী —

পশ্যেম শাৰদঃ শতম্।
জীৱেম শাৰদঃ শতম্।।
শৃনুয়াম শাৰদঃ শতম্।
প্ৰব্ৰয়াম শাৰদঃ শতম্।।

বিশ্বকবি ৰবীন্দ্ৰনাথেও তেওঁৰ কবিতাত শৰৎ ঋতুৰ বন্দনা কৰিছে —

এসো গো শাৰদলক্ষ্মী তোমাৰ
শুভ্ৰ মেঘেৰ ৰথে
এসো নিৰ্মল নীল পথে
এসো ধৌত শ্যামল আলো ঝলমল
বনগিৰি পৰ্বতে
এসো মুকুটে পৰিয়া শ্বেত শতদল
শীতল-শিশিৰ ঢালা।

পাৰ্বতিপ্ৰসাদৰ গীততো সেই সুৰ অনুৰণিত হৈছে —

আজি নীল আকাশত শুকুলা ডাৱৰৰ
ধুলি উৰুৱাই
সৌ পদূলিয়ে আহিছে হ'বলা
শাৰদী লখিমী আই।

'শুকুলা ডাৱৰ ঐ কহুৱা ফুল'ৰ গীতিগুচ্ছত ৰবীন্দ্ৰনাথৰ কবিতাৰ সুদূৰৰ সুৰ আছে, সঁচা, কিন্তু সেই সুৰৰ মোহ পাশে কবিৰ প্ৰতিভা স্তিমিত কৰিবলৈ সক্ষম হোৱা নাই।

পাৰ্বতিপ্ৰসাদে সৰুকালৰে পৰা ৰবীন্দ্ৰনাথৰ কাব্য আৰু সংগীত চৰ্চা কৰিছিল। বিশেষতঃ সেই কালৰ কবি সাহিত্যিকসকলৰ বাবে ৰবীন্দ্ৰনাথৰ সুদূৰপ্ৰসাৰী প্ৰভাৱৰ পৰা নিজকে মুক্ত ৰখাটো একপ্ৰকাৰ অসম্ভৱ আছিল। ৰবীন্দ্ৰনাথৰ ৰচনাই উদ্বুদ্ধ কৰিলেও পাৰ্বতিপ্ৰসাদৰ গীতসমূহো অসমৰ মাটিৰ স্বকীয়তাৰ পৰশ লাগি নিখুঁত-নিটোল ৰূপত প্ৰতিভাত হৈছিল।

সেই সময়ত অসমৰ পাৰম্পৰিক গীত-মাত বাংলা গীতৰ সৰ্বগ্ৰাসী প্ৰভাৱত জাহ যোৱাৰ উপক্ৰম ঘটিছিল। এই বাংলা সংস্কৃতিৰ সৰ্বগ্ৰাহী প্ৰক্ৰিয়াৰ বিৰুদ্ধে সেই সময়তে— জ্যোতিপ্ৰসাদে জেহাদ ঘোষণা কৰিছিল। পাৰ্বতিপ্ৰসাদেও খিলঞ্জীয়া আইনাম, ধাইনাম, বিয়ানাম, বিহুগীত ইত্যাদিৰ সুৰ বুটলি আনি নিজৰ ৰচনাৱলী অসমীয়া সুৰ আৰু চিনাকি বাতাবৰণেৰে হৃদয়স্পৰ্শী কৰি তুলিছিল। তেওঁ ৰচা 'হেৰ' বলিয়া নয়ন ভৰি চা' গীতটিয়ে এসময়ত অসমৰ ইমূৰৰ পৰা সিমূৰলৈ হিল্লোলিত কৰি তুলিছিল। উক্ত গীতটি আৰু 'আহিনমহীয়া শেৱালি সৰিলে, নিয়ৰত তিতিলে বন' এই গীতটি পাৰ্বতিপ্ৰসাদে নিজেও অসমৰ বিভিন্ন ঠাইত পৰিৱেশন কৰি অকুণ্ঠ সমাদৰ আৰু প্ৰশংসা লাভ কৰিবলৈ সমৰ্থবান হৈছিল।

অসমৰ পৰম্পৰাত শৰৎ ঋতুৰ বন্দনা নতুন নহয়। শংকৰদেৱৰে পৰা বৰ্তমানৰ কবিসকললৈকে বিভিন্নজনে, বিভিন্ন সময়ত ভিন্ ভিন্ চিত্ৰকল্প আৰু বৰ্ণনাৰ সহায়ত শৰতৰ ৰূপ-ৰসৰ প্ৰশস্তি গাইছে। কল্পনাৰ সাম্ৰাজ্যৰ সীমা-পৰিসীমা নাই, দেশ-কালো নাই। অৱশ্যে সাৰ্থক কবিতাত সময়ৰ অদৃশ্য চিহ্ন আৰু মাটিৰ নিৰ্য্যাস অৱধাৰিতভাৱেই দৃষ্টিগোচৰ হয়। পাৰ্বতিপ্ৰসাদৰ গীতি কবিতাসমূহো অসমৰ মাটিৰ মায়াময় সুবাস আৰু অনুলব্ধ চেতনাৰ পৰশকাঠিৰ স্পৰ্শেৰে অভিষিক্ত। তেওঁৰ কবিতাত শৰৎ এটা ঋতুৱেই নহয়, এক শৰীৰী প্ৰকাশ। শৰৎ কেতিয়াবা 'শৰৎ কোঁৱৰ', কেতিয়াবা 'শাৰদী লখিমী আই' এই শৰৎ কেতিয়াবা আকৌ ঋতু নহয় — মাহহে। 'বজালে আহিনে বাঁহী নে বীণ', 'অৰুণ জেউতি ভৰা, আহিনৰ ৰাতিপুৱা', 'আহিন মহীয়া শেৱালি সৰিলে' ইত্যাদি শাৰীত শৰৎ ঋতু আৰু আহিন মাহ নিবিড়ভাৱে জড়িত হৈ আছে। শৰতৰ মাদকতাত মাতাল কবিয়ে শেৱালিৰ মালা পিন্ধি অৱতৰতে বিহু নাচিব খুজিছে — শেৱালিৰ মালা পিন্ধি নাচোহঁক লগাই দে বিহুৰে নাম।

কবিয়ে শৰতক কেতিয়াবা এটা ল'ৰা কৰি তাৰ হাতত ফুলৰ কুকি তুলি দিছে, কেতিয়াবা ৰাজকোঁৱৰৰূপে কল্পনা কৰি মূৰত ধৱল মেঘৰ পাগুৰী মাৰি দিছে। শৰতৰ সুধা ৰস পান কৰি কবিয়ে কোনোবা পৰীৰ ডেউকা চুৰ কৰি আনি নিজৰ শৰীৰত লগাই অসীমলৈ উৰা মাৰিব খুজিছে।

শৰতৰ মাদকতাত কবি উন্মন। শৰতৰ জালিকটা সুৰুঙাৰে কোনে ভুমুকিয়াই চাই

বুলি প্ৰশ্ন কৰি সীমাহীন আকাশৰ পৰা কবিয়েই যেন শৰতৰ স্নেহধন্য বসুন্ধৰাৰ ৰূপসুধা অৱলোকন কৰিব খুজিছে। শৰৎ ঋতুৰ সৈতে শেৱালি আৰু নিয়ৰৰ সম্বন্ধ ওতঃপ্ৰোত। 'শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল'ত কবিয়ে 'শেৱালি' আৰু 'নিয়ৰ' শব্দ দুটা সঘনাই ব্যৱহাৰ কৰিছে। ঠিক তেনেদৰেই কবিৰ ৰচনাত 'ডাৱৰ' শব্দটিৰ সঘন ব্যৱহাৰো পৰিদৃষ্ট হয়।

শৰতৰ প্ৰকৃতি শীতল, আনন্দময়। এই প্ৰকৃতিৰ ৰন্ধ্ৰে ৰন্ধ্ৰে সিঞ্চিত হৈছে অমিতাভ সূৰ্যৰ অমল অংশু। প্ৰাচীন ভাৰতৰ ঋষি-মুনিসকলৰ দৰে পাৰ্বতি প্ৰসাদেও শৰতৰ নিসৰ্গত আলোকৰ বন্দনা কৰিছে — 'জয় জয় জয় পোহৰৰ'। এই মহালোক কেতিয়াবা কবিৰ কল্পনাত বীণাযন্ত্ৰলৈ ৰূপান্তৰিত হৈছে, তাত কাৰোবাৰ 'চঁপা আঙুলিৰ বুলন' লাগিছে। প্ৰেম, পুলক, তীব্ৰ আকুলতা ইত্যাদিৰ সংমিশ্ৰণত পাৰ্বতি প্ৰসাদৰ গীতে এক অনবদ্য ৰূপ ধাৰণ কৰিছে। 'শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল'ৰ গীতি-কবিতাসমূহত লোকগীতৰ সুৰ মন কৰিলেই শুনিবলৈ পোৱা যায়। এটা গীতৰ মাজত লোকগীত এফাঁকি কবিয়ে সুন্দৰভাৱে বাখৰ খটোৱাদি খটুৱাই লৈছে —

হাতী হেৰুৱালো লিহিৰি বনত ঐ
ঘোঁৰা হেৰুৱালো ৰণত
পাই হেৰুৱালো সৰগৰ মুকুতা
চোতালৰ দুবৰি বনত।

পাৰ্বতিপ্ৰসাদৰ এই গীতসমূহত অলেখ অপূৰ্ব চিত্ৰকল্পৰ সমন্বয় ঘটিছে। ড° বৰুৱাৰ মতে — "... 'সপোনৰ সুৰ', 'ধাননিৰ ধূপছাঁয়া' 'ডাৱৰৰ যুঁজতে সূৰুয জিকিলে' 'পোহৰৰ কাঁড়' একোটি বাক্য ৰেখাই এক সম্পূৰ্ণ চিত্ৰ প্ৰতিমা উদ্ভাসিত কৰিছে। সদা সৰ্বদা প্ৰয়োগত চমৎকাৰিত্বহীন হোৱা 'সৰকালে' আদি সাধাৰণ কথাও কবিৰ যাদুকৰী তুলিকাত উদ্দীপ্ত হৈ ঐশ্বৰ্যময়ী দ্যোতনা দিছে।" অসমৰ নৈসৰ্গিক চিত্ৰ প্ৰত্যেকটি গীতৰ স্তৱকে স্তৱকে বিৰাজমান। শৰতৰ পৰাগ-পোহৰ, কুসুম-লহৰ, আকাশ-পাহাৰ, বতাহ-পথাৰ গীতিকবিৰ যাদুকৰী শব্দৰ স্পৰ্শত মূৰ্ত হৈ উঠিছে। ড° বৰুৱাৰ মতে— "মাটিত মেঘৰ সুৰ জাগে" চিত্ৰটি বিশেষ তাৎপৰ্যপূৰ্ণ। মেঘ চকুৰে দেখা চিত্ৰ, কবি প্ৰতিভাই মেঘক কাণৰ উপলব্ধিৰ বিষয়ত ৰূপান্তৰিত কৰি এক নতুন অনুভূতি সজাগ কৰি দিছে। .. কবিয়ে সৌন্দৰ্যকে সৃষ্টি কৰা নাই, সেই সৌন্দৰ্যক উপভোগৰ এক নতুন ইন্দ্ৰিয় দান কৰিছে। 'নীল গগণত ছাঁয়াছবি লেখা', 'মোৰ বুকুৰ ধ্বনি আজি অসীমত পায় সুৰ', 'জোনাকত ওপঙিল কিহবাৰে ৰাগী', 'বুকুৰে মাজৰে পগলা বৰাগী', 'শুকুৱা ডাৱৰৰ ধূলি উৰুৱাই', 'সোণালী পোহৰ ৰেণু', 'নিয়ৰৰ টোপাত পোহৰ ওলমি ৰয়' ইত্যাদি শব্দ বিন্যাসে পাৰ্বতি প্ৰসাদৰ মণিকূটৰ আঠাইছ খলপীয়া আসনত 'হেঙুল-হাইতাল' বোলাইছে। সংস্কৃত শব্দৰ থলুৱা ৰূপ তেওঁ সঘনাই ব্যৱহাৰ কৰিছে। দৰশ (দৰ্শন), উৰুমি (উৰ্মি),

ময়াপী (মায়াবী), শইচ (শস্য) ইত্যাদি শব্দৰ উপৰি কবিয়ে নাও, বাছ, তমোময়, সোহতী, উলাহী, বাবেক, নিজৰ (নিজৰা), চিতনি, ৰাঙল, পিয়াহী ইত্যাদি গ্ৰাম্য শব্দ নিঃসংকোচে ব্যৱহাৰ কৰিছে।

শৰতৰ পৰিপাৰ্শ্বত কবিৰ মন দিহিঙে-দিপাঙে অনাই-বনাই ফুৰিছে, গগণে-পৱনে উৰিও ফুৰিছে।

মই উজনি দেশৰ উদাসী পথিক
দেশ বিদেশত ঘূৰোঁ
নিজান বনত অনাই-বনাই ফুৰোঁ।
কিয় বাৰু উৰি ফুৰোঁ কোনে তাক জানে?
হিয়াখনি মোৰ দূৰৰ শূইনে টানে।

শৰতৰ সুধা ৰসত আকণ্ঠ নিমজ্জিত হৈয়ো কবি পৰিতৃপ্ত নহয়। সেয়ে কবিয়ে গাইছে—

বন্ধু হে, হেলায় যায় বেলা,
চৌপাশে মোৰ ৰসময়ী মেলা।

লোকগীতৰ বুনিয়াদত গঢ় লৈ উঠা গীতসমূহৰ পংক্তিয়ে পংক্তিয়ে সৰগী সুধাৰ অনাবিল অন্তঃসলিলা ফল্গুধাৰা প্ৰৱহমান। দুলড়ী, লেছাৰী আদি সাধাৰণ ছন্দত ৰচা গীতসমূহৰ মাজত কেতিয়াবা কোনো আধুনিক কবিতাৰ অৰ্বাচীন নূপুৰ শিঞ্জনো ধ্বনিত হৈছে। স্পৰ্শকাতৰ আৰু স্নিগ্ধ শব্দৰাজিৰ ব্যৱহাৰে গীতসমূহলৈ এক অনিৰ্বচনীয় সৌকুমাৰ্য আনি দিছে। শৰত কালৰ সৰ্বত্ৰ বিচ্ছুৰিত বৰ্ণ-গন্ধ-স্পৰ্শ-দৃশ্যই কবিৰ সীমিত বুকুত তোলা অভিনৱ আলোড়ন গীতসমূহৰ ছত্ৰে ছত্ৰে বাংময় হৈ আছে। ড° বিৰিঞ্চি কুমাৰ বৰুৱাই কবিৰ বিষয়ে সাৰ্থকভাৱেই লেখিছে— "গীতৰ ভাষা মন্ত্ৰৰ ভাষা; ইয়াৰ সম্মোহনীয় প্ৰতিটো চিত্ৰই প্ৰতীক। বীণৰ তাঁৰৰ সুৰৰ দৰে প্ৰতিটো প্ৰতীক অনেকাৰ্থ। দৃষ্টান্ত স্বৰূপে (ওপৰৰ) পদুম আৰু দেওৰাজহাঁহ এই দুই প্ৰতীকত নানা ভাবব্যঞ্জক চিত্ৰৰ সমাহাৰ হৈছে। পদুমে পোহৰৰ পূজা কৰে; পংকত উপজিও সি পংকৰ পৰা নিৰ্লিপ্ত। 'অমল-ধৱল' আকাশত স্বাধীনভাৱে উৰি যায়; গতি তাৰ ধৰ্ম। যাত্ৰা তাৰ অনিন্দনীয় মানস সৰোবৰলৈ। আমাৰ কবিও পোহৰৰ পূজাৰী; সৌন্দৰ্য কমলৰ সন্ধানত যাত্ৰা অনাসক্ত বৰাগী কবিৰ জীৱন ধৰ্ম।"

পাৰ্বতি প্ৰসাদ শেৱালি আৰু ধাননিৰ, নিয়ৰ আৰু ডাৱৰৰ কবি; তেওঁ সম্পূৰ্ণ অৰ্থত শৰতৰ কবি। পাৰ্বতিপ্ৰসাদৰ বাহিৰে আন কোনো অসমীয়া কবিৰ ৰচনাত শৰৎ ঋতুৰ বৰ্ণাঢ্য ৰূপ এনেদৰে ব্যাপ্ত আৰু মূৰ্ত হৈ উঠা নাই। কবি প্ৰতিভাৰ অনন্য পৰশত শৰতৰ প্ৰকৃতি হৈ পৰিছে শক্তিদায়িনী, মংগল-দায়িনী, জড়জগত হৈ পৰিছে প্ৰেম-

কৰুণাৰ অন্তহীন আৰু প্ৰাণময় উৎস। ধৱল শৰতে কবিৰ অন্তৰত 'ৰসময়ী মেলা'ৰ সৃষ্টি কৰিছে। আকৌ 'অন্ত বিচাৰি মহা শূইনত' পথহাৰাও কৰিছে। প্ৰকৃতিৰ মাজতে কবিয়ে প্ৰেমৰ সন্ধান পাইছে। সেই প্ৰেম কেতিয়াবা অহৈতুকী প্ৰীতিলৈ ৰূপান্তৰিত হৈছে, আকৌ কেতিয়াবা হৈ পৰিছে অতীন্দ্ৰিয় অনুভূতি জাগৰণৰ অমোঘ ইন্ধন। প্ৰকৃতিৰ বন্দনাৰ জৰিয়তে কবিয়ে বিৰাটৰ বিভূতি অৱলোকন কৰিছে। জীৱনৰ পৰিক্ৰমা যে ব্যথাময় তাক কবিয়ে মৰ্মে মৰ্মে অনুভৱ কৰিছে কিন্তু পথৰ শেষত 'নীলিম পুৰ'ৰ 'গুণগুণনিৰ সুৰ' অৱশ্যেই শুনা পাব বুলি কবি দৃঢ় নিশ্চিত। সেইবাবেহে কবিয়ে উদ্দাত্ত কণ্ঠে গাব পাৰিছে —

কঁপক তেনে কঁপক পৰাণ
নতুন সুৰৰ গোৱাচোঁ গান
উঠক কঁপি সুৰে সুৰে
বিশ্ব প্ৰাণৰ নতুন ছন্দ। ❑

# পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাত ৰহস্যবাদী ভাবৰ প্ৰতিফলন

বিভা দত্ত নেওগ

অসমীয়া জাতীয় জীৱনৰ বিকাশ আৰু অসমীয়াৰ জীৱন আৰু মানসিকতা গঠনৰ ক্ষেত্ৰত উনবিংশ শতাব্দীৰ শেষভাগ আৰু বিংশ শতাব্দীৰ প্ৰথমভাগ উল্লেখযোগ্য কাল হিচাপে বিবেচিত হৈছে। ইংৰাজ আগমনৰ কালছোৱাত প্ৰাচীন আদৰ্শ আৰু মূল্যবোধত বৈদেশিক ভাবধাৰাৰ আঘাত লাগিছিল যদিও কেইজনমান উল্লেখযোগ্য ব্যক্তিয়ে ঐতিহ্যক জীয়াই ৰাখিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল। এনে আদৰ্শৰে বিংশ শতাব্দীলৈ আগবাঢ়ি যোৱা ব্যক্তিসকলৰ ভিতৰত পাৰ্বতিপ্ৰসাদ বৰুৱা উল্লেখযোগ্য। পাৰ্বতিপ্ৰসাদে জ্যোতিপ্ৰসাদৰ সগোত্ৰ হৈ অসমীয়া সংস্কৃতিৰ বিকাশ আৰু প্ৰকাশক প্ৰাণৱন্ত কৰি তুলিবলৈ যত্ন কৰিছিল। হেৰাই যাব ধৰা ঐতিহ্যক পুনৰুজ্জীৱিত কৰি প্ৰতিষ্ঠা কৰিবলৈ তেওঁ গীত আৰু কবিতা ৰচনাত মনোনিৱেশ কৰিছিল। গীতৰ সুৰ-সংযোজনাৰ ক্ষেত্ৰত পাৰ্বতিপ্ৰসাদে অসমীয়া লোক-সাহিত্যত নব্য দৃষ্টিভংগী আৰোপ কৰি স্বকীয়তা প্ৰদৰ্শন কৰিলে। অসমীয়া শিল্প ঐতিহ্যৰ পটভূমিত অসমীয়া জাতিৰ স্বকীয় সম্পদক স্বকীয় প্ৰতিভাৰে পুনৰ প্ৰতিষ্ঠা কৰিবলৈ যত্নৱান হোৱা এইজন বিশিষ্ট ব্যক্তিৰ আদৰ্শ, ভাবধাৰা, কৰ্ম আৰু সাহিত্যিক অৱদান সমূহ অসমীয়া সাহিত্যৰ ভঁড়ালৰ মূল্যৱান সম্পদ। পাৰ্বতিপ্ৰসাদৰ জীৱন আৰু কৰ্মৰ মাজত প্ৰতিফলিত হোৱা নন্দনতাত্ত্বিক মূল্যবোধ গঠনত উপনিষদীয় চিন্তা আৰু আদৰ্শ, ৰবীন্দ্ৰনাথৰ ভাবশক্তি আৰু জাতীয় জীৱনৰ প্ৰভাৱে বিশেষভাৱে পৰিপুষ্টি যোগাইছে।

**পাৰ্বতিপ্ৰসাদৰ গীতি কবিতা : এটি চমু চিনাকি**

পাৰ্বতিপ্ৰসাদ মূলতঃ গীতি কবি। পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাৰ সাধাৰণ বৈশিষ্ট্য হৈছে গীতিধৰ্মিতা। গীত আৰু কবিতা কবি হৃদয়ৰ ভাব-অনুভূতিৰ পৰাই জন্ম হয়। জীৱণ আৰু বস্তুজগতে কবিৰ হৃদয়ত নানাভাৱৰ স্পন্দন জগাই তোলে। ফলত কবিৰ হৃদয়ত বৰ্ণময় ভাব-অনুভূতিৰ সৃষ্টি হয়। কল্পনা, সৌন্দৰ্য আৰু অনুভূতি ৰসোত্তীৰ্ণ হৈ উঠে। এই সংগীতময় কথাৰূপৰ নাম গীতি কবিতা।[১] আনহাতে সুৰ, অৰ্থযুক্ত শব্দ

আৰু তালৰ সমন্বয়েই গীত। গীতো এক প্ৰকাৰৰ কবিতা। কাৰণ একোটি গীতত কোনো এজন কবি বা গীতিকাৰৰ মানসিক অৱস্থা, আবেগ-অনুভূতি আদি একোটা দফাত প্ৰতিফলিত হয়।[২] সহজ কথাত কোনোবাই গোৱাৰ বাবে লিখা সংগীতময় কবিতাই গীত। গান কবিতাৰ গুণসম্পন্ন আৰু কবিতা গানৰ গুণযুক্ত হোৱাৰ উদাহৰণ অনেক আছে। তাৰ ভিতৰত সুৰদাসৰ ভজন, বৈষ্ণৱ পদাৱলী, বাউল সংগীত, ৰবীন্দ্ৰ-সংগীত, চৰ্যাগীত আৰু বৰগীত উল্লেখযোগ্য। কাৰণ এনেবোৰ গীত প্ৰধান ৰচনাত কথাবস্তুৰ সুষমা আৰু কাব্যিক সুষমাৰ সমন্বয় ঘটিছে। গীত আৰু গীতিকবিতাৰ এটি ওচৰ সম্বন্ধ স্থাপিত হৈছে সুৰৰ মাধ্যমেৰে। গীতিকবিতাত সুৰৰ প্ৰাধান্য নাথাকিলেও কথা আৰু সুৰৰ সমন্বয় সাধন হয়।[৩] উভয়েই হৈছে ছন্দোবদ্ধ ৰচনা। গান হিচাপে সকলোবোৰ গীতিকবিতা গাব নোৱাৰিলেও গীতি কবিতাৰ প্ৰাণবস্তু হৈছে গীতৰ মুখৰতা। অনুভূতিৰ মসৃণতা, ছন্দলয়ৰ সুষম সুমন্বয়, কল্পনাৰ সজীৱতা গীতি কবিতাৰো অন্যতম প্ৰধান লক্ষণ। গীতিকবিতাৰ ইংৰাজী প্ৰতিশব্দ (Lyric) 'লিৰিক' এ প্ৰথম অৱস্থাত বীনাযন্ত্ৰৰ সহায়ত গোৱা গীতক নিৰ্দেশ কৰিছিল। কালক্ৰমত কবিৰ নিজস্ব ভাব, অনুভূতি, চিন্তা বা মানসিক পৰিস্থিতিৰ প্ৰকাশ কৰা চুটি কবিতাক বুজাবলৈ 'লিৰিক' শব্দটো ব্যৱহৃত হ'ল। গীতিকবিতাত কোনো বিশেষ ভাব বা অনুভূতিক সৰল আৰু সংক্ষিপ্ত ৰূপত প্ৰকাশ কৰা হয়। সংগীত মাধুৰ্য আৰু গতি স্বাচ্ছন্দ্যই গীতিকবিতালৈ বিচিত্ৰতা আনি দিয়ে।

আধুনিক অসমীয়া সাহিত্যত গীত আৰু গীতি কবিতা পাৰস্পৰিক লক্ষণযুক্ত হৈ উঠিছে। বিশেষকৈ কথাবস্তুৰ দিশৰ পৰা বেজবৰুৱা, জ্যোতিপ্ৰসাদ, বিষ্ণু ৰাভা, পাৰ্বতিপ্ৰসাদৰ গীত গীতিকবিতালৈ উত্তীৰ্ণ হৈছে। কাৰণ এইসকল গীতিকবিৰ বাক্‌ভংগী, কথাবস্তুত নতুন চিন্তা আৰু অনুভূতিৰ সংযুক্তি, শাব্দিক নিৰ্মাণ কৌশল, কথিত ভাষাৰ প্ৰয়োগ আদিয়ে গীতক কবিতাৰ অধিক কাষ চপাই নিয়াত সহায় কৰিছে।

পাৰ্বতিপ্ৰসাদৰ কাব্যকৃতিৰ অন্তৰালত কবিৰ ব্যক্তিগত জীৱনৰ লগতে সমাজ জীৱন স্পষ্টকৈ প্ৰতিফলিত হৈছে। জীৱন, সমাজ আৰু সভ্যতাৰ লগত কবিতাৰ সম্বন্ধ গভীৰ। একোজন কবিৰ কাব্যফচল একক নহয়। কবিসকলৰ কবিমানস গঠনত বিভিন্ন উৎস বা উপাদানে ক্ৰিয়া কৰিব পাৰে। পাৰ্বতিপ্ৰসাদৰ কবিমানস গঠনত পাৰিবাৰিক আদৰ্শ, ঊনবিংশ শতিকাৰ ৰমন্যাসিক আদৰ্শ, অসমৰ স্থানীয় প্ৰাকৃতিক পৰিৱেশ আৰু অসমৰ লৌকিক ঐতিহ্য, পূৰ্বসূৰীৰ আদৰ্শ, সমসাময়িক যুগ আৰু উপনিষদীয় আদৰ্শ আদি উপাদানে সহায় কৰিছে। এই উপাদান সমূহৰ মূল সূত্ৰ ধৰিছে কবিৰ স্বকীয় কল্পনা, চিন্তা, আবেগ-অনুভূতি আৰু লিৰিকধৰ্মী কাব্যিক প্ৰতিভাই। কল্পনা প্ৰৱণতা, গীতিময়তা, সৌন্দৰ্যচেতনা, প্ৰকৃতি-প্ৰীতি, বিস্ময় চেতনা, অতীতমুখিতা, মধ্যযুগ প্ৰীতি, ঐতিহ্য-

প্ৰীতি, চহা জীৱনৰ প্ৰতি অনুৰাগ, অতি-প্ৰাকৃতিক উপাদানৰ প্ৰয়োগ, লোক সাহিত্যৰ বিভিন্ন সমলৰ প্ৰয়োগ, প্ৰেমৰ ৰূপান্তৰীকৰণ, সাধাৰণ মানুহৰ প্ৰতি সহানুভূতিশীল মনোভাব, ঘৰুৱা ভাষাৰ প্ৰয়োগ, পৰিচিত চিত্ৰৰ মাজেদি ভাবৰ ব্যঞ্জনা দান, সাধাৰণ মানুহৰ প্ৰতি সহানুভূতিশীল মনোভাব, দেশাত্মবোধ, ৰহস্যময়তা আদি ৰোমাণ্টিক সৌন্দৰ্যৰ অনেক দিশ পাৰ্বতিপ্ৰসাদৰ কবিতাত প্ৰতিফলিত হৈছে। পাৰ্বতিপ্ৰসাদে অসমৰ লোকসংস্কৃতি আৰু লোক-সাহিত্যৰ পৰা জীৱনীশক্তি আহৰণ কৰি স্বকীয় ৰচনাৰাজিক সমৃদ্ধ কৰি গৈছে। ৰবীন্দ্ৰনাথৰ মতে সাহিত্যৰ নিম্ন অংশ স্বদেশৰ মাটিৰ সৈতে জড়িত থাকে। পাৰ্বতিপ্ৰসাদৰো সৃষ্টিশীল ৰচনাসমূহৰ নিম্ন অংশ স্বদেশৰ মাটিৰ সৈতে জড়িত হৈ আছে। তেওঁৰ সাহিত্যৰ ভেটি হৈছে দেশীয়, স্থানীয়। লোক-সাহিত্যৰ আৰু প্ৰাচীন ঐতিহ্যৰ গভীৰ উৎসৰ পৰা ৰস সংগ্ৰহ কৰি নিজস্ব প্ৰতিভাৰ সংমিশ্ৰণেৰে স্বকীয়তা দান কৰাৰ বাবে পাৰ্বতিপ্ৰসাদ সমকালীন কবি সাহিত্যিকৰ মাজত বিশিষ্ট। পাৰ্বতিপ্ৰসাদে যিটো দশকত সাহিত্য চৰ্চা কৰিছিল একে সময়তে এহাজে জ্যোতিপ্ৰসাদ আৰু বিষ্ণুপ্ৰসাদৰ গীত আৰু কবিতাত পৌৰুষদীপ্ত সুৰ ধ্বনিত হ'ল আনহাতে পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাত কোমল, কৰুণ আৰু মিষ্টিক সুৰ ধ্বনিত হ'ল।

পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাসমূহ সূক্ষ্মভাবে পৰ্যবেক্ষণ কৰিলে দেখা যায় তেওঁ প্ৰকৃতিৰ ৰূপময় বৈচিত্ৰৰ সৌন্দৰ্য অন্বেষণ কৰি এটি সংগতি আৱিষ্কাৰ কৰিছে। কবিয়ে জগতৰ আভ্যন্তৰত এক পৰম সত্তাৰ অস্তিত্বৰ সন্ধান পাইছে। বিশ্বপ্ৰকৃতিৰ প্ৰতি এনে ৰহস্যময় দৃষ্টি নিক্ষেপণৰ জৰিয়তে পাৰ্বতিপ্ৰসাদৰ কবিমানসত ৰহস্যবাদী ভাবৰ জন্ম হৈছে।

**ৰহস্যবাদৰ স্বৰূপ আৰু পৰম্পৰা :**

ৰহস্যবাদে এটি বিশিষ্ট ধাৰাক প্ৰতিনিধিত্ব কৰে। মানৱ অন্তৰৰ চিৰ ৰহস্যময় চিৰন্তন প্ৰশ্নৰ সমাধান বিচাৰি ৰহস্যবাদী ভাবধাৰা আগবাঢ়ে। ইংৰাজী Mysticism শব্দটোৰ প্ৰতিশব্দ ৰহস্যবাদ বা অতীন্দ্ৰিয়বাদ। এই শব্দটো সমপৰ্যায়ৰ বৈশিষ্ট্যসম্পন্ন দুটা জাৰ্মান শব্দৰ পৰা আহিছে। এটা হ'ল Mystizismus আৰু আনটো হ'ল Mystic প্ৰথমটোৱে অলৌকিক ধৰ্মমত সম্পন্ন দিব্যজ্ঞান অনুধাৱন কৰি আত্মাৰ উৎকৰ্ষ সাধনৰ প্ৰচেষ্টাক বুজায় আৰু পিছৰটোৱে জীৱাত্মা আৰু পৰমাত্মাৰ মিলন অভিজ্ঞতাক বুজায়।[৫] আনহাতে ইংৰাজী Mysticism শব্দটোৱে দুটা অৰ্থ নিৰূপন কৰে। ই ঈশ্বৰৰ লগত মিলনৰ প্ৰথম অভিজ্ঞতাক বুজায় আৰু দ্বিতীয়তে, ঈশ্বৰতত্ত্ব আৰু দৰ্শন শাস্ত্ৰৰ মতবাদ অনুযায়ী পৰম সত্বা বা ঈশ্বৰৰ লগত আত্মাৰ সাম্ভাব্য একাত্মতা স্থাপনৰ ভাব দ্যোতনা কৰে। সৰল কথাত ৰহস্যবাদ ভগৱানৰ নীৰৱ উপভোগ, পৰম জনৰ সৈতে মিলনৰ বিজ্ঞান আৰু একান্তলৈ একান্তৰ অভিযান।[৬] আন এচাম পণ্ডিতে ৰহস্যবাদৰ ইংৰাজী প্ৰতিশব্দ

Mysticism শব্দটো গ্ৰীক ভাষাৰ শব্দ Muco ৰ পৰা আহিছে বুলি ক'ব খোজে। এই শব্দৰ অৰ্থ 'Joining together the edge of a wound.' ইয়াৰ অৰ্থৰ আঁৰত আছে মানুহৰ সৰ্বশক্তিমানৰ সৈতে একীভূত হ'বৰ বাসনা।"

হিন্দুৰ দৰ্শনশাস্ত্ৰতো অব্যক্ত, অসীম, অদৃশ্য বিৰাট শক্তিৰ কল্পনা কৰা হৈছে। একমাত্ৰ আধ্যাত্মিক চিন্তাৰ জৰিয়তে ভগৱানৰ প্ৰতি থকা প্ৰেমৰ প্ৰকাশেই ভগৱৎপ্ৰেম। এই প্ৰেম পঞ্চনেন্দ্ৰিয়ৰ উৰ্দ্ধত। ৰহস্যবাদী কবিয়ে দৈৱী অনুভূতি বা বুধিৰ দ্বাৰা পৰম পুৰুষ আৰু পাৰ্থিৱ জগতৰ মাজত একাত্মবোধ উপলব্ধি কৰিব পাৰে। অতীন্দ্ৰিয়বাদ আৰু ৰহস্যবাদ সমপৰ্যায়ৰ বৈশিষ্ট্যসম্পন্ন দুটা শব্দ। সহজ কথাত অতীন্দ্ৰিয়বাদ হৈছে ইন্দ্ৰিয়ৰ অতীত অনুভূতিৰ প্ৰকাশ। পঞ্চ ইন্দ্ৰিয়ৰ দ্বাৰা চৰমসত্য প্ৰকাশ কৰা অসম্ভৱ বাবে ৰহস্যবাদী সকলে এক দৈৱ অনুভূতি বা বোধশক্তিৰ আশ্ৰয় লয়। ক্ৰমান্বয়ে অসীম ৰহস্যৰ আঁৰত থকা অসীম শক্তিৰ উৎস সন্ধানত ৰত হয়। ৰহস্যবাদী কবিয়ে জগতৰ অন্তৰালত এক পৰম শক্তিক অনুভৱ আৰু স্বীকাৰ কৰি লয়। এই সকল কবিয়ে বিশ্ব জগতৰ জড় আৰু চৈতন্যৰ মাজত ঐক্যৰ সন্ধান পায়। ৰহস্যবাদী বা অতীন্দ্ৰিয়বাদীসকলে সকলো সত্তাৰ মূলতে এক পৰম সত্ত্বাৰ অস্তিত্ব উপলব্ধি কৰে।

ভাৰতীয় ৰহস্যবাদ বেদ, উপনিষদৰ লগত সংপৃক্ত। উপনিষদৰ ৰহস্যবাদ দাৰ্শনিক আৰু মধ্যযুগৰ ৰহস্যবাদ ভক্তিমূলক। মধ্যযুগৰ ৰহস্যচিন্তা ধৰ্ম আন্দোলনৰ মাজেৰে প্ৰকাশিত আৰু প্ৰসাৰিত হৈছে। মধ্যযুগীয় ভাৰতীয় সাহিত্যত বিশেষকৈ বংগদেশৰ বাউল সংগীত আৰু পদাৱলী গীতত ৰহস্যবাদৰ সুৰ শুনা যায়। চৰ্যাপদ সমূহকো গূঢ় ৰহস্যৰ ভাব-চিন্তাই বিশিষ্টতা প্ৰদান কৰিছে। অসমীয়া লোক সাহিত্য যেনে দেহ-বিচাৰ গীত, টোকাৰী গীত আদিতো ভকতীয়া ৰহস্যবাদৰ সুৰ বিদ্যমান। ভাৰতীয় ভক্তি আন্দোলনৰ মূলতে আছে ভাগৱত গীতা আৰু ভাগৱত পুৰাণৰ ৰহস্যবাদৰ ধাৰণা। অসমত শংকৰদেৱ আৰু মাধৱদেৱৰ ৰচনাসমূহে ভক্তিমূলক ৰহস্যবাদৰ ভাবধাৰাক বিস্তৃতি দান কৰিলে।

ভাৰতীয় দৰ্শনৰ দ্বাৰা পৰিপুষ্ট মনৰ অসমীয়া কবিৰ কবিতাত ৰহস্যবাদী চিন্তাৰ প্ৰথম প্ৰকাশ দেখা গ'ল ৰোমাণ্টিক যুগত। অম্বিকাগিৰি ৰায়চৌধুৰীৰ 'তুমি' আৰু 'বীণা' কাব্যত প্ৰেমৰ ভাব-অনুভূতিৰ মাজেৰে ৰহস্যবাদৰ কোমল সুৰ প্ৰকাশিত হৈছে। নীলমণি ফুকনৰ 'সন্ধানী' কাব্যত জগতৰ খণ্ড-সৌন্দৰ্যৰ অন্তৰালত এক মহান সত্তাৰ বৈচিত্ৰ্যপূৰ্ণ অভিব্যক্তিৰ ধাৰণা প্ৰকাশিত হৈছে। দুৰ্গেশ্বৰ শৰ্মাই 'অঞ্জলি' আৰু 'নিবেদন'ৰ কিছুমান কবিতাত দাৰ্শনিক উপলব্ধিক পৰিচিত চিত্ৰৰ মাজেদি কবিতাত প্ৰকাশ দান কৰিছে। ৰত্নকান্ত বৰকাকতীৰ 'শেৱালী' আৰু 'চন্দ্ৰহাৰ'ৰ কিছুমান কবিতাত মিষ্টিক সুৰ শুনা যায়। ধৰ্মেশ্বৰী দেৱী বৰুৱানীৰ 'ফুলৰ শৰাই' আৰু 'প্ৰাণৰ পৰশ'— এই দুখন

খণ্ডকবিতাৰ পুথিত আধ্যাত্মিক দৃষ্টিৰ অভিব্যক্তি দেখা যায়।এইসকল কবিৰ ৰসহ্যবাদী চিন্তাৰ সাধাৰণ বৈশিষ্ট্য হৈছে— জগতৰ সৌন্দৰ্যৰ বিচিত্ৰতাৰ মাজত বিশ্ব স্ৰষ্টাৰ আত্মপ্ৰকাশ, ৰূপৰ মাজত অপৰূপৰ সন্ধানে, সীমাৰ মাজত অসীম সন্ধানে, আত্মাৰ অবিনশ্বৰতা, জন্মান্তৰবাদ আদি দাৰ্শনিক চিন্তাৰ প্ৰকাশ।ৰহস্যবাদৰ বিভিন্ন লক্ষণ প্ৰকাশিত হ'লেও এই সকল কবিৰ কবিতাত নলিনীবালা দেৱী আৰু পাৰ্বতিপ্ৰসাদৰ কবিতাৰ দৰে ৰহস্যবাদী ভাবৰ ক্ৰমবিকাশ দেখা নাযায়। অসমীয়া ৰমন্যাসিক কবিতাত ৰহস্যবাদী ভাবধাৰাৰ সৰ্বোচ্চ বিকাশ ঘটে নলিনীবালা দেৱীৰ কবিতাত। 'সন্ধিয়াৰ সুৰ'ত আত্মপ্ৰকাশ কৰা আধ্যাত্মিক সুৰ সমগ্ৰ কাব্যৰ মাজেদি ক্ৰমবিকাশ লাভ কৰে। চিৰসুন্দৰৰ সৌন্দৰ্যৰ অনুভৱ, আকৰ্ষণ, অন্বেষণেই সৰহভাগ কবিতাৰ প্ৰতিপাদ্য বিষয়। নলিনীবালা দেৱীৰ অতীন্দ্ৰিয় ভাবৰাশি ভগৱৎ মিলন কামনাৰ মাজেদি ক্ৰমবিকশিত হৈ মিলনপ্ৰাপ্তিৰ অবস্থা লাভৰ মাজত পৰিণতি লাভ কৰিছে। পাৰ্বতিপ্ৰসাদৰ কবিতাতো দেখা যায় বিশ্বসুৰৰ উৎস বিচাৰি কবিয়ে যি আধ্যাত্মিক যাত্ৰা আৰম্ভ কৰিছে সেয়া ৰহস্যবাদৰ বিভিন্ন পৰ্যায় অতিক্ৰম কৰি পৰিনতি লাভ কৰিছে। অন্য কেইজনমান কবি যেনে - চন্দ্ৰকুমাৰ আগৰৱালা, ৰঘুনাথ চৌধুৰী, যতীন্দ্ৰনাথ দুৱৰা, অতুলচন্দ্ৰ হাজৰিকা আদিৰ দুই এটি কবিতাত ৰহস্যবাদৰ ছিটিকনি পৰা দেখা যায়। কিন্তু ৰহস্যবাদী ভাবৰ নিটোল প্ৰকাশ আৰু বিকাশ নাই।

**পাৰ্বতিপ্ৰসাদৰ গীতি-কবিতাত ৰহস্যবাদী ভাবৰ প্ৰকাশ আৰু বিকাশ ঃ**

(ক) 'গুণগুণনি'ত ৰহস্যময় ভাবৰ সূত্ৰপাত ঃ - পাৰ্বতিপ্ৰসাদে প্ৰকৃতিৰ বিচিত্ৰ সৌন্দৰ্যৰ মাজত সুৰৰ মায়াময় অভিব্যঞ্জনা লাভ কৰিছে। পাৰ্বতিপ্ৰসাদৰ বিশ্বাস জন্মিছে এক পৰমশক্তিৰ দ্বাৰা বিশ্বজগত নিয়ন্ত্ৰিত হৈছে। পাৰ্বতিপ্ৰসাদৰ মনত ৰহস্যবাদী ভাবৰ প্ৰথম উন্মেষ ঘটিছে কৃষ্ণৰ অন্য ৰূপ 'মোহন'ৰ মাজেৰে। নলিনীবালা দেৱীক 'মধু মুৰুলীৰ মৌ বৰষা তানে' আকুল কৰাৰ দৰে পাৰ্বতিপ্ৰসাদক মোহনৰ বাঁহীৰ সুৰে আকুল কৰিছে। এই সুৰেই কবি মানসত অনন্ত সৌন্দৰ্যৰ উৎস ৰূপে আবিষ্কৃত হৈছে।[৭] পাৰ্বতিপ্ৰসাদৰ দৃষ্টিত মহাবিশ্বজুৰি বিৰিঙি উঠা আনন্দৰ পূৰ্ণতাৰ মূলতে আছে এক পৰম শক্তিৰ ৰহস্যময় অনুভৱ। তেওঁ চিৰসুন্দৰৰ সৌন্দৰ্যৰ বিচ্ছুৰণ সৰ্বত্ৰতে অনুভৱ কৰিছে।[৮] পাৰ্বতিপ্ৰসাদে ক্ৰমান্বয়ে মোহনক 'সুন্দৰ' ৰূপত আবিষ্কাৰ কৰিছে। সুন্দৰৰ আঙুলিৰ বুলনিত সমগ্ৰ জগত সুৰময় হৈ উঠিছে। কবিয়ে সুন্দৰৰ বাঁহীৰ সুৰৰ মাজেৰে বিশ্বজোৰা মহাসুৰৰ প্ৰতিধ্বনি শুনিবলৈ পাইছে।[৯] পাৰ্বতিপ্ৰসাদে অনুভৱ কৰিছে চিৰসুন্দৰৰ অসীম সৌন্দৰ্যময়তাৰে জীৱন আৰু জগত সুন্দৰ আৰু সুৰময় হৈ উঠিছে। পৃথিৱীৰ ৰূপতৃষ্ণাই কবিৰ প্ৰাণত আনন্দ সঞ্চাৰ কৰিছে। এই ব্যাকুলতা প্ৰকৃতি জগতৰ মাজতো তেওঁ লক্ষ্য কৰিছে। ৰহস্যাবৃত্ত চিৰসুন্দৰৰ ধ্যানত যি আনন্দ আৰু ৰহস্য আছে সেই

আনন্দৰ উপলব্ধিৰে পাৰ্বতিপ্ৰসাদৰ 'গুণগুণনি'ৰ অন্তৰ্ভুক্ত কিছুসংখ্যক গীত আৰু কবিতা তাৎপৰ্যপূৰ্ণ হৈ উঠিছে। পাৰ্বতিপ্ৰসাদে 'মোহন' ৰূপী বাঁহীবাদক জনক 'চিকুন চোৰ'ৰ ৰূপত আৱিষ্কাৰ কৰিছে।[১০] কবিৰ পদূলি মূৰত 'বীণ-বৰাগী'ৰ ৰূপত ৰহস্যময়ে কবিক এদিন সঁহাৰি জনাইছিল। তেতিয়া কবি গভীৰ নিদ্ৰাত মগ্ন আছিল বাবে 'অচিন আলহী' ঘূৰি গুচি গ'ল।[১১] মুঠ কথাত 'গুণগুণনি'ত পাৰ্বতিপ্ৰসাদৰ ৰোমাণ্টিক দৃষ্টি ভংগীয়ে ৰহস্যময়ৰ প্ৰতি আকৰ্ষণৰ মাজেৰে মিষ্টিক পৰ্যায়লৈ প্ৰৱেশৰ পথ উন্মোচন কৰিছে।

(খ) 'শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল'ত ৰহস্যবাদী ভাবৰ ভেটি নিৰ্মাণ ঃ পাৰ্বতিপ্ৰসাদে শৰত প্ৰকৃতিৰ সৌন্দৰ্য-সুষমাৰ মাজত অনন্ত সৌন্দৰ্যৰ ব্যঞ্জনা লাভ কৰিছে। শৰতৰ মেঘৰ সাঁচত তেওঁৰ 'ৰঙা দুটি চৰণ' দেখি ব্যাকুল হৈ উঠিছে। শৰতৰ 'নীলবৰণীয়া ওৰণিৰ আঁৰত', 'দূৰৰ শূইন'ৰ আহ্বানত কবিয়ে চিৰসুন্দৰৰ ব্যঞ্জনা লাভ কৰিছে। শুকুলা ডাৱৰৰ 'জালিকটা সুৰুঙা'ৰে বৈ অহা 'নুশুনা সুৰ'ত কবিয়ে চিৰ সুন্দৰৰ অনন্ত বাঁহীৰ সুৰ শুনিবলৈ পাইছে। শৰতৰ ধূলিকণাৰ মাজত সূক্ষ্মদৰ্শী কবিয়ে নতুন অতিথিৰ আগমনিৰ চিন দেখিবলৈ পাইছে। পাৰ্বতিপ্ৰসাদে বিশ্বজগতৰ অন্তৰালত এক সত্য সুন্দৰক উপলব্ধি কৰিছে। কবিৰ অনুভৱত সুন্দৰৰ প্ৰকাশ প্ৰেমময়, ৰসময় আৰু পৰম ৰমণীয়। সেই পৰম সুন্দৰৰ সৌন্দৰ্য সম্পূৰ্ণভাৱে উপভোগ কৰিব নোৱাৰি কবিয়ে আক্ষেপ কৰিছে এনেদৰে ঃ

'মোৰ জীৱন বীণৰ তাঁৰত নুঠিছে
তোমাৰ সুৰৰ ঢৌৰ খেলা।' নলিনীবালা দেৱীৰ[১২] দৰে পাৰ্বতিপ্ৰসাদে সীমাৰ মাজত যি অসীম অনন্তৰ বাঁহীতান শুনিছে সেই সুৰৰ অন্বেষণত কবিৰ মন অসীমলৈ ঢাপলি মেলিছে -

'মোৰ বুকুৰ ধ্বনি আজি
অসীমত পায় সুৰ।'

কবিয়ে পাৰ্থিৱ সৌন্দৰ্যৰ মাজতে পৰম সুন্দৰৰ চকা-মকা ৰূপ দেখি বিস্ময়াভিভূত হৈছে[১৩]। ক্ৰমে তেওঁ ভগবানৰ বিশ্বৰূপ হৃদয়তে আৱিষ্কাৰ কৰিছে ;

বাহিৰত যি ৰূপ কায়া
ভিতৰত তাৰ পৰে ছায়া
হিয়াৰ মাজত অপৰূপে
কৰিছে মন হৰণ।

পাৰ্বতিপ্ৰসাদে চিৰসুন্দৰৰ কেইবাটাও ৰূপ প্ৰত্যক্ষ কৰিছে। কবিৰ চকুত তেওঁৰ মোহন, সুন্দৰ, চিৰসুন্দৰ, ৰসময়, অসীম, অপৰূপ, অচিনা, আলহী, চিকুন চোৰ, হৰি ইত্যাদি নানা ৰূপ উদ্ভাসিত হৈছে। ৰহস্যবাদী কবিয়ে অন্তৰৰ শুচিতাৰে পৰমব্ৰহ্ম আৰু

জগতৰ মাজত অভেদত্ব স্থাপন কৰে। পাৰ্বতিপ্ৰসাদৰ কবি মানসতো এনে সৎ চৈতন্যময়ৰ চিন্তাই ঠাই লৈছে। কবিয়ে জগতৰ সকলো 'তুমিময়' যেন অনুভৱ কৰিছে ঃ

বতাহৰ এই শীতল ছোৱা
তোমাৰ নিশাহ পৰশ পোৱা
আকাশৰ এই অসীম নীলাত
শুনিছো তোমাৰ সুৰদী সুৰ।

কবিয়ে এই মহান সত্তাৰ লগত কবিৰ ক্ষুদ্ৰ সত্তা মিলাই দিব বিচাৰিছে।[১৪]

(গ) 'ময়াপী'ত অতীন্দ্ৰিয় ভাব-তন্ময়তাৰ সুৰ ঃ পাৰ্বতিপ্ৰসাদৰ 'ময়াপী'ত অন্তৰ্ভুক্ত গীতিকবিতা সমূহতো ৰহস্যময়ৰ অন্বেষণ অব্যাহত আছে। তেওঁ জীৱ আৰু জড় জগতৰ প্ৰাণত 'ময়াপী'ৰ আগমনিৰ খবৰ শুনিবলৈ পাইছে। ময়াপীৰ আগমনিত সমগ্ৰ জগতত আনন্দ সঞ্চাৰ হৈছে। নলিনীবালা দেৱীৰ পৰমজনৰ দৰে পাৰ্বতিপ্ৰসাদৰ 'ময়াপী'ও গোপন বাদক।[১৫] তেওঁ বিশ্ব-বিমোহন বাঁহীত সুৰ তুলি জীৱ আৰু জড় জগতৰ প্ৰাণ স্পন্দিত কৰি তুলিছে।[১৬] সৃষ্টিৰ মূলত এই গোপনবাদক জনৰ সংগীতৰ মধুৰ সুৰৰ ধ্বনি কবিয়ে শুনিছে। ৰবীন্দ্ৰনাথৰ দৰে পাৰ্বতিপ্ৰসাদে বিশ্বৰ সমগ্ৰ ৰূপ-প্ৰবাহৰ অন্তৰালত চিৰন্তন বাঁহীৰ সুৰ শুনিছে। এক শ্বাশ্বত সত্তাৰ চিৰ আনন্দময় উপলব্ধিয়ে কবিৰ চকুত সমগ্ৰ বিশ্বজগত সুন্দৰ ৰূপত সজাই তুলিছে ঃ

তোমাৰ প্ৰাণত যি ৰং আছে
তাৰ পৰশত
ৰঙচুৱা বিশ্ব জগত
ফুলাই নতুন ফুল।

পাৰ্বতিপ্ৰসাদে চিৰ ৰহস্যময়ৰ অন্বেষণৰ মাজেৰে এক নতুন চেতনা লাভ কৰিছে - পৰম পুৰুষ পুৰুষোত্তমেই বিশ্বৰূপে বিশ্বব্ৰহ্মাণ্ড পৰিব্যাপ্ত হৈ আছে। পৰমেশ্বৰৰ প্ৰাণৰ ৰঙেৰে ৰঙীণ হৈ সমগ্ৰ বিশ্বজগতে আত্মপ্ৰকাশ কৰিছে। অম্বিকাগিৰি ৰায়চৌধুৰীৰ দৃষ্টিত (তুমি) অদৃশ্য পৰম সত্তা যৌৱনময়ী সৌন্দৰ্য ৰূপে প্ৰতিভাত হোৱাৰ দৰে পাৰ্বতিপ্ৰসাদৰ দৃষ্টিতো অদৃশ্য পৰমসত্তা সুন্দৰী প্ৰিয়াৰ ৰূপত প্ৰতিভাত হৈছে। এইক্ষেত্ৰত 'সেউজী পাৰত তোমাৰ নিৰলা ঘৰত', 'ইমাননো নীৰৱ কিয়', 'নাহা যদি তুমি হেৰা মোৰ প্ৰিয়', 'তোমাৰ প্ৰেমৰ ভোগজৰাটি' আদি গীতি-কবিতা উল্লেখযোগ্য। এই বিলাক প্ৰকৃতাৰ্থত ৰোমাণ্টিক ৰহস্যবাদী গীতি-কবিতা।

(ঘ) 'সোণৰ সোলেং'ত উপনিষদীয় চিন্তাৰ পোহৰত কবিৰ আধ্যাত্মিক যাত্ৰা ঃ উপনিষদসমূহ বেদৰ সাৰাংশ। উপনিষদৰ মৰ্মাৰ্থবোধৰ সহায়ত ভগৱন্ত পুৰুষৰ স্বৰূপ জ্ঞান জন্মে। পাৰ্বতিপ্ৰসাদে উপনিষদৰ আশ্ৰয়ত পুৰুষোত্তম ভগৱন্তৰ স্বৰূপ ৰহস্য সন্ধান

কৰিবলৈ যত্ন কৰিছে। পাৰ্বতিপ্ৰসাদৰ কাব্যচেতনা উপনিষদীয় অৰূপৰ চেতনাৰে উদ্দীপ্ত।[১৭] পাৰ্বতিপ্ৰসাদৰ ভাবদৃষ্টিক উপনিষদীয় ভাবদৃষ্টিয়ে প্ৰসাৰতা দান কৰিছে। 'সোণৰ সোলেং'ৰ কবিতাসমূহ উপনিষদৰ বাণীৰ তাৎপৰ্য কবিৰ নিজস্ব আবেগ-আনুভূতি আৰু কল্পনা-অভিজ্ঞতাৰ মাজেদি প্ৰকাশিত হৈছে। সোণৰ সোলেঙৰ সন্ধানত 'বীণ ব'ৰাগী' ৰূপী পাৰ্বতিপ্ৰসাদে যি যাত্ৰা আৰম্ভ কৰিছে সেই যাত্ৰা কবিৰ আধ্যাত্মিক যাত্ৰা। সূত্ৰধাৰী বীণ ব'ৰাগীৰ জৰিয়তে পাৰ্বতিপ্ৰসাদে ক'ব বিচাৰিছে যে পৰমাত্মা অভিমুখী আত্মাৰ যাত্ৰা পথৰ সন্মুখত আছে চিৰ অভেদ্য মহাৰহস্য। গীতাতো কৈছে সমস্ত প্ৰাণীৰ হৃদয়ত পৰমাত্মা পুৰুষোত্তম অন্তৰ্যামীৰূপে বিৰাজমান। কিন্তু তেওঁ নিজৰ মায়াৰ আৱৰণেৰে আচ্ছাদিত হৈ থকা বাবে তেওঁক সকলোৱে জানিব নোৱাৰে (দ্ৰষ্টব্য: শ্ৰীমদ্‌ভাগৱত গীতা: ৭-২৫) তেওঁৰ সামান্য আভাসহে জীৱই পায়। পাৰ্বতিপ্ৰসাদে 'সোণৰ সোলেঙ'ত একে ধাৰণাকে ব্যক্ত কৰিছে ঃ

মহাজীৱনৰ বন্তি জ্বলিছে চৌদিশ উজ্বলাই,
দূৰণিৰ পৰা এফেৰি আভাস মাথো দেখিবলৈ পায়।

সেয়ে হ'লেও মৰতৰ জীৱই 'ধৰো ধৰো কৰি বিচাৰি নোপোৱা' চিৰ ৰহস্যময়ৰ সন্ধানত অবিৰত যাত্ৰা কৰে। পাৰ্বতিপ্ৰসাদে উপলব্ধি কৰিছে সাংসাৰিক বিষয়-বাসনাত আসক্তিৰ কাৰণেই জীৱই পৰমেশ্বৰক উপলব্ধি কৰিব নোৱাৰে। সংসাৰৰ মায়াজাল অবিদ্যাৰ দ্বাৰা আচ্ছাদিত হৈ আছে। গীতাতো স্বয়ং ভগৱানে কৈছে মায়ামোহিত হৈ জীৱই পৰমতত্ত্ব পুৰুষোত্তমক জানিব নোৱাৰে। কঠোপনিষদত জীৱাত্মা আৰু পৰমাত্মাক একেটা গুহাতে প্ৰৱিষ্ট ছাঁ আৰু পোহৰ ৰূপে বৰ্ণনা কৰা হৈছে। ফলভোগৰ বৈপৰীত্যৰ বাবে জীৱাত্মা আৰু পৰমাত্মা সহবাসী হৈও ছাঁ আৰু পোহঁৰৰ দৰে ভিন্ন। কবিয়ে উপলব্ধি কৰিছে জীৱই এই 'ছাঁ-জুই'ৰ পোহৰত জীৱনৰ গতিৰ সপোন দেখে। পৰমাত্মা পৰমপুৰুষ সমস্ত প্ৰাণীতে বিদ্যমান থাকিলেও অবিদ্যাৰূপিনী মায়াৰ দ্বাৰা আবৃত থকাৰ বাবে দেখা নাযায়। কিন্তু সূক্ষ্মদৰ্শী সকলে সূক্ষ্মতত্ত্ব নিৰ্ণয় কৰিব পৰা বুদ্ধিৰ সহায়ত তেওঁক দেখা পায়।[১৮] এনে এক বিশ্বাস প্ৰতিফলিত হৈছে তলৰ স্তৱকটিত ঃ

হয়তো সপোন সাম্ফল হ'ব মায়াৰ কুঁৱলী যাব
সপোনত যাক বিচাৰি ফুৰিছে দিঠকত দেখা পাব।

কবিয়ে এই আশা, বিশ্বাস আৰু প্ৰেৰণাৰে উদ্বুদ্ধ হৈ ৰহস্যসন্ধানী মানৱক সন্মুখলৈ আগবাঢ়ি যাবলৈ অনুপ্ৰাণিত কৰিছে।

পৰমাত্মাস্বৰূপ পৰমপুৰুষৰ তত্ত্ব ৰহস্যময় যাত্ৰা-পথৰ সকলো যাত্ৰীয়ে বুজিব নোৱাৰে। কিন্তু তেওঁক জনাৰ যি আগ্ৰহ, সেই চিৰ অভেদ্য ৰহস্য সন্ধানৰ বাবে যি অবিৰত যাত্ৰা, সেই যাত্ৰাৰ মাজতে 'সোণৰ সোলেঙ'ৰ তাৎপৰ্য লুকাই আছে। ৰবীন্দ্ৰনাথৰ

'পৰশ পাথৰ', নলিনীবালা দেৱীৰ 'পৰশমণি'ৰ দৰে পাৰ্বতিপ্ৰসাদৰ 'সোণৰ সোলেঙ'ৰ প্ৰতীকী অৰ্থ উপনিষদীয় ভাবদৃষ্টিৰ আলোকত উদ্দীপ্ত। পাৰ্বতিপ্ৰসাদে এই আধ্যাত্মিক যাত্ৰাৰ অন্তত উপলব্ধি কৰিছে পুৰুষোত্তমেই বিশ্বাত্মা। এই সমস্ত জগত পুৰুষোত্তমৰ দ্বাৰাই পৰিপূৰ্ণ হৈ আছে। অৰ্থাৎ এই পুৰুষোত্তমেই বিশ্বৰূপে বিশ্বব্ৰহ্মাণ্ডত পৰিব্যাপ্ত হৈ আছে (শ্বেতাশ্বেত উপনিষদ; তৃতীয় অধ্যায়)। গতিকে বিশ্ব-বাঁহীৰ সুৰ অৰ্থাৎ পৰমাত্মাৰ সৈতে জীৱাত্মাৰ কান্দোনৰ সুৰ বিলীন হৈ যোৱাই প্ৰাণৰ পূৰ্ণতা ঃ

ছিগক আজি মনৰ বান্ধোন
বাঁহীৰ সুৰত মিলক কান্দোন
পূৰ্ণ প্ৰাণৰ সুৰে সুৰে।

পাৰ্বতিপ্ৰসাদে এই অন্তৰ্দৃষ্টি লাভ কৰিছে উপনিষদৰ পৰাই। পৰমব্ৰহ্মৰ পূৰ্ণতাৰ দ্বাৰা জগতো পূৰ্ণ।[১৯] পাৰ্বতিপ্ৰসাদে 'মহাসাগৰৰ গীত'ৰ জৰিয়তেও উপনিষদীয় দৰ্শন প্ৰকাশ কৰিছে। পৰমপুৰুষ ভগৱন্তই সকলোতকৈ শ্ৰেষ্ঠ আৰু তেওঁতেই সকলোৰে সমাপ্তি; তেৱেঁই চৰম গম্যভূমি। ব্ৰহ্মৰ স্বৰূপ হৈছে সচ্চিদানন্দ; আনন্দময়। ৰসস্বৰূপ আনন্দই ব্ৰহ্ম। এই আনন্দৰ পৰাই বিশ্বৰ সৃষ্টি হৈছে। পাৰ্বতিপ্ৰসাদেও সৃষ্টি প্ৰৱাহৰ মাজেৰে আনন্দৰ অমৃতৰূপৰ উপলব্ধি বিভিন্ন গীত আৰু কবিতাত প্ৰকাশ কৰিছে। পাৰ্বতিপ্ৰসাদৰ ভাব, চিন্তা, কল্পনা, উপলব্ধি আদিক উপনিষদৰ ভাবদৃষ্টিয়ে নিয়ন্ত্ৰণ কৰিছে।

(ঙ) 'মৌ টোকাৰী'ত ভগৱৎ-প্ৰেমৰ বিচিত্ৰ প্ৰকাশ ঃ পাৰ্বতিপ্ৰসাদৰ অন্তৰ-মন ভগৱৎ প্ৰেমৰ উপলব্ধিৰে ভৰি পৰিছে। কবিৰ কল্পনাত ভগৱান যেন 'বেলি' আৰু কবি নিজে এটি 'চৰাই'। বেলি স্বৰূপ ভগৱৎ - জ্যোতিৰে কবিৰ জীৱন আলোকিত হৈছে। কণ্ঠত গীত জাগিছে; মাত ফুটিছে। ভগৱৎ প্ৰেমৰ অনুভৱেৰে কবিৰ জীৱন ধন্য হৈছে।[২০] কবিৰ জীৱন পৰমজনৰ পোহৰ আৰু সুৰেৰে উপচি পৰিছে। পৰমজনৰ সুৰৰ ঢউ লাগি কবিৰ প্ৰাণত উথলি উঠা সুৰ টোকাৰীত গুণগুণনি তুলিছেঃ 'বুকুৰ তলিৰ গোপন মউ তোমাৰ সুৰৰ লাগিলে ঢউ।' জীৱন-ধুমুহাত সৰ্বশ্ৰান্ত হোৱা কবিৰ বাবে ভগৱানৰ প্ৰেমেই একমাত্ৰ শান্তিৰ আশ্ৰয় স্বৰূপ। কবিয়ে ভগৱৎ প্ৰেমৰ শীতল স্পৰ্শেৰে হিয়া শাঁত পেলাব খুজিছে ঃ

বই যক তোমাৰ প্ৰেমৰ
অন্তহীন সাগৰ ধিয়াই
তাপিতৰ বুকুৰ অগনি
শীতলাই নিয়ক তিয়াই।[২১]

মাধৱদেৱেও সংসাৰৰ তিনিতাপত দগ্ধ হৈ ভগৱন্তৰ শীতল চৰণ-ছায়াত আশ্ৰয় বিচাৰিছে - 'পৰম তাপিতে মাগোহো তোমাৰ শীতল চৰণ ছায়া।' পাৰ্বতিপ্ৰসাদৰ ভগৱৎ-

প্ৰেমত মান-অভিমান, আক্ষেপ-অভিযোগ আদি আনুষংগিক উপাদান সমূহ কাব্যিকতাৰ মাজেৰে পৰিস্ফুট হৈছে। জীৱনৰ বহুমুহূৰ্ত কবিয়ে ভগৱানৰ সাধনাত পাৰ কৰি দিলে।[২২] আকাংক্ষিতক পোৱাৰ আগতে সন্ধানৰ যন্ত্ৰণাই পাৰ্বতিপ্ৰসাদক অস্থিৰ কৰি তুলিলে। যেতিয়া কবিয়ে ভগৱানৰ দৰ্শন লাভ কৰিলে তেতিয়া তেওঁৰ হিয়া দুখেৰে উপচা। কবিৰ প্ৰাণে অভিমান কৰি উঠিল ঃ

আজি অসময়ে দিছা দৰশন
দিছা টোকাৰীত মৃদু পৰশন
আজি মোৰ হায় ডিঙি ভাগি যায়
সুৰ উটি যায় কান্দোতেই।

আনকি ভগৱানক বৰণ কৰিবলৈ গাঁথি ৰখা মালা ধাৰিও শুকাই লেৰেলি গ'ল। কবিৰ অভিযোগ ঃ

এতিয়া যে হায় মেলা ভাগিবৰ হ'ল
বৰণৰ মালা শুকাই গ'ল
বঁহীয়া পৰিলে ৰং
পিয়লা উদং
তেনে কিয় ঘূৰি চোৱা।[২৩]

এইখিনি গীতি-কবিতাত পাৰ্বতিপ্ৰসাদৰ আবেগ-আকাংক্ষা, অনুৰাগ-প্ৰীতি, অভিমান-অভিযোগ, বিশ্বাস আৰু আস্থাৰ মাজত অতীন্দ্ৰিয়বাদী বাসনা প্ৰকাশিতহৈছে।

(চ) 'ভঙা টোকাৰীৰ সুৰ'ত ৰহস্যবাদী ভাবধাৰাৰ বিকাশ ঃ অৰূপৰ সন্ধানত কবিৰ মন সীমা এৰি অসীমলৈ ধাবিত হৈছিল। ক্ৰমান্বয়ে সীমাৰ মাজতে কবিয়ে অসীমৰ সন্ধান পাইছে। অনুৰাগ অভিযোগেৰে কবিৰ মন ভৰি উঠিছে। মিলনাকাংক্ষা জাগিছে। মিলনপ্ৰীতিৰ আনন্দত কবিৰ মন ভৰি উঠিছে। 'ভঙা টোকাৰীৰ সুৰ'ত কবিয়ে চিৰ ৰহস্যময়ৰ সৈতে মিলন আৰু সাধনাৰ সিদ্ধি লাভৰ বিচিত্ৰ অভিজ্ঞতা প্ৰকাশ কৰিছে।

পাৰ্বতিপ্ৰসাদে পাৰ্থিৱ জগতৰ ৰূপ, ৰস, গন্ধ, স্পৰ্শৰ মাজেৰে যি সৌন্দৰ্য আৰু ৰহস্য আবিষ্কাৰ কৰিছে সেয়া ভাৰতীয় আধ্যাত্ম দৰ্শন অনুসৰি বিশ্ব ব্ৰহ্মাণ্ডৰ মূল শক্তিৰ প্ৰকাশ মাথোন। বিশ্বপ্ৰকৃতিত এই মহাশক্তিৰ সৌন্দৰ্য বিচ্ছুৰিত হৈছে। পাৰ্বতিপ্ৰসাদৰ দুচকুত এই মহাশক্তি ৰবীন্দ্ৰনাথৰ 'মানস সুন্দৰী'ৰ দৰে ৰহস্যময়ী নাৰীৰ ৰূপতো উদ্ভাসিত হৈছে। এই ৰহস্যময়ীৰ 'এফেৰি আভাস' মাথো লাভ কৰি কবিৰ হৃদয় ব্যাকুল হৈ উঠিছে। প্ৰকৃতিৰ সৌন্দৰ্যৰ ৰূপ ধৰি ৰহস্যময় শক্তিয়ে কবিক আহ্বান জনাইছে ঃ

'চিকিমিকি জিলিকা পাতৰ
আঁৰে আঁৰে যেন কোনোবাই

নিয়ৰত তিতি বুৰি আছি
মাতিলেহি চকু টিপিয়াই।' (ৰূপ জেউতি)

মায়ামোহৰ পাশত আবদ্ধ হৈ কবিয়ে সেই পৰমৰহস্যময়ক চিনিব পৰা নাই ঃ

'কোন বুলি গৈ দুৱাৰত
যতবাৰ ভুমুকি মাৰিছোঁ
বাজৰ উজ্জ্বল পোহৰত
কণা হৈ নেদেখিছোঁ। (ৰূপ জেউতি)

নলিনীবালাৰ দৰে পাৰ্বতিপ্ৰসাদে পৰম ৰহস্যময়ীৰ চিৰ ৰমণীয় সুগন্ধি সৌৰভ লাভ কৰিছে ঃ

গোন্ধ পাওঁ সৌৰভ মধুৰ
নাচে ধৰা ৰূপৰ ভৰত।'

কবিয়ে জীৱনৰ পুৱাৰ পৰা এই ৰহস্যময়ী নাৰীগৰাকীৰ সঁহাৰি পাইছে। কিন্তু অজ্ঞানতাবশতঃ তেওঁক উপেক্ষা কৰি চলিছিল—

'পুৱাতে নেজানি উপেক্ষিলো
দুপৰত নিচিনি চিনিছোঁ
জীৱনৰ প্ৰভাতৰে পৰা
তোমাৰেহে আভাস দেখিছোঁ।'

নলিনীবালাৰ 'অনাহূত'ৰ দৰে পাৰ্বতিপ্ৰসাদৰ জীৱনত ৰহসময়ীৰ আবিৰ্ভাৱ অপ্ৰত্যাশিত আছিল ।ৰবীন্দ্ৰনাথৰ দৰে পাৰ্বতিপ্ৰসাদে অন্তৰত উদ্ভুট ৰহস্যময়ী অনুভূতিক সজীৱ সত্তা আৰোপ কৰি এগৰাকী অনন্ত ৰহস্যময়ী, প্ৰেমময়ী নাৰীলৈ পৰ্যবসিত কৰিছে। এই নাৰীগৰাকী কামনা বাসনাৰ উৰ্দ্ধত।

ৰহস্যবাদী কবিয়ে তেওঁলোক য'ৰ পৰা আহিছে তেওঁ ওচৰ চাপিব পাৰিলেহে সম্পূৰ্ণ শান্তি পাব বুলি ভাবে। প্ৰায় সকলো ৰহস্যবাদীয়ে ভাবে জীৱনটো বিৰহ আৰু মৃত্যুৰেই মিলনৰ সোপান স্বৰূপ।[২৪] পাৰ্বতিপ্ৰসাদেও পৰম আশাৰে পৰমজনৰ সৈতে মিলনৰ বাবে অপেক্ষা কৰিছে ঃ

কোন সুখেনত তোমাৰ প্ৰাণত
মিলন হ'ব মোৰ
তোমাৰ প্ৰেমৰ মৌ ৰসেৰে
জীৱন হ'ব পুৰ। (চকুপানীৰ বান)

নলিনীবালাৰ দৰে পাৰ্বতি প্ৰসাদেও অনুভৱ কৰিছে ভগৱানৰ সৈতে একাত্ম হ'ব পাৰিলেই জীৱন সাৰ্থক হ'ব ঃ

'সেইদিনা মোৰ বুকুৰ বেদন
সকলো মোৰ হিয়াৰ সাধন
নিমিষতেই সফল হ'ব
শীতল হ'ব প্ৰাণ। (চকুপানীৰ বান)

পাৰ্বতিপ্ৰসাদৰ জীৱনত ভগৱানৰ নিঠুৰ, নিৰ্দয় ৰূপো প্ৰকাশিত হৈছে। তথাপি তেওঁৰ বাবে ভগৱান 'প্ৰিয়তম' স্বৰূপ।[২৫]

মোৰ হৃদয়ৰ বেথাৰ বিননি
তোমাৰ সুৰত বন্ধা
তুমি পতিয়ালে সাৰ্থক হ'ব
সাফল হ'ব কন্দা, প্ৰিয়তম
সাফল হ'ব কন্দা। (নিঠুৰ নিৰ্দয়া)

পাৰ্বতিপ্ৰসাদে আন আন ৰহস্যবাদীৰ দৰে জীৱনত দুখ-কষ্টৰ মূল্য উপলব্ধি কৰিছে। কবিৰ বাবে দুখৰ অনুভূতি চিৰসুন্দৰৰ অনুভূতিৰে আনন্দময় হৈ উঠিছেঃ

বুকুত জ্বলিছে বেদনা অগনি
দুখৰ শলিতা গছি
এইনো অগনি অতিকৈ বিশুদ্ধ
হোমৰ জুইতকৈ শুচি। (চকুপানী)

পাৰ্বতিপ্ৰসাদে নলিনীবালাৰ দৰে কলিজাৰ ভস্মীভূত ছাইকণকে ভগৱানৰ পূজাৰ নৈবেদ্য ৰূপে আগবঢ়াইছে।[২৬]

ৰহস্যবাদী কবিয়ে জগতৰ বিচিত্ৰ সৌন্দৰ্য-শোভাৰ মাজত পৰমজনক দেখা পায়, তেওঁৰ মাত শুনে, সুগন্ধ লভে আৰু স্পৰ্শও অনুভৱ কৰে। ঠিক তেনেকৈ পাৰ্বতিপ্ৰসাদেও পৰমজনৰ মাত শুনিছে[২৭] এই অচিন সঁহাৰিক তেওঁ 'মৰণ নিৰ্মালি' ৰূপে গ্ৰহণ কৰিছে। নলিনীবালাৰ অনুভূতিত মৃত্যু 'বাঞ্ছিত সুন্দৰ'। ৰবীন্দ্ৰনাথৰ বাবে মৃত্যু 'মধুৰ'। পাৰ্বতিপ্ৰসাদৰ অনুভৱতো মৃত্যু মংগলময়; মৃত্যু 'মধুৰ'। এই জীৱনত পৰমজনক নাপালেও মৃত্যুৰ অমৃত স্পৰ্শৰ অনুভৱত কবিৰ মন ভৰি উঠিছে।[২৮]

(ছ) 'খেল ভঙা খেল'ত ৰহস্যবাদী ভাবধাৰাৰ পৰিণতি :

'ভঙা টোকাৰীৰ সুৰ'ত পাৰ্বতিপ্ৰসাদৰ ৰহস্যবাদী ভাবধাৰা বিভিন্ন স্তৰ অতিক্ৰম কৰি পৰিণতিৰ পথেৰে অগ্ৰসৰ হৈছে। পাৰ্বতিপ্ৰসাদে জাগতিক সৌন্দৰ্যৰ অন্তৰালত যি চিৰ সুন্দৰৰ সৌন্দৰ্যৰ প্ৰকাশ অনুভৱ কৰিছে সেই অনুভৱৰ মাজত অনুৰণিত হোৱা ক্ষীণ মিষ্টিক সুৰে[২৯] ক্ৰমান্বয়ে 'ভঙা টোকাৰীৰ সুৰ'ত গভীৰতাত প্ৰৱেশ কৰিছে। 'সোণৰ সোলেঙ'ত উপনিষদীয় দৰ্শনৰ আলোকত লাভ কৰা আধ্যাত্মিক জ্ঞান আৰু ভঙা টোকাৰীৰ

সুৰত প্ৰতিফলিত আত্মাৰ অবিনশ্বৰতাৰ ধাৰণা আৰু সিপাৰৰ ৰহস্য সন্ধান[৩০] ভগৱানৰ ওচৰত আত্মসমৰ্পণৰ মনোভাৱ ইত্যাদিয়ে পাৰ্বতিপ্ৰসাদৰ ৰহস্যবাদী ভাবধাৰাক ব্যাপ্তি আৰু গভীৰতা দান কৰিছে। জীৱনৰ শেহ পৰ্যায়ত কবিয়ে ভগৱানৰ শুভশক্তি আৱিষ্কাৰ কৰিছে।[৩১] ভগৱানৰ সান্নিধ্য, স্পৰ্শানুভূতিৰ বিচিত্ৰ অভিব্যক্তি; সংশয় আৰু অনুশোচনাৰে ভগৱানৰ ওচৰত আত্মসমৰ্পণ; ভগৱানক পৰম নিৰ্ভয়, আশ্ৰয়দাতা, ত্ৰাণকৰ্তা ৰূপত গ্ৰহণৰ মাজেৰে পাৰ্বতিপ্ৰসাদৰ ৰহস্যবাদী চিন্তাধাৰাই পৰিণতি লাভ কৰিছে। খেল ভঙা খেলৰ অন্তৰ্ভূক্ত 'বুৰা আঁহত ঐ বোৱতী নৈ' কবিতাত ভাৰতীয় দৰ্শনৰ জন্মান্তৰবাদৰ ধাৰণা প্ৰকাশিত হৈছে। কবিয়ে জীৱনৰ বিয়লি বেলিকা ভগৱানৰ যি শুভশক্তি আৱিষ্কাৰ কৰিছে সেই শক্তিয়ে তেওঁক জীৱনৰ বাকী থকা পথছোৱা অতিক্ৰম কৰিবলৈ সাহস যোগাইছে।[৩২] পাৰ্বতিপ্ৰসাদে উপলব্ধি কৰিছে অন্তৰৰ পবিত্ৰতাৰে, সংযম আৰু শুদ্ধতাৰে মায়াক অতিক্ৰম কৰিব পাৰিলেহে অসীম, সুন্দৰ, চিৰৰহস্যময়, অচিন-অজানা ভগৱানৰ আশ্ৰয় লাভ কৰিব পাৰি। এনে ভাবদৃষ্টিৰে কবিয়ে ভগৱানৰ শ্ৰীচৰণত আত্মসমৰ্পণ কৰিছে ঃ

ৰৰযুণত তিতি-বুৰি
পাপৰ চেকা নিকা কৰি
তোমাৰ দ'লৰ দুৱাৰদলিত
পবিত্ৰ মই হওঁ
তোমাৰ চৰণ ধৰি প্ৰভু
ঠিৰেৰে মই ৰওঁ।

কবিয়ে ভগৱানৰ স্পৰ্শ লাভ কৰিছে।[৩৩] কিন্তু সেই আনন্দত কবিৰ প্ৰাণ ব্যাকুল হৈ উঠা নাই। কাৰণ ভাগ্যৰ নিৰ্মম পৰিহাসত কবি দীন-হীন হ'ল। প্ৰতিদান দিবলৈ একো নাপায় কবিয়ে অন্তৰত ব্যথা অনুভৱ কৰিছে— 'ভগা জীৱনত একো নাইকীয়া দিবলৈ কণ্ঠত নাই গান।' নলিনীবালাই জীৱন-ধূপৰ ভষ্মশিখা ভগৱানলৈ আগবঢ়োৱাৰ দৰে পাৰ্বতিপ্ৰসাদে নিজৰ কলিজাটিক ভগৱানৰ পূজাৰ নৈবেদ্য হিচাপে আগবঢ়াইছে ঃ

তোমাৰ পূজাত লাগে বুলি
দুখৰ জুইত দহি পুৰি
কেঁচা সোণৰ বৰণ পোৱা
কলিজাটি লওঁ।

পাৰ্বতিপ্ৰসাদে শেহ জীৱনৰ এইখিনি কবিতাত চিৰ ৰহস্যময়ৰ উপলব্ধি বিচিত্ৰ ৰূপত প্ৰকাশ কৰিছে। কবিয়ে আত্মপ্ৰত্যয় লাভ কৰিছে অন্তৰৰ শুচিতা আৰু সাধনাৰ দ্বাৰা পৰমজনক অন্তৰতে পাব পাৰি।

পাৰ্বতিপ্ৰসাদৰ কবিতাত প্ৰকাশিত ৰহস্যবাদৰ মূলতঃ আধ্যাত্মিক ৰহস্যবাদ। পাৰ্বতিপ্ৰসাদৰ ৰহস্যবাদী ভাবধাৰাই ক্ৰমে আকৰ্ষণৰ অৱস্থা, অন্বেষণৰ অৱস্থা, স্বৰূপ লাভৰ অৱস্থা, ভগৱানৰ সান্নিধ্য লাভৰ অৱস্থা আৰু মিলনপ্ৰীতি অৱস্থা অতিক্ৰম কৰি সিদ্ধি লাভ কৰিছে। পাৰ্বতিপ্ৰসাদৰ ৰহস্যবাদী চিন্তাৰ মূলতে আছে ভাৰতীয় আধ্যাত্মিক চিন্তাৰ প্ৰভাব। অনন্তৰ সৈতে মিলনৰ আকাংক্ষা, অসীমৰ প্ৰতি ব্যাকুলতা, ভগৱানৰ স্বৰূপ সন্ধান, ভগৱানৰ প্ৰেম-বিৰহৰ অনুভূতি, ভগৱানৰ শ্ৰীচৰণত আত্মসমৰ্পণৰ অভিপ্ৰায় আদিয়েই পাৰ্বতিপ্ৰসাদৰ আধ্যাত্মিক ৰহস্যবাদৰ ভাবধাৰাৰ মূল বিষয়বস্তু। বৈচিত্ৰ্যৰ মাজত ঐক্যৰ সন্ধান, দৈৱী অনুভূতিৰ প্ৰেৰণা লাভ, অসীমৰ ব্যঞ্জনা লাভ, বিৰহ আৰু আত্মবিলুপ্তিৰ মাজেৰে আনন্দ লাভ আদি ৰহস্যবাদৰ বিভিন্ন উপাদানে পাৰ্বতিপ্ৰসাদৰ ভাব-পৰিমণ্ডলক আয়তন দান কৰিছে। সৰল-সহজ ভাষাৰে কবিয়ে বিভিন্ন গীত আৰু কবিতাত ৰহস্যবাদী ভাবধাৰা ৰূপায়ন কৰিছে।

প্ৰকৃতাৰ্থত, পাৰ্বতিপ্ৰসাদৰ কাব্য-ভাৱনাক ভাৰতীয় ঐতিহ্যৰ প্ৰতি থকা আস্থাশীল মনোভাবে নিয়ন্ত্ৰণ কৰিছে। এলিয়টৰ মতে ঐতিহ্যৰ অৰ্থ পূৰ্বসুৰীৰ অন্ধ অনুকৰণ নহয়।[৩৪] ইয়াৰ মূল কথা হৈছে ঐতিহাসিক চেতনাৰ উপলব্ধি, যি চৈতন্যৰ সহায়ত কবিয়ে যুগ যুগ ধৰি সঞ্চিত হৈ থকা প্ৰজ্ঞা-সম্পদৰ মাধ্যমত নৈৰাজ্যৰ মাজত ঐক্যসূত্ৰ স্থাপন কৰা সম্ভৱ হৈ উঠে। নলিনীবালাৰ দৰে পাৰ্বতিপ্ৰসাদেও এনে এক চৈতন্যৰ সহায়ত এক সমন্বয় সূত্ৰ অনুসন্ধান কৰিছে।

পাৰ্বতিপ্ৰসাদৰ গীত আৰু কবিতাত নান্দনিক সৌন্দৰ্যৰ বিভিন্ন দিশ প্ৰতিভাত হৈছে। তাৰ আচল সৌন্দৰ্য আৰু অন্তৰ্নিহিত আবেদন প্ৰকাশিত হৈছে ৰাবীন্দ্ৰিক চিন্তা-চেতনাৰ সংগ্ৰহণ আৰু উপনিষদীয় ভাবদৃষ্টিৰ আধাৰত লাভ কৰা ৰহস্যবাদী চিন্তাৰ বিকাশত। পাৰ্বতিপ্ৰসাদে শৰতৰ মাজেৰে লাভ কৰা 'মিষ্টিক দৃষ্টিভঙ্গী' ক্ৰমবিকশিত পথেৰে আগবাঢ়ি 'খেল ভঙা খেল'ত পৰিণতি লাভ কৰিছেহি। ৰহস্যবাদী ভাবধাৰাৰ বিকাশৰ ফালৰ পৰা পাৰ্বতিপ্ৰসাদ নলিনীবালা দেৱীৰ সমপৰ্যায়ৰ কবি। কিন্তু ৰহস্যবাদী কবি আৰু কবিতাৰ আলোচনাৰ প্ৰসংগত অম্বিকাগিৰি ৰায়চৌধুৰী, নলিনীবালা দেৱী, ৰত্নকান্ত বৰকাকতী, দুৰ্গেশ্বৰ শৰ্মা, নীলমণি ফুকন আদি কবিক ধৰা হয় যদিও পাৰ্বতিপ্ৰসাদক গুৰুত্ব দিয়া নহয়। কিন্তু ৰত্নকান্ত বৰকাকতী, দুৰ্গেশ্বৰ শৰ্মা আৰু নীলমণি ফুকনতকৈ পাৰ্বতিপ্ৰসাদৰ ৰহস্যবাদী চিন্তা তুলনামূলকভাৱে গভীৰ। তেওঁৰ সমগ্ৰ কাব্য বিচাৰ-বিশ্লেষণ কৰি দেখা গ'ল পাৰ্বতিপ্ৰসাদে প্ৰকৃতাৰ্থত ৰহস্যবাদী কবি ৰূপে স্বীকৃতি পাবৰ যোগ্য। মুঠ কথাত, অসমীয়া ৰহস্যবাদী কবিৰ তালিকাত পাৰ্বতিপ্ৰসাদে অম্বিকাগিৰি ৰায়চৌধুৰী আৰু নলিনীবালা দেৱীৰ লগতে অৰ্থাৎ ৰত্নকান্ত বৰকাকতীৰ আগত স্থান পাবৰ যোগ্য। ৰহস্যবাদী ভাবধাৰাৰ বিকাশৰ ফালৰ পৰা অসমীয়া কাব্য-সাহিত্যত

পাৰ্বতিপ্ৰসাদ বৰুৱাই ৰহস্যবাদী কবি হিচাপে স্থায়ী আসন দাবী কৰিব পাৰে।□

---

প্ৰসংগ নিৰ্দেশ :

১। অসিত কুমাৰ বন্দোপাধ্যায় ; বাংলা সাহিত্যৰ ইতিবৃত্ত ; পৃ - ৪০০

২। Huge Chistrotm ; The Encyclopedia Brittanica ; Vol 25

৩। শশব্ৰ দাস ; সাহিত্য সন্দৰ্শন ; পৃ - ৫৭

৪। Encyclopedia of Relegion And Ethics ; Ed. James Hastings Vol- ix

৫। - - উল্লিখিত

৬। কৰবী ডেকা হাজৰিকা ; অসমীয়া কবিতাত বাদ-বৈচিত্ৰ্য; অসমীয়া কবিতা পৃ - ৫২

৭। সুৰৰ ৰাগীত কঁপে পোহৰ
চৰাইৰ ডিঙিত সুৰৰ লহৰ
ফুলৰ পাহিত হাঁহি কিহৰ
কিংহৰ ইমান হাঁহি ? (দূৰ দূৰণিত উঠিল বাজি)
তুঃ আজি মোৰ সাধনা ফুলনি
কাৰ কিনো পাই উদ্গনি
পোহৰাই মহাবিশ্বখনি
উলাহেৰে হাঁহিছে। (অম্বিকাগিৰি ৰায়চৌধুৰী ; 'তুমি')

৮। সেই সুৰকেই বুটলি আনি
চৰায়ে ল'লে ডিঙিত সানি
সেই সুৰতে ফুলৰ ৰাণী
মেলে নতুন পাহি।

৯। সুৰৰ ভৰত কঁপে তৰা
আকাশ ভৰা
পাতে পাতে পোহৰ নাচে
বনে বনে নেপুৰ বাজে
ৰুণ জুন জুন। (অ' মোৰ মন শুন শুন শুন)

১০। তুমি কোনহে চিকুন চোৰ
আজি নিবানে সৰ্ব মোৰ
তোমাক নেদেখি দেখিছো নিচিনি চিনিছো
চৰণৰ ধ্বনিৰ আঁৰে আঁৰে। (মাজনিশা মোৰ এন্ধাৰ ঘৰত)

১১। ঘুমটি জালত আছিলো শুই

প্ৰাণত পশিল সুৰৰ জুই
সাৰ পাই উঠি বীণ-বৰাগীৰ
একোকে নাপালো চিন। (কোনে আহি মোৰ পদূলিত)
১২। পৰাণে বিচাৰি ফুৰে
অসীমৰ পাৰ (পৰশমণি)
১৩। দূৰে দূৰে ভূমুক মাৰি
আঁতৰি তেওঁ যায়
চকা-মকা দেখাত মোৰ
হেঁপাহ নপলায়।
১৪। তোমাৰ উজ্জ্বল জ্যোতি সাগৰত
জীৱনৰ বেলি যাওক বুৰ।
তুঃ তুমি জ্যোতি মই ৰেণু
হে অৰূপ ৰূপৰ আলয়
অনুৰূপে অনাদিত তোমাতেই
লীণ হ'মগৈ। (নলিনীবালা দেৱী - সন্ধিয়াৰ সুৰ)
১৫। তুঃ কিনো সৰগ বীণাৰ গান
মধু মুকলি মৌ বৰষা তান
আকুল বিশ্ব, আকুল মন-প্ৰাণ। (সন্ধিয়াৰ সুৰ)
১৬। বনৰ পখীৰ প্ৰাণৰ বাণী - অ' ময়াপী
ফুটিল তোমাৰ আগমনি গাই।
১৭। নগেন শইকীয়া ; প্ৰধান সম্পাদকৰ একাষাৰ ; পাৰ্বতিপ্ৰসাদ বৰুৱা ৰচনাৱলী
১৮। যথাঃ
এষঃ সৰ্বেষু ভূতেষু গূঢ়োত্মা ন প্ৰকাশতে।
দৃশ্যতে ত্বগ্ৰয়া বুদ্ধ্যা সূক্ষ্ময়া সূক্ষ্মদৰ্শিভিঃ (কঠোপনিষদ - তৃতীয় বল্লী)
১৯। ওঁ পূৰ্ণমিদঃ পূৰ্ণমিদং পূৰ্ণাৎ পূৰ্ণদচ্যতে
পূৰ্ণম্য পূৰ্ণমাদায় পূৰ্ণমেবাবাশিষ্যতে।। (দশোপনিষদ - শান্তি পাঠ)
২০। বেলিৰ পোহৰ পৰশ পাই
পুৱাৰ চৰায়ে যি সুৰ গায়,
তেনেকৈ প্ৰভু মোৰ জীৱনত
তোমাৰ পোহৰ লাগি
কণ্ঠত গীত জাগি

ফুটিছে আকুল মাত।
২১। তোমাৰ শীতল স্পৰ্শে
শীতলাই তনু মন প্ৰাণ (নলিনীবালা দেৱী - অনাহূত)
২২। লোহোৰা-সুৰ্ধৰি আঙুলি তোমাৰ
নুবুলালা মোৰ টোকাৰীত তাঁৰ বান্ধোতেই।
২৩। তুঃ (নলিনীবালা দেৱী)
চন্দন শুকাই গ'ল
শুকান মালতী কৰণিতে
ধূপ গছি পুৰি গ'ল
শলাডালি পুৰিল বন্তিতে। (স. সুৰ)
২৪। তুঃ চিতাগ্নি হোমাগ্নি হ'ব
সমীৰণ মলয় চন্দন
সিদিনা সাৰ্থক হ'ব
পূৰ্ণ অৰ্ঘ্য পূৰ্ণ ই জীৱন। (স. সুৰ)
২৫। তুঃ
পাষাণ দেৱতা নোহোৱা তুমি
সুন্দৰ প্ৰিয় মোৰ। (নলিনীবালা দেৱী)
২৬। কলিজাৰ মলি পুৰি ছাই হ'ব
সোণৰ শাহটো মাথো শেহ
সেয়েহে তোমাৰ প্ৰেমৰ পূজা
দ'লৰ হ'ব কলচী।
২৭। শুনিলো হঠাতে অচিন দেশৰ মাত
পালো সেই বাঁহী মাত শুনি কুলা-বাট
পৰাণ পৰিল শাঁত
২৮। হাঁহিবনে প্ৰাণে মোৰ
মৰণৰ মৌ পৰশত।
২৯। সত্যেন্দ্ৰনাথ শৰ্মা ; অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত ; পৃ - ৩২৩
৩০। দ্ৰষ্টব্য ; 'মৰণ-মাধুৰী'
৩১। আজি অক্ষণত দিছা দৰিশন
জীৱনৰ শুকান সুঁতিত
কাষৰত বহি দিছাহি মাত

হাতত বান্ধিছা হাত।

৩২। এন্ধাৰো আহিল নামি
খেপিয়াই তোমাক পালো
হাতখন হাতৰ মুঠিত ধৰি
দুয়ো আগুৱাই যাওঁ এন্ধাৰত।
তুঃ নেজানো নিজেই মই
কোনে মোক লৈ যায়
কিহৰ কামত মোক
কোন বাটে নিয়ে আগুৱায়।

৩৩। মেঘে গৰজিলে
ধুমুহা আহিলে
একোকে নেদেখা হ'লো
তিতা বতাহত তোমাৰ পৰশ পালো।

৩৪। T.S. Eliot ; Tradition and the Individual Talent ; Selected prose ; p-14

# পাৰ্বতিপ্ৰসাদ বৰুৱাৰ কবিতাত চিত্ৰকল্পৰ সৌন্দৰ্য

লোপা বৰুৱা

কবিতা শব্দৰ শিল্প। কবি ইয়াৰ শিল্পী। কবিতাত ছন্দৰ যিদৰে প্ৰয়োজন সেইদৰে চিত্ৰকল্পও কাব্যদেহৰ এক বিশেষ অনুষংগ।[১] ই ঘাইকৈ উপমা, ৰূপক আৰু পৰোক্ষ উক্তিৰ ওপৰত নিৰ্ভৰশীল। কাব্যিক চিত্ৰকল্প মূলতঃ এখন শব্দময় চিত্ৰ।[২] ই কবিৰ ইচ্ছা আৰু অনুভূতিৰ মাজত নিবিড় সংযোগ ঘটায়। উপমাৰ দ্বাৰা সাদৃশ্য আৰোপ কৰি একোখন ছবিক জীৱন্ত ৰূপ দিয়া হয়। সমালোচকৰ ভাষাত ৰূপক আৰু সমাসোক্তিৰ মাজেদি উপমাবোৰেই চিত্ৰকল্পৰ ৰূপ লয়।[৩] অৱশ্যে উপমাতকৈ চিত্ৰকল্প অধিক মূল্যবান আৰু সম্ভাৱনাপূৰ্ণ। কবিয়ে নিজস্ব দৃষ্টিভংগীৰে ইয়াৰ সৃষ্টি কৰে। কবিতাত ইয়াৰ প্ৰয়োগ কবিৰ অভীষ্ট অৰ্থৰ সাৰ্থক প্ৰকাশৰ এক বিশেষ কৌশল। আবহমান কালৰ পৰাই কবিতাত চিত্ৰকল্পৰ ব্যৱহাৰ হৈ আহিছে। পৰম্পৰাগত কাব্যত ইয়াক কেৱল অলংকাৰ হিচাপেই ব্যৱহাৰ কৰা হৈছিল। আধুনিক সমালোচকে কেৱল দৃশ্যমান বৰ্ণনাকে চিত্ৰকল্প নোবোলে। শব্দ, স্পৰ্শ, ঘ্ৰাণ আদি ইন্দ্ৰিয়ৰ অভিজ্ঞতাসমূহ আৰু তাৰ ধাৰণাসম্ভূত সমস্ত বস্তুকে চিত্ৰকল্পৰ মৰ্যাদা দিছে।[৪] আধুনিক অৰ্থত শব্দটোৱে কবিতা পাঠৰ পৰত পাঠকৰ মনলৈ অহা মানসিক চিত্ৰসমূহৰ পৰা আৰম্ভ কৰি পূৰ্ণ কবিতা এটা নিৰ্মিত হ'ব পৰা আটাইবোৰ উপাদানকে সামৰি লয়।[৫] সাম্প্ৰতিক সমালোচনাত শব্দটো অলংকাৰবহুল ভাষাৰ ক্ষেত্ৰত ব্যৱহৃত হৈছে। চিত্ৰকল্প মূলতঃ চিত্ৰ হ'লেও ই কবিৰ অনুভূতিৰ লগতে সমস্ত ইন্দ্ৰিয়, কল্পনা আৰু বুদ্ধিৰো মিলন ক্ষেত্ৰ। কাব্যিক শব্দাৱলীৰ সহযোগত চিত্ৰকল্প একোটাই নিৰ্দিষ্ট কলা-ৰীতিৰে গন্ধ, স্পৰ্শ, স্বাদৰ বৰ্ণময়, শব্দময় ছবি আঁকে। ইয়াৰ ফলত কবিতা এটাৰ প্ৰতিটো অংগ স্পষ্ট হৈ পৰে। এনেদৰে কোনো বিমূৰ্ত ভাব নাইবা ৰূপবস্তুক পৰিস্ফুট কৰিবলৈ যাওঁতে একোটা অভিব্যক্তিময় চিত্ৰ উদ্ভাসিত হয়। কবি প্ৰতিভাৰ এনে অনবদ্য উন্মোচনকে বিশিষ্ট সমালোচক এজ্‌ৰা পাউণ্ডে চিত্ৰকল্প নাম পোৱাৰ যোগ্য বুলি মন্তব্য কৰিছে। উপমা, উৎপ্ৰেক্ষা আৰু সংকেত এই তিনিটাই চিত্ৰকল্পৰ প্ৰধান কাম। ইয়াৰ ভিতৰত সংকেতৰ গুৰুত্বই অধিক। চিত্ৰকল্পৰ একোটা সংকেতে

বুদ্ধিৰ সীমা অতিক্ৰম কৰি আত্মোপলব্ধিৰ চৰম পৰ্যায় পায়গৈ। ইয়াতে চিত্ৰকল্পৰ সাৰ্থকতা। একোটা সাৰ্থক চিত্ৰকল্প একোগৰাকী প্ৰতিভাধৰ কবিৰ মহৎ সাধনাৰ পৰিমাপক। হৃদয়ৰ অশৰীৰি অনুভৱক কল্পনাৰ মাজেৰে শৰীৰ প্ৰদান কৰাতেই কবি-কল্পনাৰ সাৰ্থকতা। আবেগ অনুভূতিৰ সাৰ্থক প্ৰকাশৰ বাবে সৰ্বসাধাৰণ মানুহৰ বুকুৰ ভাষা আয়ত্ব কৰিব পৰাটো অতি প্ৰয়োজনীয়। তেনেদৰে পৰিচিত আৰু থলুৱা শব্দেৰে নিৰ্মিত চিত্ৰকল্পও সমানেই আকৰ্ষণীয় আৰু গ্ৰহণীয় হয়।

গীতিকবি পাৰ্বতিপ্ৰসাদ বৰুৱা (১৯০৪-১৯৬৪) অসমীয়া কাব্য জগতৰ এটি স্মৰণীয় নাম। পোহৰ সন্ধানী, সৌন্দৰ্যৰ উপাসক, সুৰৰ সাধক, শব্দৰ শিল্পী এই গৰাকী দিখৌপৰীয়া কবিৰ কাব্য আৰু জীৱনৰ মাজৰ সম্পৰ্ক আছিল অভিন্ন। জীৱনৰ জীয়া অভিজ্ঞতাৰ ভাবিক প্ৰকাশৰ বাবে তেওঁ সুৰ আৰু শব্দ দুয়োটাৰে আশ্ৰয় লৈছিল। এইবোৰৰ মাজত অসমৰ লোকজীৱন তথা লোকসংস্কৃতিৰ বৰ্ণাঢ্য ৰূপ নিহিত হৈ আছে। কাব্যপুথিৰ ভিতৰত **ভঙা টোকাৰীৰ সুৰ** (১৯৫৯), **লুইতী** (১৯৫৯), **গুণগুণনি** (১৯৫৭), **শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল** (১৯৬৩) আৰু মৰণোত্তৰ প্ৰকাশ **খেল ভঙাৰ খেল** (১৯৬৯)ৰ নাম বিশেষভাৱে উল্লেখযোগ্য। কাব্যপুথি কেইখনৰ বাহিৰেও গীতৰ পুথি কেইখনত সন্নিবিষ্ট গীতসমূহৰ সুৰটোক এফলীয়া কৰি থ'লে সেইবোৰত কবিতাৰ সমস্ত গুণ স্পষ্ট হৈ পৰে। গীতৰ প্ৰধান ধৰ্ম সুৰ আৰু সেই সুৰৰ আবেগসঞ্চাৰী ভাব তেওঁৰ কবিতাৰ মূল সম্পদ। সেয়েহে পাৰ্বতিপ্ৰসাদ বৰুৱাৰ কবিতাত চিত্ৰকল্পৰ সৌন্দৰ্য বিচাৰ-বিশ্লেষণৰ ক্ষেত্ৰত কবিতা পুথিৰ লগতে কিছু গীতকো সামৰি লোৱা হৈছে। এই প্ৰসঙ্গত পাৰ্বতিপ্ৰসাদ বৰুৱা ৰচনাৱলীকে আধাৰ গ্ৰন্থ হিচাপে গ্ৰহণ কৰা হৈছে।

কবিতাত প্ৰয়োগ হোৱা চিত্ৰকল্পৰ উঁহ বিচাৰি পাশ্চাত্যৰ এগৰাকী বৰেণ্য সমালোচক টি, এচ, এলিয়টে এনেদৰে মন্তব্য কৰিছিল, "It comes from the whole of his sensitive life since early childhood." পাৰ্বতিপ্ৰসাদ বৰুৱাৰ কবিতাৰ চিত্ৰকল্প বিচাৰ প্ৰসঙ্গত কথাষাৰ নিতান্তই প্ৰাসঙ্গিক। তেওঁৰ কবিতা তেওঁৰ ব্যক্তিগত জীৱনৰ প্ৰতিলিপি স্বৰূপ। গীতি কবিতাৰ সকলো লক্ষণসমৃদ্ধ এই কবিতাবোৰত আছে কবি গৰাকীৰ ব্যক্তিগত জীৱনৰ প্ৰাপ্তি-অপ্ৰাপ্তি-প্ৰতীক্ষা, মান-অপমান-অভিমান, ৰাগ-বিৰাগ-অনুৰাগ, জিজ্ঞাসা-আকাংক্ষা-প্ৰজ্ঞা এই সমস্ত অনুভূতিক ধৰি ৰখাৰ নিৰলস প্ৰচেষ্টা। শৈশৱৰ ৰহণীয়া দিনবোৰৰ বুকুৰ পৰাই আহৰিত নিভাঁজ ঘৰুৱা অসমীয়া শব্দৰ ব্যৱহাৰে তেওঁৰ কবিতাক সুকীয়া মৰ্যাদা প্ৰদান কৰিছে। কবিতাত প্ৰয়োগ কৰা চিত্ৰকল্পসমূহত স্পষ্ট হৈ আছে আশৈশৱ জুৰি অসমৰ হাবি-বন, পথাৰ-সমাৰ, গাওঁ-ভূঁই, নৈ-নিজৰাৰ সতে জড়িত হৈ থকা কবিৰ আত্মিক সম্পৰ্কৰ গভীৰতা। জীৱনত পোৱা আৰু বিচৰাৰ অনন্ত অসহযোগৰ মাজতো সোঁৱৰণিৰ জোলোঙাত থুৰিয়াই থোৱা অলেখ সোণসেৰীয়া

ক্ষণৰ মধুৰ স্মৃতিয়ে কবিক আমনি কৰেহি। তেনে এটি মধুৰ স্মৃতি উজাৰ খাই আহিছে গৰখীয়াৰ ম'হৰ শিঙৰ পেঁপাৰ ৰাগীৰ মাদকতাত। কবিৰ কলিজা কঁপোৱা ল'ৰালিৰ সেই চিনাকি সুৰৰ ওভতনি অনুৰাগৰ মাজত স্পষ্ট হৈছে বহাগৰ নিৰ্জন দুপৰৰ চিত্ৰকল্প ঃ

গৰখীয়া হেৰ' গৰখীয়া
কি সুৰ বজালি দুপৰীয়া
* * *
সুৰৰ ধ্বনি শুনি কলিজাত কঁপনি
ৰঙত ঘনে ঘনে লাগে
কোনোবা কাহানিৰ ল'ৰালিৰ কাহিনী
মনত মনে মনে জাগে। (পৃঃ১২১)

কবি গৰাকীৰ সমগ্ৰ জীৱন চৰ্যাক আগুৰি আছে ৰাবীন্দ্ৰিক চিন্তৰ আবেশ আৰু আপোন দেশৰ ঐশ্বৰ্যময় চিন্তাদৰ্শৰ ঐতিহ্য। সেই মূলৰ পৰা আহৰিত চিন্তাদৰ্শ আৰু অনুভূতিৰ আধাৰত সৃষ্ট তেওঁৰ কবিতাৰ চিত্ৰকল্প ৰহস্যবাদৰ ছাঁয়াৰে আকীৰ্ণ হৈ পৰিছে ঃ

মেঘে গৰজিলে
ধুমুহা আহিলে
একোকে নেদেখা হ'লো
তিতা বতাহত তোমাৰ পৰশ পালো। (পৃঃ৬৮)

এনে অনুভূতিসম্পন্ন কবি গৰাকীৰ হৃদয়ত ৰহস্যময় পৰম সত্তাৰ উপলব্ধি সুকুমাৰ চিত্ৰকল্পৰ মাজেৰে উন্মোচিত হৈছে, য'ত কায়া আৰু ছাঁয়া একত্ৰ হৈ পৰিছে ঃ

বাহিৰত যি ৰূপ কায়া
ভিতৰত তাৰ পৰে ছাঁয়া
হিয়াৰ মাজত অপৰূপে
কৰিছে মন হৰণ।
* *
মেঘৰ সাঁচত অপৰূপৰ
ৰঙা দুটি চৰণ। (পৃঃ১৮১)

বহু সময়ত কবি গৰাকীৰ ব্যক্তিগত দুখৰ আনুভূতিক উপলব্ধিৰ প্ৰকাশৰ মাজতো অতীন্দ্ৰিয় ছবিৰ সংকেত স্পষ্ট হৈছে। তলৰ কবিতা কেইশাৰীয়ে ইয়াৰ প্ৰমাণ দিব ঃ

নয়ন ভৰিব চাই
মুখত সি জ্যোতি শিখা
কপালত তৰা ফোঁট লিখা

সাপৰ মূৰত যেন মণি
সাইলাখ লখিমী আই
শান্তিময়ী শিতলা গোঁসানী (পৃঃ৩৩)

'সাপৰ মূৰৰ মণি'ৰ মাজেৰে জীৱনৰ বাবে দুঃসাধ্যলব্ধ গভীৰ প্ৰশান্তিৰ ব্যঞ্জনা স্পষ্ট হৈছে। এনে চিন্তাৰ আধাৰত অংকিত চিত্ৰকল্পই কেতিয়াবা যথাৰ্থকতা লাভ কৰি প্ৰতীকৰ দ্যোতনা আনিবলৈকো সক্ষম হৈছে। তলৰ কবিতা ফাঁকি ইয়াৰে প্ৰকৃষ্ট উদাহৰণ ঃ

বানবাতি উপচি গ'ল
ধেমালি কৰোঁতে
দুপৰ হ'ল। (পৃঃ৬৮)

এন্ধাৰ বাটত জীৱনৰ জোৰ লৈ আগবাঢ়ি অহা কবিয়ে সমুখত 'চিৰ অভেদ্য মহা ৰহস্য'ৰ মায়াজাল দেখিও থমকিব খোজা নাই। 'সোণৰ সোলেঙ' প্ৰয়াসী হৃদয়েৰে চৌপাশে অনুভৱ কৰিছে প্ৰজ্বলিত মহাজীৱনৰ বহ্নিৰ উত্তাপ। পোহৰ বলিয়া এই ব'ৰাগী কবিৰ কলমৰ লগে লগে যেন পাঠকৰ অনুভূতিৰ সোণৰ দুৱাৰ খুলি জাকি মাৰি সোমাই আহিছে 'কালিন্দী ভোমোৰা'ৰ জাক ঃ বেণুৰে বলিয়া কালিন্দী ভোমোৰা

জাকি মাৰি মাৰি উৰে
পোহৰৰে ৰং পাখিতে বোলাই
পোহৰৰে গীত জোৰে। (পৃঃ১৯১)

এনে মনোৰম চিত্ৰকল্পৰ সুকুমাৰ অনুভৱে হৃদয়ক দোলায়িত কৰে। বিশ্ব ৰহস্যৰ অনুভূতি প্ৰকাশ হোৱাকৈ তেওঁৰ কবিতাত নিনাদিত হৈছে পোহৰৰ বোধন-শংখ ঃ

জয় জয় পোহৰৰ
পলায় এন্ধাৰ হৃদয়ৰ
জীৱনৰ ছিগক বান্ধোন
আঁতৰক বিলাপ কান্দোন
সংশয় পৰাণৰ। (পৃঃ১৯৩)

জীৱনৰ বাস্তৱ অভিজ্ঞতাৰ স্পৰ্শত সুৰ আৰু সৌন্দৰ্যৰ ৰোমাণ্টিক আভৰণে স্পষ্ট কৰি দিছে সুন্দৰৰ উপাসনাৰ আনুভূতিক উপলব্ধিৰ আন এটি দিশ ঃ

পোহৰ দেশৰ জুৰ ৰ'দালিত
কোন শুৱনি সুৰ কুঁৱৰী
আছিল ঘুমতি গৈ। (পৃঃ১৯৪)

এনে বৰ্ণনাই সততে মনলৈ আনে কবি গুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ অতুলনীয় বৰ্ণনা ঃ

এই জ্যোতি সমুদ্ৰ মাঝে

যে শতদল পদ্ম ৰজে
তাৰি মধু পান কৰেছি
ধন্য আমি তাই।

এনেদৰে পাৰ্বতিপ্ৰসাদ বৰুৱাৰ কবিতাৰ মাজত 'ধলৰ বুকুত জলমলাই থকা পোহৰ', আকাশ আগুৰি নামি অহা 'ৰূপহী সুঁতিৰ ধল', সোণৰ হৰিণাই অদ্ভুত সৃষ্টি কৰা 'ৰূপৰ ছাঁয়া' ইত্যাদি খণ্ডচিত্ৰই একোটা বিষয়ক মনৰ চকুৰ সমুখত জীৱন্ত ৰূপত দাঙি ধৰিছে। এইবোৰৰ উপৰি তেওঁৰ কবিতাত আছে 'আখৈফুটীয়া দিচাং পানীত ৰ' লাগি বোৱা জোনাক, মৰ আঁউসীৰ এন্ধাৰ কোণত থূপ খোৱা 'কলিজাৰ ভগা টুকুৰা', মৰ আঁউসীৰ এন্ধাৰ নিশাত 'নিয়ৰে চকুলো টোকা'ৰ দৃশ্যময় শব্দময় আনুভূতিক চিত্ৰ। ঘৰুৱা আৰু চিনাকি শব্দৰ ব্যৱহাৰে এনেবোৰ চিত্ৰকল্পক অধিক ব্যঞ্জনাময় কৰি তুলিছে।

এগৰাকী ৰোমাণ্টিক কবি হিচাপে প্ৰকৃতিৰ সতেও কবিৰ গভীৰ আন্তৰিক সম্পৰ্ক অটুট আছে। এনে আন্তৰিক উপলব্ধিৰে 'ধ্বনিৰ সুৰধ্বনি' নামৰ কবিতাত দোকমোকালিৰ প্ৰকৃতিৰ বৰ্ণনা দৰ্শন আৰু শ্ৰৱণেন্দ্ৰিয়ৰ দুৱাৰেৰে সোমাই গৈ অনুভূতিৰ গভীৰত ধ্বনিময় অৱস্থা প্ৰাপ্ত হৈছেগৈঃ

আজি ৰাতিপুৱা শেতেলিতে বহি
কাণৰ খিড়িকিৰে প্ৰকৃতিৰ সুৰধ্বনিৰ
সুৰধুনীত জোবোৰা মাৰি নিকা হোৱা
মনটোৰ এয়ে চিনাকি। (পৃঃ৩৬২)

অতি পৰিচিত বস্তু আৰু চিৰাচৰিত বৰ্ণনাৰ মাধ্যমেৰে সৃষ্টি কৰা প্ৰকৃতি বিষয়ক এনে অলেখ চিত্ৰকল্পৰ অপূৰ্ব সমাহাৰে তেওঁৰ কবিতাক সুকীয়া মৰ্যাদাসম্পন্ন কৰি ৰাখিছে। তলৰ কবিতা ফাঁকি তাৰে এটি উদাহৰণ মাথোন ঃ

কোনে কয় সেয়া নিশা সৰি পৰা
আকাশী নিয়ৰৰ কণা,
হৰিণীৰ চকুলো মুকুতাবুলীয়া
হেঙুলী ৰহণ সনা। (পৃঃ১৩০)

চিৰাচৰিত দৃষ্টিৰে নিয়ৰৰ টোপালক 'হৰিণীৰ চকুলো'ৰ সতে কৰা তুলনাৰ মাজত বিশেষ চাৰুতা নাই, কিন্তু ইয়াৰ মাজেদি জীৱ-জন্তুৰ লগত থকা কবিৰ নিবিড় সম্পৰ্কৰ গোপনীয়তা স্পষ্ট হৈছে। তদুপৰি এনে উপমা কবিৰ সূক্ষ্ম কল্পনা শক্তিৰো পৰিমাপক। কিছু সংখ্যক চিত্ৰকল্পত কবিৰ স্বকীয় দৃষ্টিভঙ্গীৰ লগতে উপস্থাপন ৰীতিৰো অভিনৱত্ব চমকপ্ৰদ হৈছে। বহু সময়ত একোটা চিত্ৰকল্প কেৱল চিত্ৰকল্প হৈ নাথাকি ৰহস্যৰ মিষ্টিক মৰ্মবাণী স্বৰূপ হৈ পৰাটোও লক্ষণীয়। তেওঁৰ কবিতাত সুৰৰ ৰাগীত পোহৰ কঁপে,

সুৰৰ ভৰত ভৰা ভৰা আকাশ কঁপে, নাহৰ গছৰ কুঁহিপাতত পোহৰ পেলাই দেহ-মন ৰঙীয়াল কৰি ফাগুণ আহে। সখিয়তিৰ মিহি মাতত লহৰ খেলাই, থল পদুমৰ ৰঙা পাহিত চৰণ বুলাই, ফুল কুঁৱৰীৰ মুখৰ হাঁহিত বৰণ মিলাই, প্ৰাণৰ গানৰ তালে তালে চৰণ পেলাই, জীৱৰ বনৰ ডালে ডালে কোঁহ মেলাই অহা ফাগুণৰ আগমনৰ তেনে এক মনোৰম চিত্ৰকল্পৰ নিদৰ্শন মন কৰিবলগীয়া ঃ

মাঘৰ শেহৰ দোকমোকালিতে
গোটেই বননিখনে
শুকান পাত সকলোই
নিয়ৰ সিঁচা বতাহত
কঁপি কঁপি ফুচফুচাইছিল,
'কোনোবা আহিছে যেন'। (পৃঃ৮৩)

অনুভূতিপ্ৰধান আৰু আঁবেগসঞ্চাৰী ভাষাৰে নিৰ্মাণ কৰি উলিওৱা ঋতু বিষয়ক এনে চিত্ৰকল্প বাংলা কবি জীবনানন্দ দাশৰ কবিতাৰ চিত্ৰকল্পৰ লগতহে তুলনীয়। 'পুৱতি নিশাৰ শেঁতা জোনাক'ত নিজৰ বাট বিচৰা 'উজনি দেশৰ উদাসী পথিক' কবি গৰাকীয়ে জীৱনৰ কেউদিশে উপলব্ধি কৰিছে সৌন্দৰ্যৰ 'ৰসময়ী মেলা'। সেই উপলব্ধিয়ে ৰূপ-ৰস-গন্ধৰ বতৰা লৈ সুৰ আৰু শব্দৰ সমাহাৰত কবিতাৰ মাজত চিত্ৰময়, ধ্বনিময় ৰূপ লাভ কৰি উঠিছে। কবি গৰাকীৰ কাব্য কলাৰ সাৰ্থকতাও তাতেই নিহিত হৈ আছে।

হতাশা, বেদনা ইত্যাদি জীৱনৰ বিভিন্ন সমস্যাই পাৰ্বতিপ্ৰসাদক জৰ্জৰিত কৰিছিল, কিন্তু নদীৰ দৰে নিত্য ধাৱমান মানুহৰ হৃদয়ত নিশাৰ শেষত পুঁৱতিৰ আকাংক্ষা সদা জাগ্ৰত হৈ থাকে। নতুন দিনৰ প্ৰতিশ্ৰুতি বহনকাৰী তেনে ভৰুণ আকাংক্ষা মূৰ্ত হৈছে শেষ বাৰিষাৰ ৰূপত ঃ

আজি আকাশৰ শেহ হ'ব পায়
শেহ বাৰিষাৰ গান।
দিখৌ নৈৰ বুকুতে সেয়েহে আহিছে
শেহতীয়া বান।

উজনি অসমৰ জনসাধাৰণৰ বাবে আজি পৰিচিত দিখৌ নদীৰ এই 'শেহতীয়া বান'ৰ দৃশ্যৰ লগত কবি গৰাকীৰো আত্মিক পৰিচয় অতি গভীৰ। ইয়াৰে আধাৰত জীৱন্ত হৈছে বৰ্ষা ঋতুৰ সামৰণিৰ এখনি মনোৰম আনুভূতিক চিত্ৰ ঃ

কলিয়া ডাৱৰে চকুপানী টোকা
কান্দোন পৰিলে ওৰ
আকাশত উৰিলে কপাহৰে জোলা

বাজিছে ৰঙৱে সুৰ
ডাবৰৰ যুঁজতে সুৰুয জিকিলে
এন্ধাৰ ক'ৰবালে গ'ল
পোহৰৰ কাঁড়েৰে ডাৱৰ সৰকালে
বতৰ ফৰকালে হ'ল। (পৃঃ১৭৮)

বাৰিষাৰ চিত্ৰকল্প অংকনত 'কলীয়া ডাৱৰে চকুপানী টোকা' কাৰ্য আকাশত 'কপাহৰ জোলা উৰা' দৃশ্যক একত্ৰ কৰি বৌদ্ধিক চাৰুতাৰে ডাৱৰৰ মাজেৰে সুৰুযে 'পোহৰৰ কাঁড় মৰা' কাৰ্যৰ অৱতাৰণা কৰিছে। হৃদয় আৰু মগজুৰ এনে মিলনে পাঠকৰ অনুভূতিত জোকাৰণি নোতোলাকৈ নাথাকে।

গ্ৰাম্য প্ৰকৃতিৰ দৰে গ্ৰাম্য সমাজৰ লগতো পাৰ্বতিপ্ৰসাদ বৰুৱাৰ গভীৰ আত্মীয়তা আছিল। তেনে অকৃত্ৰিম আত্মীয় পৰিবেশৰ চৌপাশে 'ফুলৰ হাঁহি'ৰ মাজত সজীৱ হৈ উঠিছে সুহৃদ বান্ধৱৰ আগমনৰ চিত্ৰকল্প। টোকাৰীৰ সুৰৰ গুঞ্জনৰ মাজেৰে মূৰ্ত হৈছে সেই আদৰণিৰ, আতিথ্যৰ স্বৰূপ ঃ

আজি তোৰ চোতালত ফুলে হাঁহিছে,
দূৰণিৰ গাঁৱৰ কোন বান্ধৱ আহিছে।
আজি তোৰ কাম কাজ থ,
ধূলি বালি জোকাৰি টোকাৰী ল।
নাম গাই গুণ গাই
আদৰি আন। (পৃঃ২১৮)

তেনেদৰে এন্ধাৰ ৰাতি উৰি ফুৰা জোনাকী পৰুৱাৰ চিত্ৰকল্প নিৰ্মাণৰ বাবে আদৰি আনিছে দুখীয়া শিপিনীৰ একাঁজলি সপোনৰ সাৰথি 'ফুলৰ চানেকী' ঃ

কোন শিপিনীৰ ঘাই
আকালত হেৰা পাই
আন্ধাৰৰ আঁচলত
তোল তই
তৰা-চানেকী
পদূলিত
ফুলনিৰ আঁৰে আঁৰে
নাচ গধূলিত। (পৃঃ১২৭)

অতি পৰিচিত ঘৰুৱা শব্দৰ ব্যৱহাৰে পাৰ্বতিপ্ৰসাদৰ কবিতাৰ চিত্ৰকল্পক অধিক ব্যঞ্জনাময়, অৰ্থবহ কৰি তুলিছে। ইয়াৰ মাজত আছে দিখৌ-লুইতৰ কলকলনি, ৰামধেনুৰ

সাতৰঙৰ বৰ্ণ বৈভৱ, বতাহত উৰি ফুৰা শেৱালিৰ ৰাগী, অসমীয়া লোকগীতৰ সুৰৰ অনুৰণন। কবিৰ 'ভঙা টোকাৰীৰ সুৰ'ত জীৱন্ত হৈছে ব্যক্তিগত জীৱনৰ দুখৰ চিত্ৰকল্প :

তোৰ ভঙা টোকাৰীয়ে গায়
বেথা তোৰ বুকুৰ ৰতন
দুখ তোৰ হৃদয়ৰ ধন
ভঙা তোৰ কলিজাৰ মাত
ৰঙা তোৰ জীৱনৰ বাট। (পৃঃ ৪২)

সমাজ-বাস্তৱৰ সতে থকা সমমৰ্মিতাৰ বাবে কবিতাৰ মাজত শোষণৰ চিত্ৰকল্পও প্ৰাণৱন্ত হৈছে :

দুপৰ নিশা নিয়ৰে কান্দে
টপ টপ টপ।
কেঁএগা গোলাৰ বেৰৰ ঘড়ীত
আটাইতকৈ সৰহ ঘণ্টা বাজে।

এনে ধ্বনিৰ মাজেৰে আকৌ বৈ আহিছে দালালী মনোবৃত্তিৰ সংকেত :

দূৰৰ গাঁৱত
কুকুৰে ৰৌ ৰৌৱায় ৰৈ ৰৈ
ফটা জোতাৰ অধিকাৰ
সাব্যস্তত ব্যস্ত। (পৃঃ৮২)

আৰ্থিক সংকটত জুৰুলা হ'লেও গান্ধীবাদী ৰাজনীতিৰ অনুগামী তথাকথিত সুবিধাবাদী মানুহৰ মানসিকতাৰ উমান দিবৰ বাবে অংকিত ব্যঙ্গাত্মক চিত্ৰকল্পৰ ইঙ্গিতময়তাও মন কৰিবলগীয়াঃ

এজাক মানুহ
বাঢ়নি কাঠিটোৰ মূৰত আলুগুটিটোৰ নিচিনা
* * *
মুখৰ ভাত কাঢ়ি নিলেও মাতিব নোৱাৰা
বোবা এবালাং
ভোগ পৰমানত খুদকণ কমিলেই
দাং খাই উঠা ভোগেশ্বৰ,
দুখীয়া নিচলাক চাঁহি মুহি খোৱা ধনবৰ
পৰৰ কাৰণে টেটু আগ কৰা
বসুধৈৱ কুটুম্বকম্। (পৃঃ ৮৮)

এনে ইঙ্গিতধৰ্মী বাক্‌ভঙ্গী মানুহৰ প্ৰতি থকা কবিৰ অকৃত্ৰিম স্নেহৰে নিদৰ্শন। সুৰ আৰু সৌন্দৰ্যৰ আকৰ্ষণে চিৰচেঙেলীয়া কবি ৰখা কবি গৰাকীৰ দেশীয় ঐতিহ্য ৰক্ষাৰ প্ৰতিও আছিল অগাধ শ্ৰদ্ধা। 'বুঢ়া আঁহত আৰু বোৱতী নৈ' নামৰ কবিতাত যুগৰ গৰাখহনীয়াই উভালি নিব খোজা 'বুঢ়া আঁহত' স্বৰূপ দেশীয় ঐতিহ্য ৰক্ষাৰ প্ৰতি থকা কবিৰ তেনে শ্ৰদ্ধাযুক্ত আকাংক্ষাৰ অধীৰতা লক্ষণীয় ঃ

পুৰণি নৈখনত
নিতৌ নতুন পানীৰ সোঁত
অকাই পকাই বৈ আছে।

* * *

দুয়ো কথা পাতে অবুজ ভাষাৰে
সন্ধিয়া বেলিকা গা ধুবলৈ অহা
জলকুঁৱৰীৰ খিল্‌খিলিয়া হাঁহিৰ
নুশুনা শব্দৰ মাজে মাজে
বতাহত ভাঁহি আহে।

* * *

দেশখনৰ শুনকচোন কি হৈছে বিলাই
ভঁৰালৰ ধান, গোহালিৰ গৰু
সাঁচতীয়া ধন, আখলৰ চৰু
পোৱাতী কেঁচুৱা, দুৰ্বলী নৰীয়া
সকলোকে আজি নিয়ে উটুৱাই।

* * *

সেই শিপাবোৰৰ মাজতে যে
এদিন মোৰ জীৱনৰ
জীৱন্ধৰী মণিটো
হেৰাই পাইছিলো। (পৃঃ ১০০-১০২)

কবিতাটিত ব্যৱহৃত পুৰণি নৈ, নতুন পানীৰ সোঁত, জলকুঁৱৰীৰ হাঁহি, জাতিদামৰ মন, আদিম সত্তাৰ ৰোমাঞ্চ, শেলুৰৈ চুলি, মাটি কলহেৰে বোজাই কৰা নাও, বিহুৱতী গাভৰুৰ হাতৰ নাচৰ মুদ্ৰা আদি ইঙ্গিতধৰ্মী চিত্ৰকল্পই বৈ আনিছে লোকজীৱনৰ বহণীয়া ৰসেৰে পৰিপুষ্ট অসমীয়া সমাজ বৃক্ষৰ শিপাত লুকাই থকা ঐতিহ্যৰ 'জীৱন্ধৰী মণি'ৰ সন্ধেদ।

ইংৰাজ কবি ইউলিয়াম বাটলাৰ ইয়েটচ, স্পেইনৰ অমৰ কবি গাৰ্থিয়া লৰ্‌কাৰ দৰে

পাৰ্বতিপ্ৰসাদকো লোকগীতৰ সুৰে আকৰ্ষণ কৰিছিল। সেয়েহে তেওঁৰ কবিতাত বিভিন্ন চিত্ৰকল্পৰ মাজত জিলিকি উঠিছে 'লুইতৰ চাপৰিত' বালিত ভাত ৰান্ধি খোৱা নাৱৰীয়াৰ দৃশ্য, উজনীয়া আশাৰে আগুৱান সাউদৰ ডিঙৰাৰ গতিময়তা, নদীৰ ঢৌৰ চেৰে চেৰে হালিজালি গোৱা নামৰ সুৰীয়া লহৰ। ক'ৰবাত আকৌ তাতোকৈ সূক্ষ্ম দৃষ্টিৰে প্ৰত্যক্ষ কৰিছে প্ৰকৃতিৰ চিৰন্তন ৰীতিৰ লীলামালা :

নৈৰে কোষৰে পচতীয়া জোপা
গৰাখহনীয়াত গ'ল,
গৰাৰে লগতে টুনীৰো বাঁহটি
এথানি এবানি হ'ল। (পৃঃ ১৪৮)

আকৌ আন এঠাইত সৌন্দৰ্যমণ্ডিত হৈ উঠিছে লুইতৰ ঢৌৰ হেন্দোলনিয়ে স্পৰ্শ কৰা আকাশৰ কলীয়া ডাৱৰৰ এক সজীৱ ৰোমাণ্টিক চিত্ৰকল্প :

-লুইতৰ বুকতে কঁপনি উঠিলে
হেন্দোলি উঠিলে ঢউ,
ওপৰত কঁপিলে কলীয়া ডাৱৰ ঐ
ঢালিলে বুকৰে মউ। (পৃ : ১৫১)

পাৰ্বতিপ্ৰসাদ বৰুৱা মূলতঃ শৰতৰ কবি। শাৰদী পুৱাৰ স্বৰ্ণ ৰেণুৰ জগতজোৰা ব্যাপ্তিত তেওঁৰ কবিতাত আপোনা-আপুনি ফুলি উঠিছে 'শেৱালিৰ ঢোপাকলি'। আকাশৰ বৰাগী মেঘৰ সহযোগত ধাননিত প্ৰতিভাত হৈছে 'ধূপছায়া ৰঙৰ' বৰ্ণময় সমাহাৰ। কবিতাৰ দেহ নিৰ্মাণৰ বাবে তেওঁ মৌখিক শব্দাৱলীকে প্ৰয়োগ কৰিছে। যি ভাষা মানুহৰ সামাজিক সম্পদ পাৰ্বতিপ্ৰসাদ বৰুৱাই কবিতাত তেনে ভাষাকে গ্ৰহণ কৰিছে। এগৰাকী কবিৰ কাৰিকৰি পৰিপাট্যৰ প্ৰয়োজনতে পৰম্পৰাগতভাৱে লাভ কৰা ভাষা এটাৰ ৰক্ষণ আৰু তাৰ শ্ৰীবৰ্দ্ধনৰ প্ৰতি সচেতন হোৱাটো বাঞ্ছনীয় বুলি সমালোচক টি এচ এলিয়টেও মন্তব্য কৰিছিল। পাৰ্বতিপ্ৰসাদৰ কবিতাতো পৰিচিত শব্দসৃষ্ট চিত্ৰকল্পই পাঠকক লোকজীৱনৰ ওচৰ চপাই নিছে। এক কথাত তেওঁৰ কবিতাৰ ভাষাই নিজৰ কণ্ঠেৰেই কথা কৈছে। ইয়াৰ ফলত উপমা, ৰূপকৰ মাধ্যমেৰে কবিতাত নিৰূপম চিত্ৰকল্প জীৱন্ত হৈ উঠিছে। বিশেষকৈ শৰতৰ বৰ্ণনাত ইয়াৰ আধিক্য লক্ষণীয়। নৈসৰ্গিক চিত্ৰত মানবীয় গুণ আৰোপ কৰি শৰতক এটি সৰু ল'ৰাৰ ৰূপত কল্পনা কৰিছে নাম যাৰ 'শৰত কোঁঅৰ' :

অৰুণ জেউতি ভৰা
আহিনৰ ৰাতিপুৱা
হাতত কুঁকিটি লৈ

ভুমুকি মাৰিলে বীৰে
এটি ফুল তোলা ল'ৰা
* * *
তাৰ নাও বোলে হেনো শৰত কোঁঁৱৰ
বোটলে শেৱালি সৰা (পৃঃ ১৭২)

জোনাকত উৰি ফুৰা শেৱালিৰ বাগি লগা সুবাসসিক্ত দোকমোকালিতে 'কগা ডাৱৰৰ পাগুৰি' মাৰি ভুমুকিয়াই যোৱা এই শৰত কোঁঁৱৰৰ ছবি অংকন কৰোঁতে আহিনৰ আলসুৱা ৰূপৰ উপলব্ধিত থৌকিবাথৌ কবিৰ বুকুৰ ভিতৰ চ'ৰাও উদ্ভাসিত হৈছেঃ

আহিনমহীয়া শেৱালি সৰিলে
নিয়ৰত তিতিলে বন;
জোনাকত ওপঙিল কিহবাৰে বাগি
কেনেবা কৰিলে মন
বান্ধে ঐ
কেনেবা কৰিলে মন । (পৃঃ ১৭৪)

শৰতৰ সৌন্দৰ্যৰ এনে মায়াত আকৃষ্ট 'পগলা বৰাগী' কবিৰ মনত মনে মনে জাগি উঠিছে কোনোবা পৰীৰ মায়াবী ডেউকা দুখনি চুৰি কৰি আনি 'শূইনত পাখি ধপেধপাই' উৰি ফুৰাৰ ৰোমাণ্টিক আকাংক্ষা। এনে ৰোমাণ্টিক কল্পনা আৰু ধীশক্তিৰ বলত কবিয়ে বৈসাদৃশ্যৰ মাজত সাদৃশ্য বিচাৰি পাইছে। সেই সাদৃশ্য প্ৰকাশ কৰোঁতে উপমাই অপূৰ্ব চিত্ৰকল্পৰ ৰূপত জাতিষ্কাৰ হৈ পৰিছেঃ

বজালে আহিনে বাঁহী নে বীণ
সুৰত পালানে চিন?
বতাহত আহিছে ভাহি
কোন উদাসীৰ বাঁহী
বনৰ আঁৰত কোন বৰাগীৰ বীণ?
শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল।
সুৰত গ'লানে ভোল?
চিনো যেন চিনো যেন লাগে
মাটিত মেঘৰ সুৰ জাগে। (পৃ ঃ ১৬৯)

কবিগৰাকীৰ কবিতাৰ মাজত আধুনিক অভিধাসমৃদ্ধ যুগজয়ী চিত্ৰকল্পৰ সংখ্যা অধিক নহ'লেও উক্ত কবিতা কেইশাৰীত অংকিত চিত্ৰকল্পই মননৰ গভীৰত আলোড়ন নোতোলাকৈ নাথাকে। 'মাটি' আৰু 'মেঘ' এই দুয়োটা দৰ্শনবেদ্য বস্তু; কিন্তু আহিনৰ

প্ৰকৃতিৰ সুৰৰ গুঞ্জন, বতাহত হালিজালি নাচি থকা কঁহুৱাই ডাবৰক জনোৱা নিমন্ত্ৰণ এই সমস্ত চিত্ৰকল্প দৰ্শনেন্দ্ৰিয়, শ্ৰবনেন্দ্ৰিয়ৰ দুৱাৰেৰে গৈ অনুভূতিৰ গভীৰত এক অপৰূপ সৌন্দৰ্যৰ মহানুভৱত লীয়মান হৈছেগৈ। 'শুকুলা ডাবৰ ঐ কঁহুৱা ফুল! সুৰত গ'লানে ভোল?' বুলি কৰা প্ৰশ্নই অলেখ ভাবৰ ব্যঞ্জনা কঢ়িয়াই আনিছে। সাধাৰণ সাদৃশ্যৰ মাজেৰে (ডাবৰৰ বগা ৰং, কঁহুৱাৰ শুকুলা ৰং) অতিৰিক্ত কল্পনাৰ ৰেখাচিত্ৰই যি ভাবসমৃদ্ধ চিত্ৰকল্পৰ সৃষ্টি কৰিছে তাক মনৰ চকুৰেহে প্ৰত্যক্ষ হৈ পৰিছে শেষ শৰতৰ পুঁৱতিৰ আশ্চৰ্যময় চিত্ৰকল্প য'ত দুবৰিৰ বুকুত জিলিকি থকা নিয়ৰৰ টোপালো কবিৰ বাবে 'মুকুতাৰ মণি' হৈ ধৰা দিছে ঃ

দুবৰি বনতে কোনেনো সৰালে
শেৱালি ঐ
নীল আকাশত কোনেনো নুমালে
দেৱালী ঐ!
জোনাকী নিশাত কাৰে ঐ
মুকুতাৰ মণি সৰি গ'ল?
জানোচা শৰতে এৰি থৈ গ'ল! (পৃঃ ১৮০)

এনেদৰে শৰতৰ ৰূপ অংকনত তেওঁৰ কবিতাৰ প্ৰতিটো শব্দই যেন গভীৰ আনুভূতিক স্পৰ্শত উজ্জ্বল হৈ পৰিছে। এনে শব্দসৃষ্ট প্ৰতিটো আপোন সৌন্দৰ্যৰে মহীয়ান হৈ উঠিছে। বিৰিঞ্চি কুমাৰ বৰুৱাদেৱৰ ভাষাত 'সূৰ্যৰ সামান্য ৰশ্মি এটিত নদীৰ তৰঙ্গ জিলমিলাই উঠাৰ দৰে তেওঁৰ গীতৰ ক্ষুদ্ৰ এটি চিত্ৰ বা প্ৰতিমাত অন্তৰ তৰঙ্গৰ বিচিত্ৰ অনুভূতি ৰঞ্জিত হৈ উঠিছে।' গীতৰ দৰে কবিতাৰ ক্ষেত্ৰতো কথাষাৰ সমানে প্ৰযোজ্য। বহু সময়ত এইবোৰে পাঠকক অনিৰ্বচনীয় সৌন্দৰ্য দান কৰাৰ লগতে দৈহিকভাৱেও শক্তিশালী কৰিছে। দৰ্শনবেদ্য বস্তুৰ উপৰি দৃষ্টিৰ আঁৰত লুকাই থকা বস্তুকো পাঠকৰ সমুখত জীৱন্ত ৰূপত তুলি ধৰিব পৰা তেনে এটি চিত্ৰকল্পৰ প্ৰকৃষ্ট উদাহৰণ তলৰ কবিতা কেইশাৰীত প্ৰত্যক্ষ কৰিব পাৰি ঃ

কোনে ঐ মেলে দুৱাৰ
শৰতৰ সোণৰ পুৱাৰ।
* * *
আকাশৰ বগা ডাবৰ
উৰে যি সুৰৰ মায়াত
ছবি তাৰ আঁকে কোনে
ধাননিৰ ধুপ-ছায়াত। (পৃঃ ১৭৭)

পাঠকৰ বোধ আৰু অনুভূতিৰ জগতক জাগ্ৰত কৰি ৰসৰ উদ্দীপন ঘটোৱা চিত্ৰকল্পৰ সৌন্দৰ্য কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ কবিতাৰ সমপৰ্যায়ৰ ঃ

শৰৎ তোমাৰ অৰুণ আলোৰ অঞ্জলি
ছড়িয়ে গেল ছাপিয়ে মোহন অঙ্গুলি
শৰৎ তোমাৰ শিশিৰ ধোওৱা কুন্তলে
বনেৰ পথে লুটিয়ে পৰা অঞ্চলে
আজ প্ৰভাতেৰ হৃদয় ওঠে অঞ্চলি (শাৰদা)

তদুপৰি পাৰ্বতিপ্ৰসাদৰ কবিতাৰ চিত্ৰকল্পৰ মাজত পাঠকে বিচাৰি ল'ব পাৰে অলেখ নোকোৱা কথাৰ সম্ভেদ। গগণ ভৰা সুৰ আৰু বেণুৰ অক্ষয় ভাণ্ডাৰ শৰতৰ চিত্ৰকল্পই ইয়াৰ সঠিক প্ৰমাণ দিব ঃ

সোণ শৰতৰ পৰশ লাগি,
আঙুলি বুলায় হঠাৎ জাগি
পোহৰ বেণুৰ সুৰ উফৰি
গগণ ভৰিল ঐ। (পৃ ঃ ১৯৪)

ভাবৰ পৰশ পথাৰত শোধিত হৈ প্ৰতিটো শব্দই শৰতৰ স্বৰ্ণময় ৰূপৰ বৰ্ণাঢ্য অনুভৱৰ এক শব্দময় চিত্ৰ হৈ পাঠকৰ দৃষ্টিত ধৰা দিছে। শৰতৰ এনে বৰ্ণনা ৰবীন্দ্ৰনাথ ঠাকুৰৰ বৰ্ণনাৰ লগতহে তুলনীয়।[৯]

পাৰ্বতিপ্ৰসাদ বৰুৱা আছিল এগৰাকী সাৰ্থক ৰোমাণ্টিক কবি। সেয়েহে তেওঁৰ কবিতাৰ চিত্ৰকল্পত মগজুতকৈ হৃদয়ৰ সংবাদহে অধিক স্পষ্ট। বিশিষ্ট কবি সমালোচক নৱকান্ত বৰুৱাদেৱৰ দৃষ্টিতো পাৰ্বতিপ্ৰসাদৰ কবিতাত মানসচিত্ৰৰ অনুষংগেৰে মননশীল ভাষা-ভংগীৰ ব্যৱহাৰ নাই। কবিতাসমূহ অনুভূতিপ্ৰধান আৰু আবেগসঞ্চাৰী। সেয়েহে তেওঁৰ কবিতাসমূহক এটা নৱতম আধুনিকতাৰ আগজাননী বুলিছে।[১০] কবিতাৰ শৰীৰৰ আঁৰত লুকাই থকা মনটোক চিত্ৰকল্পৰ মাজেৰে পাঠকৰ ওচৰলৈ নিয়াৰ ক্ষেত্ৰত সম্পূৰ্ণ সফল হ'ব নোৱাৰিলেও তেওঁৰ কবিতাত এনে কিছুমান চিত্ৰকল্প ব্যৱহাৰ কৰিছে যিবোৰে কেৱল ৰহন চৰোৱাই নহয়, বক্তব্যৰ সাৰভাগকো স্পষ্ট কৰি তুলিছে। সন্দেহ নাই, গীতিকবি গৰাকীৰ কল্পনাৰ মধুৰ জগত বাস্তৱ গধুৰ পৰিবেশে আচ্ছন্ন কৰি থৈছিল। সেইবাবে তেওঁ অতি ক্ষুদ্ৰতম বস্তুৰ মাজতো জীৱন প্ৰতীকৰ সন্ধান কৰিবলৈ সক্ষম হৈছিল। এনে পৰিস্থিতিত একো একোটা চিত্ৰকল্পই আপোন পৰিধি অতিক্ৰমি প্ৰতীকৰ সীমা স্পৰ্শ কৰিবলৈ সক্ষম হৈছে। আধুনিক অভিধাযুক্ত চিত্ৰকল্পৰ সকলো বৈশিষ্ট্য আৰু সৌন্দৰ্যযুক্ত নহ'লেও শৰতৰ বৰাগী মেঘৰ দৰে তেওঁৰ কবিতাৰ আলসুৱা, মনোৰম চিত্ৰকল্পৰ মায়াময় গীতিময় ৰূপৰ আদৰ আজিও আছে। অসমৰ মাটি-পানীৰ গোন্ধেৰে

ভৰপূৰ তথা লোকসংস্কৃতিৰ বাৰেৰহনীয়া বৈভৱসমৃদ্ধ পাৰ্বতিপ্ৰসাদ বৰুৱাৰ কবিতা অসমীয়া কাব্য জগতৰ আছুতীয়া সম্পদ। ভাব, ভাষা আৰু প্ৰকাশভঙ্গীৰে অসমীয়া গীতিকবিতাক তেওঁ যি সুকীয়া আয়তন দি গ'ল তাতেই কবি গৰাকীৰ কাব্যকলাৰ সাৰ্থকতা নিহিত হৈ আছে। সমালোচকৰ ভাষাত 'সন্তানৰ দৰে সুন্দৰ পৃথিৱীক কবিয়ে মন-প্ৰাণ দি ভাল পাইছে, সেয়েহে শৰতৰ সৰ্বত্ৰ সিঁচৰতি হৈ থকা অফুৰন্ত সৌন্দৰ্যকণা বৰাগী কবিয়ে সাগৰ পাৰৰ শামুক বোটলাৰ দৰে এটি এটিকৈ বুটলি লৈছে।[১১]' কেৱল শৰতেই নহয়, সমগ্ৰ প্ৰকৃতিৰ ভিন্ন দিশৰ পৰা আহৰিত এনে সৌন্দৰ্যকণাৰ আশ্চৰ্যময় স্পৰ্শত তেওঁৰ কবিতাত অজস্ৰ চিত্ৰকল্পৰ সৃষ্টি হৈছে। এই সমস্ত চিত্ৰকল্প বিভিন্ন কৌণিক দূৰত্বৰ পৰা পাঠকৰ বোধ আৰু অনুভূতিৰ মায়া-দৰ্পণ ভিন্ন ৰূপেৰে প্ৰতিফলিত হৈছে। ৰসজ্ঞ পাঠক শ্ৰোতাৰ গ্ৰহণযোগ্য মানসিক ক্ষমতাৰ ওপৰতে কবিগৰাকীৰ সৃষ্টিৰ সাৰ্থকতা নিৰ্ভৰশীল। ❑

---

প্ৰসংগ টোকা :

(১) Rane Wellek & A Warren : The Theory of Literature, p. 210.
(২) C. Day Lewis : The Poetic Image, p. 18
(৩) Marjorie Boulton : Anatomy of Poetry, p. 122
(৪) M. H. Abrahms : A Glossary of Literary Terms, p. 76
(৫) নবকান্ত বৰুৱা : কবিতাৰ দেহবিচাৰ, পৃ : ১৩৬
(৬) T. S. Eliot : On Poetry and Poets, p. 19
(৭) Elizabeth Drew : Poetry : A Modern Guide to its Understanding and Enjoyments, p. 20
(৮) পাৰ্বতিপ্ৰসাদ বৰুৱা ৰচনাৱলী (৩য় সংস্কৰণ), পৃ ৩৩১
(৯) ৰবীন্দ্ৰনাথ ঠাকুৰ, গীতাঞ্জলি, পৃ ২৮
(১০) পাৰ্বতিপ্ৰসাদ বৰুৱা ৰচনাৱলী, পৃ ৩৩৭
(১১) প্ৰাগুক্ত গ্ৰন্থ, পৃ ৩৩৪

সহায়ক গ্ৰন্থ :

প্ৰবন্ধ-চয়ন : ত্ৰৈলোক্যনাথ গোস্বামী (সম্পা), অসম সাহিত্য সভা (অভ্যৰ্থনা সমিতি, নলবাৰী অধিৱেশন, ১৯৬৫)
পাৰ্বতিপ্ৰসাদ বৰুৱাৰ ৰচনাৱলী : পদ্মনাথ শৰ্মা (সম্পা), অসম সাহিত্য সভা, (৩য় সংস্কৰণ)
কবিতাৰ ৰূপছায়া : কবৰী ডেকা হাজৰিকা, বনলতা, ডিব্ৰুগড়
আধুনিক অসমীয়া কবিতাত প্ৰতীক আৰু চিত্ৰকল্প : লোপা বৰুৱা, পূৰ্বাঞ্চল প্ৰকাশ, গুৱাহাটী
সাহিত্যেৰ পথে : ৰবীন্দ্ৰনাথ ঠাকুৰ, বিশ্বভাৰতী, কলিকতা, (৪ৰ্থ সং)
জীৱনানন্দ দাশেৰ কাব্যসংগ্ৰহ : দেবেন্দ্ৰনাথ বন্দ্যোপাধ্যায় (সম্পা), ভাৰবি, কলিকতা

# পাৰ্বতিপ্ৰসাদ বৰুৱাৰ গীতৰ কথা আৰু সুৰ

সৰলা ভূঞা

গীতিকবি পাৰ্বতিপ্ৰসাদৰ গীতবোৰৰ মাজত কিছুমান বিশেষ লক্ষণ বিচাৰি পোৱা যায়। কথা আৰু সুৰ, দুয়ো ক্ষেত্ৰতে তেওঁৰ গীতবোৰ বৈশিষ্ট্যসম্পন্ন। কোমল শব্দ, সৰল ভাষা আৰু আলফুলীয়া সুৰে গীতবোৰত মায়াময় পৰিবেশৰ সৃষ্টি কৰে। গীতবোৰৰ মাজত কবিতা আছে। কবিতাবোৰত আছে প্ৰকৃতিবলীয়া, দাৰ্শনিক চিন্তাযুক্ত, ৰহস্যবাদী মনোভাৱৰ আৰু কৰুণ অথচ আশাবাদী ব্যক্তিত্বৰ পাৰ্বতিপ্ৰসাদৰ মনৰ প্ৰতিফলন।

অসমৰ থলুৱা সুৰ আৰু পশ্চিমীয়া সুৰৰ সংমিশ্ৰণেৰে প্ৰকৃত আধুনিক গীতৰ নৱযুগৰ পথপ্ৰষ্টা জ্যোতিপ্ৰসাদ আগৰৱালাৰ পিছতে বনগীত সুৰীয়াকৈ পাৰ্বতিপ্ৰসাদে ৰচনা কৰে 'হেৰ' বলিয়া নয়ন ভৰি ভৰি চা' আৰু 'আহিনমহীয়া শেৱালি সৰিলে নিয়ঁৰত তিতিলে বন' গীত দুটি। অসম ছাত্ৰ সম্মিলন আৰু অন্যান্য সভা-সমিতিত পাৰ্বতিপ্ৰসাদে নিজে এই গীত দুটি পৰিৱেশন কৰি ৰাইজৰ পৰা প্ৰচুৰ সমাদৰ আৰু উৎসাহ লাভ কৰে। ইয়েই আছিল তেওঁৰ গীত লিখাৰ প্ৰেৰণা।

পাৰ্বতিপ্ৰসাদৰ ৰচিত প্ৰথম গীতি-নাটিকা 'লখিমী'। এইখন তেওঁৰ মোমায়েক শশী প্ৰসাদ বৰুৱাৰ বিবাহ উপলক্ষে লিখা। দ্বিতীয় নাটিকা 'সোণৰ সোলেং'। এইখন নাটিকাৰ প্ৰকাশৰ সময় ১৯৫৫ চনত। ১৯২৩-৩৩ চনৰ ভিতৰত গীতি কবিতাৰ সংকলন 'গুণগুণনি', 'লুইতী' আৰু 'শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল' ৰচনা কৰে। তেওঁৰ গীতসমূহত জগতৰ ৰূপ-ৰস, গন্ধ-স্পৰ্শ শব্দৰ ইন্দ্ৰিয়ানুগ্ৰাহ্য সৌন্দৰ্যময় লাস্যময় ৰূপত ধৰা দিছে। জাগতিক সৌন্দৰ্যৰ পোহৰৰ অন্তৰালত এজন অদৃশ্য যাদুকৰৰ ৰূপকাঠীৰ পৰশ গীতিকাৰৰ অন্তৰতম অনুভৱ। সেয়ে মাজে মাজে একোটি ক্ষীণ মিষ্টিক সুৰে পাৰ্বতি প্ৰসাদৰ গীতত মৃদু শিঁহৰণ তুলি যায়। কিন্তু এই ক্ষীণ মিষ্টিক সুৰৰ সমান্তৰালভাৱে এটি মৃদু কৰুণ সুৰ 'কোনোবা কাহানী ল'ৰালি কালৰ সুখ সোঁৱৰণী' কৰুণ উন্মাদনাৰ অনুভৱ পৰিলক্ষিত হয়। তেওঁৰ জীৱনৰ আনন্দময় মুহূৰ্তত ৰচনা কৰিছিল উচ্ছল গীত—

তোমাৰ প্ৰেমৰ ভোগজৰাটি
দিয়া বাকী মৰমিয়াল
জীৱন হওঁক ভাল।

কিন্তু এইজন গীতিকাৰেই জীৱনৰ ঘাত-প্ৰতিঘাতত বিষাদ, কাৰুণ্যৰ তাড়নাত লিখিছিল-

জীৱন যদি হেৰালে তোৰ
মৰণ যদি নাই
যুৱতি যদি ভাগিলে তোৰ
বাটতো নহ'ল ঠাই
তোৰ কি গতি হ'ব হায়
দুৰকপলীয়া।

শিল্পীৰ প্ৰতিভা জাগ্ৰত হ'বলৈ হয়তো জীৱনত আঘাতৰ প্ৰয়োজন। ইয়াৰ নিদৰ্শন বহুতো আছে। পাৰ্বতি প্ৰসাদৰ বেলিকাও দিচাং নৈৰ বুকুত সলিল সমাধি ঘটা তেওঁৰ ডাঙৰ ককায়েক ভগনতী প্ৰসাদৰ গোটেই পৰিয়ালটোৰ বিয়োগ কথাই তেওঁৰ কলিজাত মছিব নোৱৰা সাঁচ বহুৱালে। দুখ-বেদনাৰে জৰ্জৰিত গীতিকাৰে লিখিছে—

অতল জলত তল নগলি
নেপালি তই কূল
জীৱন মৰণ হৰণ কৰা
ঘটিল মহা ভুল।
কলিজাত তোৰ আপোন হাতেই
হান যদি হুল,
তোৰ, কি গতি হ'ব হায়
দুৰ্কপলীয়া।

হৃদয়ৰ অনাহুত বেদনা প্ৰকাশি তেওঁ গাইছিল—

ক্ষন্তেকৰ ধূলা-খেলা
সাংকৰি হাঁহি হাঁহি, লাহে লাহে নিলগলে যায়
সেয়ে ভাল তোৰ
মিছা অভিমান নকৰিবি ভুল,
কলিজাতে ঢাকি থৈ কলিজাৰ হুল
সমুখলৈ গাই যাবি গান।

এনেকৈয়ে গীতৰ সুৰত স্পষ্টভাৱে ৰেখাংকিত হৈছে তেওঁৰ নিৰাশা আৰু বেদনাক্লিষ্ট হিয়াভেদি সুৰ। এনে বেদনাৰ কাৰুণ্যই পাৰ্বতি প্ৰসাদৰ গীতক নিয়ৰত সিক্ত ফুলৰ দৰে স্নিগ্ধ আৰু ৰমণীয় কৰি তুলিছে। কিন্তু লাহে লাহে বিষাদ বেদনা ৰূপান্তৰিত হ'ল বিদ্ৰোহাত্মক প্ৰতিধ্বনিৰ সুৰলৈ। সেয়ে তেওঁ লিখিছে—

তোমাৰ তূণত কিমান আছে শৰ

খোলা বুকুখনি দিছো উদঙাই
মুখেৰে নামাতি আছামী হাজিৰ।

এইদৰে নিয়তিৰ ওচৰত প্ৰত্যাহ্বান জনালেও পিছলৈ তেওঁৰ মন হৈ পৰিল শান্ত, সৌম্য। ভগৱানৰ ওচৰত আত্মসমৰ্পণ কৰি জগতৰ শোক তাপ সকলো তেওঁৰেই আশিস-নিৰ্মালি বুলি হাঁহিমুখে গ্ৰহণ কৰি সান্ত্বনা লভিলে।

তেতিয়া তেওঁ লিখিছিল—

ৰৰষুণত তিতি বুৰি
পাপৰ চেকা নিকা কৰি
তোমাৰ দ'লৰ দুৱাৰ দলিত
পবিত্ৰ মই হওঁ।
ঢৌৰ পাছত ঢৌ আহে
মূৰৰ ওপৰেদি
হাঁহিমুখে পাৰ কৰি দিওঁ।
চৰণ ধৰোঁ যদি
তোমাৰ পূজাত লাগে বুলি
দুখৰ জুইত দহি-পুৰি
কেঁচা সোণৰ বৰণ পোৱা
কলিজাটি লওঁ
তোমাৰ চৰণ ধৰি প্ৰভু
থিবেৰে মই ৰওঁ।

এনে গীতৰ মাজত বিৰাজ কৰিছে গীতিকাৰৰ জীৱনৰ আধ্যাত্মিকতাৰ সুৰ, অতীন্দ্ৰিয় ভাৱ তন্ময়তাৰ সুৰ। কিন্তু এই গৰাকী গীতিকাৰে নৈসৰ্গিক প্ৰকৃতিৰ বিশাল প্ৰাঙ্গনত প্ৰতিবিম্বিত হোৱা সনাতন সৌন্দৰ্যৰ আভাস গছে-পাতে, বন-বিৰিখে, আকাশে বতাহে উপলব্ধি কৰিছে। জাগতিক বৰ্ণ বৈচিত্ৰ্যৰ অন্তৰালত আত্মগোপন কৰি থকা সত্য-শিৱ সুন্দৰৰ লগত মিলনৰ আকাংক্ষাও গীতত স্পষ্টভাৱে ধৰা দিছে। এই পৃথিৱী চিৰ সুন্দৰৰে এক অভিব্যক্তি মাথোন। সুন্দৰৰ আৰাধনা অসীম সৌন্দৰ্যৰ মাজেদিয়েই সম্ভৱ। মহাজীৱনৰ বন্তিৰ পোহৰৰ আভাস বিচাৰি যোৱাৰ মধুৰ কাহিনীৰ মাজতেই সোমাই আছে সুন্দৰৰ পূজাৰী, পাৰ্বতি প্ৰসাদ আৰু তেওঁৰ জীৱন। সেয়ে 'সোণৰ সোলেঙ' পুথিত বীণবৰাগীয়ে গাইছে—

কত সন্ধানী জেউতি বিচাৰি ফুৰে সংশয় ছেদি
কত ৰহস্য বিনাই ফুৰিছে ছাঁ জুই খেদি খেদি।

ৰহস্য সন্ধানীয়ে মহা জীৱনৰ বন্তিৰ পোহৰৰ আভাস বিচাৰি যোৱাৰ মধুৰ কাহিনীৰ

মাজতেই সোমাই আছে সুন্দৰৰ পূজাৰী পাৰ্বতিপ্ৰসাদ আৰু তেওঁৰ জীৱনৰ দৰ্শন। তাৰে মূল আছিল কৌটিকলীয়া লোকগীত।

হাতী হেৰুৱালো লিহিৰী বনত
ঘোঁৰা হেৰুৱালো ৰণত
পাই হেৰুৱালোঁ সৰগৰ মুকুতা
চোতালৰ দুবৰি বনত
দুবৰি বনৰ নিয়ৰৰ টোপাতে
পোহৰ ওলমি ৰয়।
হাতেৰে ধৰিলে পোহৰ সৰি পৰে
ব'ৰাগী বলিয়া হয়।

এই ব'ৰাগীজন আছিল গীতিকাৰ নিজেই। তেওঁ সোণৰ সোলেং লখিমী বিচাৰি শুকুলা ডাৱৰ তলত কঁহুৱা ফুলৰ মাজে মাজে ভঙা টোকাৰীখনকে লৈ গুণগুণাই গাই ফুৰিছিল। ইবোৰৰ মাজেৰে তেওঁ প্ৰাণৰ শিখা জ্বলাই এন্ধাৰ বিনাশিব পাৰিছে। বিষাদ বেদনাকো জয় কৰিব পাৰিছে।

এই গৰাকী গীতিকাৰৰ ৰচনাত শৰৎকালৰ বৰ্ণনাই বেছি প্ৰাধান্য পাইছে। ১৯২৯ চনত শাৰদীয় পূৰ্ণিমা ৰাতি সৰু চৰাই চাহ বাগিছাত জোনাকী মেলৰ উদ্বোধন কৰা হয়। সেই মেলৰ উপলক্ষে তেওঁ ৰচনা কৰে—

শাৰদী সন্ধিয়াৰ জোনাকী মেল
নিৰলা জীৱনৰ ক্ষণিক খেল
তপনে আনে দিন জোঁকাৰি বায় বীণ।
কৰমী সুৰ বায় কৰমী সুৰ।

তেওঁৰ মনৰ শাৰদী লখিমী আহি লুইতৰ পাৰৰ কঁহুৱা বননিৰ মাজত আনন্দেৰে নাচিব লাগিছে। সেই নাচোনত অংশ গ্ৰহণ কৰিছে পোহৰ, বতাহ আৰু পাহাৰে। প্ৰকৃতিৰ নিজান আনন্দৰ মুহূৰ্তত তেওঁ ঘৰৰ কাম এৰি শেৱালীৰ মালা পিন্ধি মনৰ উলাহেৰে বিহুনাম গাবলৈ প্ৰয়াস কৰে। তেওঁ লিখিছে—

আজি ৰঙৰ দিনতে কিহৰ ঐ চিতনি
থৈ দে ঘৰৰে কাম,
শেৱালীৰ মালা পিন্ধি নাচোঁহক
লগাই দে বিহুৰে নাম।

শৰতৰ উৰণীয়া শুকুলা ডাৱৰ, শুভ্ৰ শেৱালী আৰু লুইত পৰীয়া চোঁৱৰধাৰী কহঁৱাই পাৰ্বতি প্ৰসাদক কৰি তোলে উন্মনা। তাতেই আছে শৰতৰ শুভ্ৰতা আৰু কোমলতা; তেওঁৰ প্ৰধান আকৰ্ষণ। লুইতৰ প্ৰতি দুৰ্বলতা, লুইত পাৰৰ চিত্ৰল সৌন্দৰ্য, নাও বাই

যোৱা নাৱৰীয়া, জিৰজিৰ মৃদু বতাহ দিয়া আঁহত জুপি, লুইতৰ বগী ধকে ধকি বালি চাপৰি আদিয়ে পাৰ্বতি প্ৰসাদৰ গীত সমূহ অতি মোহময় আৰু আবেদনশীল কৰি তুলিছে। তেওঁৰ অনুভৱ—

আজি আঘোণত ঘনাই পৰিছে
কুঁৱলী
নৈৰ পাৰত কহুৱা মৰিছে
উৰলি
ফুল কলিটি দেহী ঐ
হঠাতে আজি কিনো হ'ল।
জানোছা শৰতে কিবা কৈ গ'ল।

পাৰ্বতিপ্ৰসাদৰ গীত সমূহৰ মূল গুণ হৈছে আন্তৰিকতা, সৰলতা। এই আন্তৰিকতা আৰু সুন্দৰ অনুভূতিৰ অকৃত্ৰিম প্ৰকাশ তেওঁৰ গীতৰ শ্ৰেষ্ঠ সম্পদ। তাৰ লগতে আছে এক আশাবাদ। তেওঁ কয়—

জয় জয় জয় পোহৰৰ!
পুণ্য জেউতি সৰগৰ
পোহৰৰ বাট চিনি পাই
আগুৱাও জয় গান গাই
আঁতৰক ভ্ৰান্তি মনৰ
জয় জয় জয় পোহৰৰ!

জীৱনৰ বিভিন্ন স্তৰত ৰচনা কৰা তেওঁৰ গীতসমূহক মূল দুটি ধাৰাৰে শ্ৰেণীবিভাগ কৰিব পাৰি। সেয়া হৈছে সাংগীতিক আৰু সামাজিক প্ৰমূল্যবোধৰ ধাৰা। সাংগীতিক ধাৰাটোৰে দুটা সমান্তৰাল শ্ৰেণীৰে গতি কৰি আছে। এটা হ'ল ৰাবীন্দ্ৰিক প্ৰভাৱেৰে পুষ্ট ভাব সুৰ। কেতিয়াবা গীতৰ বিষয়বস্তুত আৰু কেতিয়াবা সুৰৰ প্ৰকাশ ভঙ্গীমা ৰীতিত ৰবীন্দ্ৰনাথৰ সাদৃশ্য পৰিলক্ষিত হয়। ইয়াৰ কাৰণ পাৰ্বতি প্ৰসাদৰ পৰিয়ালত ৰবীন্দ্ৰ সংগীতৰ আদৰ আৰু চৰ্চা আছিল দীৰ্ঘদিনীয়া পৰম্পৰা। সেয়ে হয়তো ৰবীন্দ্ৰ সংগীতৰ সুৰৰ ছাঁ পাৰ্বতিপ্ৰসাদৰ কিছুমান গীতত পোনপটীয়াকৈ দেখা যায়।

সামাজিক মূল্যবোধৰ গীতসমূহক ভাব আৰু বিষয়বস্তু অনুসাৰে সৌন্দৰ্যচেতনা, স্বদেশ প্ৰেম আৰু প্ৰকৃতি আদি শ্ৰেণীৰে ভগাব পাৰি।

পাৰ্বতি প্ৰসাদৰ গীতত সৌন্দৰ্য চেতনাৰ অপূৰ্ব সন্ধান বিচাৰি পোৱা যায়। তেওঁৰ সুন্দৰৰ পূজা আছিল ব্যাপক, সৰ্বভেদি।তেওঁ সুন্দৰ বিচাৰি আকাশৰ বুকুলৈ চোৱা নাই। মাটিতেই পাইছে সুন্দৰৰ সন্ধান। সেয়ে ধূলি-মাকতি মিলি থকা মানুহৰ কথাও সমান আবেগ, সমান অনুভূতিৰে তেওঁ প্ৰকাশ কৰিছে। শিশুৱে আকাশৰ তৰা গণিবলৈ ৰ'

লাগি চাই থকাৰ দৰে এই গবাকী গীতিকাৰে প্ৰকৃতিৰ বিনন্দীয়া সৌন্দৰ্য মেলাত আকুল হৈ চাই থাকে, তাৰ মাজত লুকাই থকা সুন্দৰৰ গোহৰৰ অপূৰ্ব ৰূপ মাধুৰী। সেয়ে তেওঁ ভাৱৰ আঁৰে আঁৰে সপোনৰ পাৰে পাৰে উৰি গুচি যাব খোজে বহু দূৰলৈ।

আকাশৰ সৌ বগা ডাৱৰৰ শাৰী
তাৰ লগতে অসীমত দিওঁ পাৰি
সোণৰ পদুম বিচাৰি যাওঁ
পদুম বনত মৃণাল উভালি খাওঁ।

এনেধৰণৰ প্ৰকাশ প্ৰকৃততে সৌন্দৰ্য সচেতন গবাকীৰ বেলিকাহে সম্ভৱ। তেওঁ মাত্ৰ কেইফাঁকিমান গীতৰ দ্বাৰা সৌন্দৰ্যৰ নিবিড়তা প্ৰকাশ কৰিছে। নিয়ৰ টোপালবোৰ জানিও নজনা হৈ তেওঁ সুধিছে—

জোনালী নিশাতে কাৰে ঐ
মুকুতাৰ মণি সৰি গ'ল?
জানোচা লাজতে এৰি থৈ গ'ল।

জোনাকৰ মাদকতাৰ প্ৰকাশতে পাৰ্বতিপ্ৰসাদৰ সুন্দৰ সেৱী মনৰ পৰিচয় পোৱা যায়।

সংখ্যাত তাকৰকৈ হ'লেও পাৰ্বতিপ্ৰসাদৰ গীতত স্বদেশ প্ৰীতিৰ নিদৰ্শন আছে। তেওঁৰ দেশ প্ৰেমমূলক গীতসমূহ অসমীয়া সাহিত্যৰ আপুৰুগীয়া সম্পদ। তেওঁ সহজ-সৰল আৰু গোনপটীয়াভাৱে গীতৰ মাজত স্বদেশ প্ৰীতিৰ ভাৱ প্ৰকাশ কৰিছে। নলিনীবালা দেৱীয়ে জনমভূমিৰ প্ৰতি ধূলিকণাতে বিশ্ব নিয়ন্তাৰ প্ৰতিবিম্ব প্ৰতিফলিত হোৱা অনুভৱ কৰি বাৰে বাৰে ইয়াত জনম লোৱাৰ অভিলাষ কৰাৰ দৰে পাৰ্বতি প্ৰসাদেও জনমভূমিৰ ওচৰত নিজকে নিঃকিন দুখীয়া নিচলা বুলি ঘোষণা কৰি সেই নিচলাজনেই দেশমাতৃৰ চৰণ সেৱাৰ ভাব প্ৰকাশ কৰিছে এইদৰে—

আই মোৰ নিচলা সেৱকৰ নিঃকিন পূজা ভাগ
নিঘিনি লোৱা আই তুলি।
সেৱাৰ বঢ়া-টুটা ক্ষেমিবা আই মাতৃ
দুখীয়া নিচলা বুলি।

দেশমাতৃৰ প্ৰতি স্নেহ, আনুগত্য প্ৰকাশ কৰি তেওঁ আকৌ লিখিছে—

নোবোলো তোক সোণৰ অসম
মাটিৰ অসম আই
সোণতকৈও যে চৰা এই মাটি
এয়ে মোৰ ওপজা ঠাই।

পাৰ্বতি প্ৰসাদে আন আন গীতিকাৰ, কবি-সাহিত্যিকৰ দৰে দেশ প্ৰেমৰ বিদ্ৰোহাত্মক

ভাবেৰে নাইবা উদাত্ত কণ্ঠৰ স্বদেশ প্ৰেমৰ গীত গোৱা নাই। সিবোৰৰ বিপৰীতে আছে আন্তৰিকতা, কোমলতা আৰু সৰলতা। সেই আন্তৰিকতা আৰু সৰলতাৰে তেওঁ লিখিছে—

সমল মাথোঁ চকুৰ পানী
চৰণ ধুৱাওঁ তাকেই আনি,
বুকুৰ তেজৰ অৰ্ঘ্য ঢালি বুৰাওঁ পদতল।

এনে গীত সমূহে মানুহক এক সৰগীয় উপলব্ধিৰ আবেগেৰে অবিভূত কৰি দেশ ভক্তিভাব জগাই তুলিছে। এই উপলব্ধি অতি সু-গভীৰ।

প্ৰকৃতিৰ বিপুল সৌন্দৰ্যৰ ভিতৰত শৰৎকালৰ শুকুলা ডাৱৰ, লুইত পাৰৰ কঁহুৱা ফুল, সেউজীয়া ধাননি পথাৰ, শেৱালিৰ গোন্ধ, নিয়ৰত তিতি থকা ধাননি পথাৰ আদিয়ে পাৰ্বতি প্ৰসাদক উন্মনা কৰি অনিৰ্বচনীয় অনুভূতি দান কৰিছে। তাৰ মাজতে শৰতৰ বৰ্ণনাত তেওঁ পঞ্চমুখ। তেওঁৰ গীতত শৰতে ৰসময় খেলাৰ সৃষ্টি কৰিছে।

এই গৰাকী গীতিকাৰ যদিও ৰবীন্দ্ৰনাথৰ দ্বাৰা প্ৰভাৱান্বিত, তথাপিও তেওঁৰ নিজস্ব দৃষ্টিভঙ্গী উজ্জ্বল। তেওঁৰ সুৰদী ভাষা, আবেগ সন্ধানী ভাৱৰ উপৰি বনগীতৰ প্ৰভাৱে গীতবোৰ সুন্দৰ কৰি তুলিছে। মুঠৰ ওপৰত গোটেই প্ৰকৃতি জগতখনেই যেন পাৰ্বতি প্ৰসাদৰ গীতৰ মাজত থাকি গীত সমূহক অনিৰ্বচনীয় সৌন্দৰ্য প্ৰদান কৰিছে।

গীতিকাৰ তথা সুৰকাৰ পাৰ্বতিপ্ৰসাদৰ গীতি সম্ভাৰৰ অসমীয়া সাহিত্যত বিশেষ গুৰুত্ব আছে। অকল সুৰেৰে গীত যুগমীয়া হ'ব নোৱাৰে; গীতৰ মাজত থকা কথাবস্তুৰো মূল্য থাকে। গীতবোৰ হৈছে এক কবিতা সুলভ ৰচনা। পাৰ্বতিপ্ৰসাদৰ গীত সমূহ হৈছে একোটি গীতি কবিতা। তেওঁ আছিল ঘাইকৈ গীতি কবি আৰু পোনপটীয়া আবেদন, আন্তৰিকতাপূৰ্ণ অনুভূতি, অবয়বৰ স্বল্পতা আৰু সঙ্গীত মাধুৰ্য আদি গুণ গীতি কবিতাৰ বাবে প্ৰয়োজন। এই গৰাকী গীতিকাৰৰ গীতসমূহত এই কাব্যিক ৰীতিসমূহ সম্পূৰ্ণভাৱে ৰূপায়িত হৈছে। এইবোৰ লক্ষণেৰে তেওঁৰ গীতসমূহ কাব্যিক সৌন্দৰ্যৰে অনুপম।

প্ৰকৃত ৰোমাণ্টিক কবিৰ দৰে তেওঁৰ গীতত প্ৰকৃতিৰ পূৰ্ণ পয়োভৰ মূৰ্ত হৈ উঠিছে। ৰবীন্দ্ৰনাথৰ দৰে প্ৰকৃতিৰ বিষয়ে এটি সুস্পষ্ট ধাৰণা পাৰ্বতি প্ৰসাদৰ কবিতাত জিলিকি আছে।

আজি শূইনত
পাখি ধপেধপাই
উৰি ফুৰে মন মোৰ
মোৰ বুকুৰ ধ্বনি
আজি অসীমত পায় সুৰ।

বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰে গাইছে—

সীমাৰ মাঝে অসীম তুমি
বাজাও আপোন সুৰ
আমাৰ মাঝে তোমাৰ প্ৰকাশ
তাই এত মধুৰ

সীমাৰ মাজত অসীমৰ সন্ধান কৰিব পৰাটোৱেই কবি কল্পনাৰ কৃতিত্ব। ৰবীন্দ্ৰনাথ ঠাকুৰে অসীম অনন্ত ভগবানৰ অনন্য সুৰৰ সীমাবদ্ধ জীৱনৰ সকলো ক্ষেত্ৰতে উপলব্ধি কৰি আৱেগ পূৰ্ণ ভাষাত উক্ত কবিতা ফাঁকি গাইছিল। পাৰ্বতি প্ৰসাদৰো কোনোবা পখীৰ ডেউকা চুৰি কৰিবলৈ মন পখীয়ে শূন্যত ঘূৰি ফুৰি সসীম প্ৰাণ যেন অসীমত মিলেগৈ।

ঋতু বৰ্ণনা, সাহিত্যত চিৰন্তন বিষয়বস্তু। মহাকবি কালিদাসৰ 'ঋতুসংহাৰ' কাব্যত ছয় ঋতুৰ জীৱন্ত ৰূপ অংকিত হৈছে। ইংৰাজ কবি কীট্‌ছেও তেওঁৰ 'Season' নামৰ কবিতা পুথিত চাৰি ঋতুৰ বিস্তৃত বিৱৰণ দিছে। সেইদৰে অসমীয়া কবি, গীতিকাৰ পাৰ্বতিপ্ৰসাদ বৰুৱাৰ গীতটো শাৰদীয় ঋতুক কেন্দ্ৰ কৰি লোৱা দেখা যায়।

বজালে আহিনে বাঁহীনে বীণ
সুৰত পালানে চিন;
বতাহত আহিছে ভাহি,
কোন উদাসীৰ বাঁহী?
বনৰ আঁৰত কোন বৰাগীৰ বীণ?

গীতটিৰ আৰম্ভণিতে আহিনমহীয়া পাতল বতাহৰ সোঁ-সোৱনি সুৰ শুনিবলৈ পোৱা যায়। যেন কোনোবা বৰাগীৰ টোকাৰী গীতৰ সুৰ। সেই গীতৰ সুৰ শুনি যেন বগা মেঘ উৰিছে। কঁহুৱা ফুল ফুলিছে। আহিনমহীয়া ৰাতি নৌ-পুৱাওতেই পুৰতীৰ চৰাইৰ গীতে কবিৰ টোপনি ভাগিলে। সাৰ পাই উঠি তেওঁ যেন প্ৰকৃতিৰ বৰণ দেখি মোহিত হ'ল।

জোনবাই আৰু জোনাক, কবিসকলৰ অতীজৰে পৰা অতিকৈ আপোন। কিন্তু আকুলতা পাৰ্বতি প্ৰসাদৰ দৰে হয়তো কাৰো নাই।

জোনাক জোনাক শীতল জোনাক
চাই মোৰ চকুলো সৰে;
অন্তৰ মোৰ উগুল থুগুল
উদাস আকুল কৰে।

শৰতৰ নিশা শেৱালি সৰিলে এইজনা কবিয়েও কান্দিব খোজে। এই কান্দোনৰ মাদকতা কিন্তু অতি আলফুলীয়া কুমলীয়া। তাত প্ৰকাশ পোৱা আনন্দ অবুজ আনন্দ—
দুবৰি বনতে কোনেনো সৰালে

শেৱালি ঐ।
নীল আকাশতে কোনেনো নুমালে
দেৱালী ঐ।

যি কেইগৰাকী কবিয়ে সহজ-সৰল বনগীত সুৰীয়া কবিতা ৰচনা কৰি অসমীয়া সাহিত্য কাননত প্ৰতিষ্ঠা লাভ কৰিছে, সেই সকলৰ ভিতৰত পাৰ্বতি প্ৰসাদ অন্যতম। তেওঁৰ গীতি-কবিতা সমূহ মৃণ্ময় ৰূপৰ। গীতবোৰ যেন তেওঁৰ নিজৰ অভিজ্ঞতা আৰু চিন্তাৰ অভিব্যক্তি। তেওঁ অন্তৰৰ আবেগ-অনুভূতিৰ উপশম ঘটাবলৈ যেন গীতসমূহ ৰচনা কৰিছিল। তেওঁৰ সুৰদী ভাষা আৰু আবেগ সন্ধানী ভাবৰ উপৰি বনগীতৰ প্ৰভাৱে গীতবোৰ অতি আপোন কৰি তুলিছে। ভাষা যিদৰে মধুৰ গীতকো সেইদৰে ভাব-ব্যঞ্জক কৰি তুলিছে। তেওঁ আছিল সৰল, আবেগময়ী কবি। আধুনিক কবিৰ দুৰ্বোধ্যতা তেওঁৰ গীতত নাই; ছন্দ বৈচিত্ৰ্যও নাই। মুঠৰ ওপৰত গীতিকাৰ পাৰ্বতি প্ৰসাদৰ গীতসমূহত গভীৰ অনুভূতি আৰু সৰল প্ৰকাশে অনিৰ্বচনীয় কাব্যিক সৌন্দৰ্য প্ৰদান কৰিছে।

পাৰ্বতিপ্ৰসাদৰ গীতসমূহৰ স্বকীয় সাংগীতিক বৈশিষ্ট্য আছে; সেইবোৰে তেওঁক তেওঁৰ সমসাময়িক সুৰকাৰ সকলৰ মাজৰ পৰা পৃথক কৰিব পাৰে। তেওঁৰ গীতসমূহত সুৰৰ দুটি ধাৰা স্পষ্টৰূপে প্ৰবাহিত হৈ আছে। এটা হ'ল অসমৰ থলুৱা সুৰৰ নিভাঁজ অসমীয়া প্ৰাণৰ বিশেষ সোৱাদ ভৰা গীতি গোন্ধ আৰু আনটো হ'ল ৰবীন্দ্ৰনাথ ঠাকুৰৰ সুৰ আৰু ভাবৰ প্ৰভাৱ।

এই গৰাকী গীতিকাৰৰ কিছুমান গীতত লোকগীতৰ হুবহু ঠাঁচ দেখিবলৈ পোৱা যায়। কিছুমান এনে ধৰণৰ অসমীয়া সুৰৰ ওপৰত ভেটি কৰিয়েই ৰচনা কৰা। উদাহৰণ স্বৰূপে ত্ৰিমাত্ৰিক ছন্দৰ অসমীয়া গোসাঁই নামৰ সুৰত গোৱা এই গীতটিৰ ৰচনা, সুৰ মন কৰিবলগীয়া—

আহিন মহীয়া শেৱালি সৰিলে
নিয়ঁৰত তিতিলে বন,
জোনাকত ওপঙিল কিহবাৰ বাগি
কেনেবা কৰিলে মন ।
বান্ধৈ ঐ
কেনেবা কৰিলে মন।।

অসমীয়া আইনামৰ সুৰৰ আৰ্হিত ৰচনা কৰা গীত—

আই মোৰ সোণৰে অসমৰ সোণৰে মন্দিৰ
ৰ'দত চিকেমিকে কৰে।

এই গীতটিৰ সুৰৰ সম্পূৰ্ণ সাদৃশ্য আছে এই আইনামটিত—

আই মোৰ উজাই আহিলে
আই মোৰ আইৰে সাত ভনী
আই মোৰ বসন্তে বা বলাই।

ঠিক সেইদৰে 'পূজো আহা আই মাতৃৰ চৰণ কমল, উঠক বাজি জয়ধ্বনি পৰম মঙ্গল' গীতটিৰ স্থায়ী ভাগ অসমীয়া আয়তীৰ মুখ নিসৃত সাক্ষাৎ যেন বিয়ানামহে। কিন্তু প্ৰথম অন্তৰাৰ 'পূজাৰ দ'লৰ চন্দন চ'ৰা'ৰ সুৰত আছে মাধৱদেৱ বিৰচিত বৰগীত— 'ঐচন মোহন বাল গোপালা'ৰ 'কমললোচন স্বামী'ৰ সুৰৰ আবেশ। সেইদৰে শেষৰ অন্তৰাৰ প্ৰথম শাৰীতো একেই সুৰকেই প্ৰয়োগ কৰিছে। আকৌ দ্বিতীয় অন্তৰাৰ প্ৰথম শাৰীত অসমীয়া আইনাম আৰু দ্বিতীয় শাৰীত বিয়ানামৰ সুৰৰ সংমিশ্ৰণে অপূৰ্ব সৌন্দৰ্য দান কৰিছে। একেটা গীতৰ মাজতেই আইনাম, বিয়ানাম আৰু বৰগীতৰ সুৰাৰোপৰ বৈচিত্ৰ্যৰে পাৰ্বতি প্ৰসাদে নিজকে এগৰাকী প্ৰতিভাশালী সুৰ স্ৰষ্টাৰ পৰিচয় দিছে। এনেকৈয়ে থলুৱা গীতৰ নিভাঁজ সুৰৰ সংযোজন আছিল তেওঁৰ সৃষ্টিৰে মূল বৈশিষ্ট।

এই গৰাকী গীতিকাৰৰ 'তোমাৰ ৰথৰ জয়ধ্বজা, মোৰ শুকুলা ফুলেৰে সজা' গীতটিত ৰবীন্দ্ৰ সংগীতৰ সুৰ স্পষ্টভাৱে দেখা যায়। সেইদৰে ৰবীন্দ্ৰ নাথৰ 'যদি তোৰ ডাক সুনে কেও না আসে তবে একলা চলোৰে' গীতটিৰ ধ্বনি শুনিবলৈ পোৱা যায় পাৰ্বতি প্ৰসাদৰ-'অকলশৰীয়া বাটৰুৱা বাটে বাটে তই বীণ বাই বাই যা' গীতটিত। এই গীতটি ৰবীন্দ্ৰ সংগীতৰ দ্বাৰা প্ৰভাৱান্বিত হ'লেও আমাৰ গীতিকবি গৰাকী অসমৰ একাবেকা গাঁৱলীয়া বাটেৰে গৈ থকা বৰাগীকাইহে। ইয়াত বাউল সুৰৰ গোন্ধৰ বিপৰীতে আছে নিভাঁজ অসমীয়া পুৰণিকলীয়া ঠাঁচৰ সংযোজনাহে। পাৰ্বতি প্ৰসাদ আছিল ৰবীন্দ্ৰনাথৰ একনিষ্ঠ সেৱক। সেয়ে তেওঁ বিশ্বকবিৰ ভাব-সুৰেৰে প্ৰভাৱান্বিত হোৱাতো তেনেই স্বাভাৱিক। ৰবীন্দ্ৰনাথে বাউল, ভাটীয়ালী আদি থলুৱা সুৰৰ ওপৰত নতুনৰ বোল সানি ৰবীন্দ্ৰ সংগীত পুৰণি নতুনত্বৰ এক মধুৰ সমন্বয় ৰূপে প্ৰকাশ কৰিছিল। সেই আদৰ্শৰ আৰ্হিৰে পাৰ্বতি প্ৰসাদেও অসমীয়া থলুৱা সুৰক আলফুলকৈ সযতনে তেওঁৰ গীতৰ মাজত সজাই তুলিছিল।

এইদৰে দেখা যায় যে পাৰ্বতি প্ৰসাদ বৰুৱাৰ অন্তৰ পৰশা লক্ষণেৰে পুষ্ট গীতৰাজিয়ে সাহিত্যিক আৰু সাংগীতিক সৌন্দৰ্যৰে অনুপম ৰূপত অসমীয়া গীতি সাহিত্যৰ ভঁৰালত লেখত লব লগীয়া অৰিহনা যোগাইছে। সেয়ে তেওঁৰ গীতি সম্ভাৰ অসমৰ সাংস্কৃতিক জগতৰ এক অমূল্য সম্পদ। □

